মেদিনী চৌধুৰী

# যুগে যুগে গুৱাহাটী









শান্তি প্ৰকাশন ॥ গুৱাহাটী

প্ৰথম প্ৰকাশ মাৰ্চ ১৯৮৯

পৰিবেশক ষ্টুডেণ্টচ্ এম্পৰিয়াম
নতুন বজাৰ
ডিব্ৰুগড় ৭৮৬০০১

প্ৰচ্ছদ আৰু পৰিকল্পনা উদয়ন বিশ্বাস

প্ৰকাশক সুজিতকান্তি ভট্টাচাৰ্য
শান্তি প্ৰকাশন পানবজাৰ
গুৱাহাটী ৭৮১০০১

মুদ্ৰক দাস প্ৰিণ্টাৰ্চ
কলিকতা ৭০০০০৭

মূল্য : ৫০.০০ টকা

## লেখকৰ কথা

গুৱাহাটীৰ অভ্যুত্থানৰ অন্তৰালত এনে কেতবোৰ চমকপ্ৰদ কাহিনী আছে যে, মইতো ভাবোঁ পৃথিৱীৰ বহু কম চহৰৰ ইতিহাস গুৱাহাটীৰ ইতিহাসৰ দৰে ৰোমাঞ্চকৰ। মই অৱশ্যে গুৱাহাটী নামটোৰে এনে এখন নগৰক চিহ্নিত কৰিব বিচাৰোঁ, যিখন নগৰ যুগ যুগ ধৰি বৰ্ত্তমান উত্তৰ-পূৰ্ব ভাৰত বুলি পৰিচিত ভূখণ্ডৰ সামাজিক আৰু ৰাজনৈতিক ধ্যান-ধাৰণাৰ কেন্দ্ৰবিন্দু হিচাপে স্বীকৃত হৈ আহিছে। নাম, স্থান হয়তো বদলিছে, কিন্তু তাৰ নেতৃত্ব চিৰকাল অনুবৰ্তিত হৈ আহিছে।

এখন বিস্তৃত বুৰঞ্জী লেখোঁ বুলি সমল কিছুমান গোটাইছিলোঁ। কিন্তু বুৰঞ্জী লেখাৰ কাৰণে যি ধৈৰ্য আৰু অধ্যৱসায়ৰ প্ৰয়োজন সেই দুয়োটাৰে নিতান্ত অভাৱ মোৰ। গতিকে লেখিছোঁ এখন উপন্যাস। যুগ যুগ গুৱাহাটী।

উপন্যাসখন লেখিবলৈ লৈ পিচে এটা বৰ জটিল সমস্যাত পৰিছিলোঁ। কিয়নো মোৰ উদ্দেশ্য আছিল গুৱাহাটীৰ উত্থান সম্বন্ধে পাঠকক অৱগত কৰোৱা আৰু সেই সম্বন্ধে মোৰ কিবা ভুল ধাৰণা থাকিলে সচেতন পাঠকৰপৰা যথোচিত ধাৰণা লাভ কৰা। কিন্তু সমস্যা হ'ল উপন্যাসখনত তেৰশটা বছৰৰ কাহিনী অৰ্থাৎ চীনা পৰিব্ৰাজক হ্যুৱান ঝাঙ অহাৰ সময়ৰপৰা গুৱাহাটীয়ে কুৰি শতিকাৰ আধুনিকতাৰ দুৱাৰডলিত ভৰি দিয়ালৈকে এই সুদীৰ্ঘ অতিক্ৰমণৰ কথা কোৱা যায় কিদৰে।

ইতিহাসৰ সুদীৰ্ঘ বক্তৃতা দিয়াটো একো টান কাম নহয়।

কিন্তু মোৰ উপন্যাসত লেখকৰ বক্তৃতা বা নীতিকথা নাথাকে। সেই বক্তৃতাবোৰ দিব লগীয়াত পৰে উপন্যাসৰ চৰিত্ৰই। অনেক সমালোচকক দেখিছোঁ, উপন্যাসৰ চৰিত্ৰই স্বাভাৱিকতে কোৱাৰ দৰে কেতিয়াবা অসমীয়াৰ মাজতে ইংৰাজী বা আন শব্দও কৈ দিয়ে। কিন্তু তাত ব্যাকৰণৰ বা উচ্চাৰণৰ ভুল থাকিলে, যিটো সচৰাচৰ থাকেই, লেখকৰ ক্ৰুটী বুলি ভাবে। সেইবাবে এইখন উপন্যাসত গুৱাহাটীৰ ইতিহাসৰ কথা যদিও মোৰ আন উপন্যাসৰ দৰেই চৰিত্ৰৰ মুখেদিয়েই কোৱা হৈছে, মই বিশেষভাৱে যত্ন লৈছোঁ যাতে চৰিত্ৰবোৰে সেই কথা মই জনা দৰেই কয়।

আৰু এটা সমস্যা হ'ল। উপন্যাসৰ চৰিত্ৰবোৰ হ'ল আধুনিক। উপন্যাসৰ গতিৰ সতে খোজ মিলাই সিহঁতে কথাবোৰ কৈ গ'ল যদিও সমস্ত কথা উজাৰ কৰি কবলৈ উপন্যাসে সিহঁতক সময় নিদিলে। মোৰ সঁচাকে বৰ খেদ ৰৈ গ'ল। মোৰ আচল মানুহখিনিৰ কথা সিহঁতে নকলেই। মোৰ যোৱা কুৰি বছৰৰ সাহিত্য সাধনাৰ তেওঁলোক পূৰণা মকেল। বহুদিন বহু পাঠকৰ অৱহেলা, গৰিহণা নিৰৱে মূৰ পাতি লৈও যি সকলৰ সেৱা মই পৰম নিষ্ঠাৰে কৰি আহিছোঁ। সেই সৰু সৰু মানুহৰ সৰু সমাজবোৰৰ কথা কবলৈ অৱহেলাতে পাহৰি গ'ল উপন্যাসৰ প্ৰোফেচাৰ চৌধুৰী, শিখা আৰু মাৰবিনাহঁতে। গতিকে ভাবিছোঁ, এই উপন্যাসখন এই দিশত মোৰ নান্দীমুখ মাত্ৰ। আচল বুৰঞ্জী ইয়াৰ পাচতহে লেখিম।

গুৱাহাটীৰ পুৰণি কথা জনাত কিমানে যে মোক সহায় কৰিছে নাম উল্লেখ কৰিবলৈ মোৰ ভয়ে লাগিছে, জানোছা বহুতৰ নাম কবলৈ মই পাহৰিয়ে থাকোঁ! কুৰি-ত্ৰিচৰ দশকৰ সোণাময় দিনৰ সুখ-স্বপ্নত বিভোৰ যামিনী চক্ৰৱৰ্ত্তী কালীপ্ৰসন্ন ভট্টাচাৰ্য ৺বিষ্ণুৰাম দাস আমীন আলি ৺নকুলেশ্বৰী বড়ো ডঃ হামিদুল্লা চাহাব মুগল দাস ৰবীন্দ্ৰ

চন্দ্ৰ চৌধুৰী লক্ষ্যধৰ চৌধুৰী ৺আশু দেৱ গিৰীশ চৌধুৰী অনিল চৌধুৰী শুভ বৰুৱা শ্ৰীমতী কাতি ৰাভা (ওদালবাকাৰা) মহম্মদ চাহুল্লা গণেশ গগৈ ডঃ আটাউৰ ৰহমান এই সকলোৰে-পৰা সমল গোটোৱাৰ সময়ত যথেষ্ট সহায় লাভ কৰিছোঁ। মোৰ বন্ধু নীলিময় চৌধুৰী শৰৎ বৰুৱা খগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা আৰু মিহিৰ সেনেও মোক বিশেষভাৱে সহায় কৰিছে। কবিগুৰুৰ লেখা চিঠিখন সেন ডাঙৰীয়াই অকুণ্ঠচিত্তে মোৰ হাতত তুলি দি মোক বিশেষ অনুগৃহীত কৰিছে। (তাৰে খনদিয়েক পৰিশিষ্টত দিয়া হৈছে। এই কিতাপখনৰ ক্ষেত্ৰত প্ৰাসংগিক নহলেও চিঠি কেইখনৰ প্ৰাসংগিকতা যথেষ্ট।)

শেষত সুজিৎ ভট্টাচাৰ্য আৰু উদয়ন বিশ্বাসৰ সক্ৰিয় সহযোগ লাভ কৰিছোঁ। এই দুগৰাকীৰ সহযোগ নহলে কিতাপখনৰ প্ৰকাশ হয়তো বহুদিন পিচপৰি থাকিলহেঁতেন। শান্তি প্ৰকাশনৰ সত্বাধিকাৰ ভট্টাচাৰ্যৰ উদ্যোগ বিশেষ শলাগিবলগীয়া। মই এই সকলোৰে ওচৰত ধৰুৱা। আৰু নিশ্চয় অনেক আছে যিসকলৰ নাম এই মুহূৰ্তত মোৰ মনত পৰা নাই। কেতিয়াবা এই সকলৰে কাৰোবাৰ নাম হয়তো হঠাৎ মনত পৰি যাব আৰু তেতিয়া মই অতিশয় ক্ষুণ্ণ হ'ম। সম্প্ৰতি মই নিৰুপায়। মোক যেন সেইসকলে ক্ষমা কৰে।

নমস্য পাঠকৰ ক্ষেত্ৰত মই হাঁহেৰেও ৰাজী, মাহেৰেও ৰাজী। অৱহেলা, প্ৰশংসা, গৰিহণা মই মূৰ পাতি ল'ম।

মেদিনী চৌধুৰী
৬ জানুৱাৰী '৮৯

টিলাটোৰ ওপৰত বিশাল ভগ্নাৱশেষটো দেখি সি আচৰিত হৈ গৈছিল। আচৰিত হৈছিল দুটা কাৰণত। গুৱাহাটীৰ ইমান ওচৰতে ইমান পুৰণি এটা ভগ্নাৱশেষ আছিল অথচ এনে বিষয়ৰ চিন্তা চৰ্চ্চা কৰা তাৰ বন্ধুমহলৰ কোনেও ঘূণাক্ষৰেও এই পৰ্যন্ত ভগ্নাৱশেষটোৰ বিষয়ে তাক কোৱা নাছিল।

দ্বিতীয় কাৰণটো আৰু বেচি বিস্ময়াবহ। ভগ্নাৱশেষটোৰ সোমাজত টিলাটোৰ শীৰ্ষবিন্দুত য'ত হয়তো প্ৰাচীন গৰ্ভগৃহ আছিল তাত আলিংগনাৱদ্ধ এটা যুগল মূৰ্তি। তাত নিতৌ পূজা দিয়া হয়। তালৈ নৈবেদ্যলৈ মনোবাঞ্ছা পূৰণৰ অৰ্থে দেৱতাৰ আশীৰ্বাদ বিচাৰি অগণন যাত্ৰী আহে। দৰ্শনাৰ্থী আহে। দূৰ দূৰণিৰ পৰা। এই পৰ্যন্ত সি এই কথাটোকো জনা নাছিল।

সি হয়তো আৰু বহুদিনলৈ এই সম্পৰ্কে অজ্ঞ হৈয়ে ৰ'লহেতেন। যদিহে তাৰ চিকাৰী ঠিকাদাৰ বন্ধু সুনীল শইকীয়াই তাক এই ভগ্নাৱশেষটোৰ কথা নকলেহেতেন।

সি পুৱা শোৱাৰ পৰা উঠিয়েই প্ৰথম কামটো ঠিক কৰিছিল গুৱাহাটীৰ বিষয়ে সি পৰিকল্পনা কৰি লোৱা কিতাপখন লেখিবলৈ আৰম্ভ কৰা। প্ৰাতঃকৃত্য শেষ কৰি অঁতাই সি লেখাৰ টেবুলত বহি চিন্তা কৰিছিল কিতাপখন ক'ৰ পৰা কিদৰে আৰম্ভ কৰাটো আটাইতকৈ বেচি মনোগ্ৰাহী হব। কিছুপৰ চিন্তা কৰি সি সিদ্ধান্ত লৈছিল যে, কিতাপখন লাচিত বৰফুকনৰ দিনৰ পৰা আৰম্ভ কৰিব। গুৱাহাটী চহৰখনক লৈ লেখা এখন উপন্যাসৰ আৰম্ভণি শ্ৰেষ্ঠ অসমীয়া বীৰ এগৰাকীৰ জীৱনগাঁথাৰে কৰাটো কেৱল যে যথোচিতেই হব এনে নহয়, চিত্তাকৰ্ষকো হ'ব।

সিদ্ধান্ত লোৱাৰ পাচত সি অকণো সময় নষ্ট কৰা নাছিল। লেখিবলৈ আৰম্ভ কৰি দিছিল। সুনীল শইকীয়াই যে মনে মনে

পিচপিনে থিয় হৈ সি কি লিখিছে তাকে ইমান পৰে চাই আছিল, তাৰ গমেই নাছিল। ৰামস্বৰূপ নামৰ তাৰ লগুৱাটোৱে কোঠাত চাহ দিবলৈ আহি হঠাৎ সুনীলক দেখি কিবা এষাৰ কোৱাতহে সি ঘূৰি চালে আৰু সুনীলক দেখিলে।

: তই আকৌ ক'ৰ পৰা ওলালিহি ইমান পুৱাতে বোৰ কৰিবলৈ ?

তাৰ অভিযোগ যেন লগা কথাষাৰ সম্পূৰ্ণ আওকাণ কৰি সুনীলে কলে—

: হেৰ' গুৱাহাটীৰ কাহিনী তই মাত্ৰ সোতৰ শতিকাৰ পৰা লেখিব খুজিছ নেকি ?

: তেনেহলে কি সিন্ধু-সভ্যতাৰ যুগৰ পৰা লেখিম নেকি ?

তাৰ ভেকাহি মৰা কথাষাৰ শুনিও সুনীলে কোনো প্ৰতিক্ৰিয়া নেদেখুৱালে। তেওঁ কেৱল ৰামস্বৰূপক চিএৰি চিএৰি কলে। চাহ একাপ আনিবলৈ। তাৰ পাচত তাৰ মুখৰ পিনে নোচোৱাকৈয়ে নিতান্ত স্বাভাৱিক স্বৰত কলে—

: বাহিৰত মোৰ জীপখন বৈ আছে। টেংকি ভৰ্তি কৰা আছে। তই এঠাইলৈ যাব লাগিব। এটা প্ৰাচীন বস্তু চাবলৈ।

: প্ৰাচীন বস্তু ? তোৰ লগত ?

: মোৰ লগত নহয়, মোৰ সময় নাই। তই অকলে যাবি। ড্ৰাইভাৰে ঠাইখন জানে। সি লৈ যাব তোক। তোৰ কেমেৰাটো কেনে আছে নাজানো মোৰটোকে লোদ কৰি গাড়ীত থৈ দিছোঁ। প্যাক্‌দ্ লাঞ্চ সহ সৰু এটা কেন্টিনো গাড়ীতে আছে। দুপৰীয়া ভোক লাগিলে খাবি।

: তই দেখোন গৌৰীপুৰৰ ৰজাবাহাদুৰে তাহানি চিকাৰ খেলিবলৈ যোৱাৰ বেলিকা আয়োজন কৰাৰ দৰে আয়োজন কৰিছ মোৰ কাৰণে ? তোৰ মতলব কি ?

: চিকাৰ শব্দটোৰ প্ৰতি তোৰ বিতৃষ্ণা নাই যেতিয়া শুন বাৰু, তোক কওঁৱেই কথাটো। পৰহিৰাতি আমি চিকাৰলৈ গৈছিলোঁ।

তেওঁ কৈ গৈছিল—চিকাৰলৈ গৈ সৰু সৰু কেবাটাও টিলা আৰু তাৰ জংঘল চলাথ কৰিও এটা শিয়ালো নেদেখি কিদৰে তেওঁলোক হতাশ হৈছিল আৰু ঘূৰি আহিবলৈ বুলি মনস্থিৰ কৰি ৰাতি চাৰে দহমান বজাত এটা টিলাৰ ওপৰত এটা ডাঙৰ শিলত তেওঁ লগৰ বন্ধু দুজনে সৈতে ভাগৰ জুৰাবলৈ বুলি অকণ বহি লৈছিল। তেওঁলোকৰ গাৰ কাষৰ পৰা কিবা এটা নিশাচৰ চৰায়ে পাখীৰ শব্দ কৰি উৰি যোৱাত তেৱেঁই হাতত লৈ থকা টৰ্চ লাইটটো জ্বলাই দিছিল। টৰ্চৰ পোহৰত যি দেখিলে তিনিও স্তব্ধ হৈ গৈছিল। টৰ্চৰ পোহৰত তেওঁলোকৰ চকুত পৰিছিল অজস্ৰ প্ৰস্তৰ মূৰ্তি আৰু প্ৰাচীন অট্টালিকাৰ ভাগি যেনিতেনি পৰি থকা প্ৰকাণ্ড প্ৰকাণ্ড অংশ। বিস্ময়ৰ ভাবটো শেষ হৈ স্বাভাবিক হোৱাৰ লগে লগে তিনিওৰে মনলৈ এজন মানুহৰ কথাই আহিছিল হেনো। আৰু সেই মানুহজন হ'ল সি।

ঃ মোৰ কথা? এনেদৰে গভীৰ ৰাতি নিৰ্জন টিলা এটাত হঠাৎ এটা প্ৰাচীন ভগ্নাৱশেষ দেখাৰ লগে লগে মোৰ কথা তহঁতৰ মনত পৰিল কিয় বাৰু?

ঃ এনেবোৰ কথা লেখামেলা কৰা মানুহ তোকেইহে কেৱল জানো আমি, সেইবাবেই মনত পৰিছিল আকৌ। তই দেখি নকৰিবি। নহলে সিকালে দেখি হৈ যাব।

ঃ ইয়াৰ পৰা দূৰ কিমান বাৰু?

ঃ পোনে দহ মাইল। নৈখন মাজতে। অৱশ্যে ঘূৰি যাব লাগিব। পচিশ মাইলমান হবগৈ।

গুৱাহাটীৰ পৰা দহমাইল, ব্ৰহ্মপুত্ৰ নইৰ সিটো পাৰে। সি মনতে ভগ্নাৱশেষ থকা টিলাটোৰ অৱস্থান কোনখিনিত হব পাৰে ঠাৱৰ কৰিবলৈ যত্ন কৰিলে। আৰু পাচত এটা কথা চিন্তা কৰি সি অলপ বিমূঢ় হৈ পৰিছিল। সি তাৰ বন্ধু সুনীলৰ কথা ভাবিছিল।

সি পি ডব্লিউ ডি, ফ্লাড কণ্ট্ৰোল আদি বিভাগৰ প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ, অবিবাহিত, তাৰ দৰেই। অৱশ্যে তাৰ দৰে গৰিব নহয়। যথেষ্ট টকা পইচা আছে। চিকাৰত চখ আছে। এটা গ্ৰীনাৰ ডাবল্ বেৰেল, টুৱেল্ভ বোৰৰ, বি এল গান আৰু এটা পয়ণ্ট টু টু বোৰৰ ৰাইফল আছে। এই দুটা বিষয়ত বাদে অৰ্থাৎ ঠিকা আৰু চিকাৰত বাদে পৃথিবীত আৰু তৃতীয় কথা এটা আছে বুলি সি নাভাবে, সেই দুটাত বাহিৰে আন কথা কোনোবাই উলিয়ালেও সি একেবাৰেই গুৰুত্ব নিদিয়ে।

: ভগ্নাৱশেষটো দেখি তোৰ আকৌ কিহৰ কাৰণে ইমান গুৰুত্ব দিবলগীয়া হ'ল যে, তই নিজৰ গাঁঠিৰ ধন খৰচ কৰি পেট্ৰল কিনি, নিজৰ জীপখন, কেমেৰাটো দি মোক তালৈ পঠাবলৈ আহিছ!

সি সঁচাকৈ আচৰিত হৈছিল সুনীলৰ আচৰণ দেখি। সুনীলে কিন্তু তাৰ প্ৰশ্নৰ কোনো জবাব নিদি মাথোন কলে—

: তই অন্ততঃ গুৱাহাটীৰ কিতাপখন লেখাৰ আগতে সেই ভগ্নাৱশেষটো চাই লোৱাটো মই বিচাৰোঁ। যা, দেৰি কৰিব নালাগে।

কৌতুহল তাৰ চৰিতাৰ্থ হোৱা নাছিল যদিও তলে তলে এনে মহাৰ্ঘ সুযোগ এটা এৰি দিয়াৰ ইচ্ছা তাৰ নাছিল। গতিকে সি কথা নবঢাই সুনীলৰ জীপত উঠি ওলাই আহিছিল।

জীপখন তলত থৈ যেতিয়া সি টিলাটোৰ ওপৰলৈ উঠি অহা একপদীটোৰে উঠি আহিছিল তাৰ মনৰ সংশয় আঁতৰা নাছিল। কিন্তু ওপৰ পায়েই বিশাল ভগ্নাৱশেষটো দেখি আৰু ইতিমধ্যে আহি পৰা যাত্ৰীৰ দলবোৰে নিজ নিজ নৈবেদ্যৰ যোগাৰ কৰাত ব্যস্ত হৈ পৰা দেখি সি বিস্ময়ত হতবাক হৈ পৰিছিল। আৰু পাচলৈ তাৰ অজ্ঞতাৰ বাবে লাজ লাগিছিল।

সি এটা কথা লক্ষ্য কৰিছিল যে যাত্ৰীসকলৰ কোনেও পূজাত বাদে আন কথালৈ মনোযোগ দিয়া নাছিল। প্ৰাচীন গৰ্ভগৃহটো

খণ্ড আছিল, তাতে দেৱাল নোহোৱা ওখ ভেটিৰে আগুৰা গাঁত যেন লগা প্ৰকোষ্ঠ এটাত থকা যুগল মূৰ্তিৰ সন্মুখত বহি লৈ পূজাৰী এজনে যাত্ৰীসকলৰ উপচাৰ বেদীত আগবঢাই আছিল আৰু ধূনাদানিটো ঘূৰাই ঘূৰাই আন এজনে তেওঁলোকৰ কপালত ফোঁট আৰু হাতত দেবতালৈ আগবঢোৱা ফুল আৰু বেলপাতৰ অঞ্জলি দিছিল।

সি সেইবোৰ দেখি পেটে পেটে ভালেই পাইছিল। কেমেৰাটো বেগৰ পৰা উলিয়াই লৈ টিলাটোৰ ভগ্নাৱশেষৰ মাজে মাজে ঘূৰি নিৰিবিলি-ভাৱে কেবাটোও ফটো লৈছিল। যাত্ৰীসকলৰ পৰা সি কোনো ধৰণৰ আমনি পোৱা নাছিল সেই পৰ্যন্ত। অৱশ্যে দহমান বজাৰ পৰা যাত্ৰীৰ ভিৰ ক্ৰমে বাঢ়ি গৈছিল। ভগ্নাৱশেষ চোৱাত অনুৰাগ থকা পুৰুষ-মহিলা, যুৱক-যুৱতীৰ সংখ্যাও বাঢ়ি গৈছিল লাহে লাহে। সি তেতিয়া তাৰ ফটো লোৱা বন্ধ কৰি এনেয়ে মূৰ্তি আৰু আন ভাস্কৰ্য আৰু স্থাপত্যৰ নিদৰ্শনবোৰ চাই ফুৰিছিল।

কিছু সময়ৰ পাচত সি অলপ ক্লান্তিবোধ কৰিলে আৰু ভাগি পৰি থকা শিলৰ প্ৰকাণ্ড পদুমৰ পাহি এটাত বহি ললে। মনতে ঠাৱৰ কৰিবৰ যত্ন কৰিলে ভগ্নাৱশেষটো কোন যুগৰ হব পাৰে সেই সম্বন্ধে। গৰ্ভগৃহ বুলি ঠাৱৰ কৰা সেই দ প্ৰকোষ্ঠটোত যাত্ৰীয়ে পূজা দিয়া সেই যুগল মূৰ্তিটো দেখি সি ভাবিছিল নাথযোগী মতবাদৰ সতে মহাযান তান্ত্ৰিক মতবাদৰ মিলন যেতিয়া হৈছিল অৰ্থাৎ দশম-একাদশ শতিকাত—সেই সময়তে সজা হৈছিল নিশ্চয় এই প্ৰকাণ্ড দেৱালয়খন। পদুমফুলৰ আকৃতিৰ কেপিটেলবোৰেও তাৰ সেই সিদ্ধান্তৰ সপক্ষে সাক্ষ্য দিছিল।

এটা সময়ত সি ঠিক কৰিলে যে, সেইবোৰ এতিয়াই ভাবি লাভ নাই। যাত্ৰীৰ ভিৰ কমি গলে সি যেতিয়া শান্তিৰে চাৰিওপিনে ভালদৰে চাই লব পাৰিব, তেতিয়াহে হয়তো এটা সিদ্ধান্তত উপনীত হোৱাটো সহজ আৰু নিৰাপদ হব। গতিকে সি চব চিন্তা বাদ দি কাষতে পৰি থকা এটা প্ৰকাণ্ড কলামত চকুদুটা মুদি টোপনি যোৱাৰ

চেষ্টা কৰিলে। চাৰিওপিনে থকা গছ গছনিৰ জাহনিয়ে আকাশখন আকলি মুকলিকৈ দেখাৰ পৰা যদিও বাধা দিছিল আকাশত থকা বেলিটোৱে মাজৰ সুৰুঙাটোৱেদি টিলাটোৰ ভগ্নাৱশেষবোৰত যিমান পাৰে ৰ'দ ঢালি দিছিল। ৰ'দজাকে দেহত আমেজ এটা আনি দিছিল যদিও চকুত অসহ্য আমনি দিছিল। সি ৰুমালখনেদি চকুহুটা ঢাকি লৈ নিৰৱ নিথৰ হৈ পৰি আছিল।

অলপ পৰ তেনেদৰে পৰি থকাৰ পাচতে তাৰ টোপনি অহাৰ ভাব হৈছিল। এনেতে এগৰাকী মহিলাৰ সতে কোনোবা ঠাকুৰ এজনৰ কথাবতৰা লাহে লাহে তাৰ চেতনাত স্পষ্ট হৈ পৰিছিল। আৰু তাৰ টোপনিৰ ভাবটো আঁতৰি গৈছিল। সি অৱশ্যে আগৰদৰেই নিতত হৈ পৰি কথাবতৰাবোৰ শুনি থাকিল।

: ঠাকুৰ, মন্দিৰটো কিমান পুৰণি বাৰু ?

ঠাকুৰ বোলা মানুহটোৱে মহিলাগৰাকীৰ প্ৰশ্নৰ উত্তৰত কৈছিল—

: কোনেও কব নোৱাৰে আইদেউ, মোৰেতো তিনিকুৰি বাৰ বছৰ বয়স হ'ল। আমি সকৰ পৰাই পিতাৰ লগত আহিছিলো ইয়ালৈ। পিতাও হেনো সৰুতে আতাৰ লগত আহিছিল।

: যাত্ৰী কিমান হয় বাৰু বছৰি ?

: একো ঠিকনা নাই, কোনো বছৰ বেছি হয়, কোনো বছৰ কম হয়। বছৰ মানে আকৌ চাৰিটা মাহহে। মাঘৰপৰা বহাগলৈ। বচ, এইখিনি সময়তে যি হয়।

: কিয় ? আন কেইটা মাহত ? কিয় নহয় তেতিয়া ?

: জেঠৰ পৰা পুহলৈ বৰষুণৰ কাৰণে বাটপথ বেয়া হৈ থাকে। জংঘলো বাঢ়ি যায়। এই শিলবোৰৰ মাজত সাপো বৰ বেচি হয়। তহুপৰি বনৰজাও হুই এটাই ঘূৰা ফিৰা কৰে বাটাত।

: আপোনালোকে কি কৰে ?

: আমি এই আঠটা মাহ পুৱাৰ পৰা গধূলিলৈ, গধূলিৰপৰা পুৱালৈ বাট চাই থাকোঁ। কেতিয়া পুহ-মাঘৰ সংক্ৰান্তি পৰে তালৈকে অপেক্ষা কৰি থাকোঁ আইদেউ।

ঠাকুৰৰ উত্তৰটো শুনি মহিলাই চোন জোৰেৰে হাঁহি দিলে।

তেওঁৰ অনৰ্থক অশ্লীল যেন লগা হাঁহিটো শুনি ভলে ভলে সি অতিশয় বিৰক্ত হৈছিল। ঠাকুৰৰ কথাষাৰত হাস্যকৰতো একোৱে নাছিল। তাৰ সেইবাবে কৌতুহলো হৈছিল মানুহজনীক চাবলৈ। অৱশ্যে সি ধৈৰ্য ধৰি একেদৰেই পৰি থাকিল।

অলপ পাচতে তাৰ ভুল ভাগিল। সি ভাবিছিল ঠাকুৰৰ কথাত, হঁহা বুলি। কিন্তু তেওঁ হাঁহিছিল তাক লৈহে। মহিলাগৰাকী একেবাৰে তাৰ কাষত থিয়হৈ কলে—

: ঠাকুৰ, ভয় নাই। জী আছে। যিদৰেহে নিতত হৈ পৰি আছিল মই আকৌ ভাবিছিলোঁ, স্বৰ্গ প্ৰাপ্তিয়ে হ'ল নেকি?

মহিলাগৰাকীয়ে এইবাৰো সশব্দে হাঁহি দিলে। সি কিন্তু তেওঁৰ হাঁহিটোত এইবাৰ তাৰ প্ৰতি অৱজ্ঞাসূচক প্ৰত্যাহ্বানৰ ইংগিত থকা যেন অনুভৱ কৰিলে। সি সন্তৰ্পণে চকুৰপৰা ৰুমালখন গুচাই মহিলা গৰাকীলৈ চালে। প্ৰথম দৃষ্টিতে সি হতবাক হৈ গ'ল। মহিলা-গৰাকী মহিলা নাছিল, আছিল এজনী বাইশ তেইশ বছৰ বয়সীয়া ছোৱালী। মাতটো আৰু ছোৱালীজনী একেবাৰেই মিলা নাছিল। মাতটো শুনি সি ইমানপৰে তেওঁক বয়সস্থ মহিলা বুলিহে ভাবি আছিল।

সি চকুমেলি তেওঁৰ মুখলৈ চোৱা দেখি ছোৱালীজনীয়ে কলে—

: ক্ষমা কৰিব দেই, মই ভয় খাই গৈছিলোঁ। বৰ ভুল হৈছিল।

: মোৰো ভুল হৈছিল আপোনাৰ মাতটো শুনি।

সি তেওঁক অপ্ৰস্তুত কৰিবৰ মনেৰেই হঠাৎ কৈ দিছিল কথাষাৰ। তেওঁ কিন্তু স্বাভাৱিক ভাৱেই কৈছিল—

: মোক নেদেখিলে মাতটো শুনি মোক প্ৰথমতে বহুতেই বয়সস্থ মহিলা বুলি ধৰি লয়। উপায় নাই বুজিছে।

কথাবাৰ কৈয়ে তাৰ প্ৰতি মনোযোগ দিবলৈ বাদ দি পিচপিনে থিয় হৈ থকা বয়সস্থ পূজাৰীজনক উদ্দেশ্য কৰি কলে—

: ঠাকুৰ কিবা জনশ্ৰুতি তনশ্ৰুতি নাইনে এই ঠাইতে এসময়ত গুৱাহাটী আছিল বুলি।

: আছিল যদিও আমি শুনা নাই। অনুমানহে কৰা যায়, প্ৰাচীন কামৰূপ দেশৰ কিবা নগৰ তগৰ নিশ্চয় আছিল ইয়াত। হয়তো প্ৰাচীন প্ৰাগজ্যোতিষপুৰখনেই আছিল ইয়াত। ইয়াৰ পৰা গুৱাহাটী পোনে পোনে দহমাইলো নহয়। মাজতে নদীটো আছে অৱশ্যে।

: নদীটো নহয় নদীখন।

ছোৱালীজনীয়ে শুধৰাই দিছিল। কিন্তু তৎমুহূৰ্ত্তে পূজাৰীজনে কৈছিল—

: বাবা ব্ৰহ্মপুত্ৰক নদীখন বুলি কবলৈ আমাৰ বেয়া লাগে। মতামানুহ এজনক মানুহজনী বুলি কলে যেনে লাগে, ঠিক তেনে লাগে, বাবাকো নদীখন বুলি কোনোবাই কোৱা শুনিলে।

তেওঁ পূজাৰীৰ কথাৰ উত্তৰত নীৰৱে হাঁহি তাৰ পিনলৈ চালে। সি সেই মুহূৰ্ত্তত ছোৱালীজনীৰ ৰেহৰূপকে চাই আছিল। ছোৱালীজনীৰ ৰাজসিক চাল-চলনে প্ৰথম দৃষ্টিতে মানুহক আকৰ্ষিত কৰে। তাৰ কিন্তু তেওঁৰ আন্তৰিকতাহীন কথাবতৰা শুনি একেবাৰেই ভাল লগা নাছিল। পূজাৰীজনক কৰা প্ৰশ্নবোৰৰ উত্তৰত পূজাৰীয়ে প্ৰতিবাৰেই বহু কথাই কৈছিল, কিন্তু উত্তৰটোহে কোনোবাৰেই কোৱা নাছিল। ছোৱালীজনীয়ে আকৌ প্ৰতিবাৰে পূজাৰীজনৰ পৰা যেনযথোচিত উত্তৰকে পাইছিল তেনেদৰে প্ৰশ্নান্তৰলৈ গৈছিল। মুঠতে ছোৱালীজনীয়ে নিজে যে ভগ্নাৱশেষটোৰ বিষয়ে সজাগ তাকেই জাহিৰ কৰিছিল, কিন্তু সঠিকভাৱে কিবা এটা জনাৰ আন্তৰিকতা নাছিল তেওঁৰ।

: আপুনি দেখোন মোৰ ভৰিৰ পৰা মূৰলৈ চাইছে?

: অঁ, দেৱীৰ বন্দনা হেনো তেনেকৈয়ে হয়? মই কালিদাসৰ

ৰূপৰে দেৱীৰ অভিশাপ লব খোজা নাই, মুখৰ পৰা ভৰিলৈ বৰ্ণনা কৰি।

সিও মনে মনে ঠিক কৰিছে, ছোৱালীজনীক ভালদৰে এপালি দিবই। তেওঁ তাক লৈ বিদ্রূপ কৰাৰ সাহস কৰে।

ছোৱালীজনীয়ে অকণো বিব্রত নহৈ হাঁহি কলে—

: মোৰ হলে ভাল লাগিলহেঁতেন আপুনি যদি মূৰৰ পৰা ভৰিলৈ চালেহেতেন। এতিয়াও পাৰে, কিন্তু যিহকেই নকৰে আমাৰ গভৰ্ণৰ গৰ্ভগৃহৰ পৰা ওলোৱাৰ আগতে শেষ কৰক। নহলে কেৱল মোৰেই নহয়, আপোনাৰো বিপদ আছে।

সি পুনৰ ছোৱালীজনীৰ মুখলৈকে চাই ৰ'ল। তেওঁৰ পাতল কথাষাৰে তাৰ মনত কোনোধৰণৰ প্ৰতিক্ৰিয়া নকৰিলে, কেৱল এটা শব্দ তাৰ কাণত বাজি থাকিল। সেইটো হ'ল গৰ্ভগৃহ শব্দটো। হয়তো আন কাৰোবাৰ মুখত শুনি তেওঁ শব্দটো ব্যৱহাৰ কৰিছে। তথাপি নিজৰ কৌতুহল চৰিতাৰ্থ কৰাৰ উদ্দেশ্যেই সুধিলে—

: কোনটো গৰ্ভগৃহ বুলিলে?

: হেইয়া, শব্দটো উচ্চাৰণ কৰি মই দেখিছোঁ এতিয়া বিহহে খাই ললোঁ।

: মোৰ কাণত আকৌ আপোনাৰ শব্দটোৱে অমৃত বৰষিছে।

এইবাৰ ছোৱালীজনী অদ্ভুতধৰণে গহীন হৈ গ'ল। পূজাৰীজনে তেওঁৰ উপস্থিতিৰ প্ৰয়োজন নাই বুলি ভাবি ইতিমধ্যে আঁতৰি গৈছিল। ল'ৰাছোৱালীৰ দুটা দলে যেনি তেনি ফটো তুলি যাত্ৰীৰ মাজে মাজে ঘূৰি ফুৰিছিল। যাত্ৰীৰ ভিৰ তেতিয়াও কমা নাছিল। ছোৱালীজনীয়ে কিবা এটা চিন্তা কৰি অলপ আঁতৰত গ্ৰুপ ফটোৰ বাবে বৈ থকা ল'ৰাছোৱালীৰ দল এটালৈ চাই খন্তেক থমকি ৰ'ল। পাচত লাহে লাহে কলে—

: আপুনি দেখিছোঁ আৰ্কিঅ'লজিত ইণ্টাৰেষ্টেদ্। মই সেই বিষয়ত একেবাৰে অজ্ঞ।

: কিন্তু আপুনি কিবা গৰ্ভগৃহৰ কথা কলে যে?

: আমাৰ মহাদেৱে কয়। মই যে গভৰ্ণৰ বুলি কৈছিলোঁ। তেখেত মোৰ ম'হা। সেই যে খাল যেন ঠাইডোখৰ আছে, তাতে পূজা দিবলৈ সোমাইছে। তেখেত বৰ ইন্‌টাৰেষ্টেড্ এইবোৰত। আমি তেখেতৰ পৰা শুনোতে শুনোতে সভা মণ্ডপ, পৰিক্ৰমা, গৰ্ভগৃহ, গোপুৰম্ এনেবোৰ শব্দ আমাৰ মুখস্থ হৈ গৈছে।

: কিন্তু আপুনি পূজাৰীজনক কৰা প্ৰশ্নবোৰ?

: তেওঁৰ উত্তৰবোৰতো নিশ্চয় শুনিছেই আপুনি? মই জনা হলে তেওঁক ছুনাই প্ৰশ্ন কৰিলোহেতেন। আচলতে মহাদেউ গুৱাহাটীলৈ আহিলেই ইয়ালৈ আহে। আৰু মই তেখেতক একম্পেনি কৰিবলগীয়াত পাৰোঁ। ইয়ালৈ অহাটো মোৰ কাৰণে যমৰ যাতনা। বৰ বোৰ হৈ যাওঁ। গতিকে সময় কটাবলৈ মাজে মাজে পূজাৰীকে বোৰ কৰোঁ। পূজাৰী আকৌ ম'হাৰ বৰ ভক্ত। পইচাৱালা মানুহতো! গতিকে মই পূজাৰীৰপৰা পুৰামাত্ৰাই সুযোগ লওঁ।

: আপোনাৰ মহাদেৱেকে কি কৰে বাৰু—

: গাঁৱৰ কলেজ এখনত কাম কৰে। বুৰঞ্জী শিকায় সময় পালে।

: সময় পালে মানে?

: সময় তেনেকে নাপায়েই। তেখেত প্ৰিন্সিপালতো। বাপেকৰ টকাৰে পতা কলেজ। মহাই থাৰ্ড ক্লাচ অনাৰ্চ পাই, এম এ তো তেনেকুৱাই কিবা এটা পাইছিল। গতিকে ফাউণ্ডাৰ প্ৰিন্সিপাল হৈছিল কলেজখনৰ। এতিয়াও সেইদৰেই আছে হেনো। পুৰাতত্ত্বত বিশেষ অনুৰাগী। প্ৰায়ে বাতৰি কাকত আৰু আলোচনীত পুৰাতত্ত্বৰ ওপৰত প্ৰবন্ধ লেখে। এহ্ খালে খালে, ওলাল। মই আহিলোঁ দেই। সৌৱা মহাদেউইঁত ওলাই মোকে বিচাৰি আছে। দেখিলেই ডাঙৰ মানুহ যেন নালাগেনে বাৰু? যাওঁ দেই।

হঠাৎ মহাদেউকইঁতক ওলাই অহা দেখি ছোৱালীজনী যে ইমান ব্যস্ত হৈ পৰিব, সি ভবাই নাছিল। সি তেওঁ যোৱাৰ পিনলৈ চাই দেখিলে তালুখন ব'দত জিলিকা, প্ৰকাণ্ড ছুকোচা গোফেৰে

বিশালকায় এগৰাকী ব্যক্তি লগত একেবাৰে ক্ষীণকায়া এগৰাকী মহিলাক লৈ পূজা দিয়া কোঠাটোৰ মুখতে বৈ ইপিনে সিপিনে চাইছিল, আৰু মহিলাগৰাকীয়ে মাৰবিনা মাৰবিনা বুলি চিঞৰিছিল। সি ছোৱালীজনীৰ অদ্ভুত নামটোকে মনে মনে আওৰাই মনত ৰাখিবৰ চেষ্টা কৰিছিল।

এনেতে ছোৱালীজনী দৌৰি উভতি আহি তাৰ কাষ চাপি কলেহি—

: মই কৰলৈ পাহৰি গৈছিলোঁ, দক্ষিণফালে অলপ তলত এটা লিন্টেল পৰি আছে। ভাগ্নি ডোখৰ ডোখৰ হৈ। তাৰে দীঘল ডোখৰত পেনেল এটা আছে। চাই যাব যেনে তেনে। ফটো লয় যদি মোলৈ এটা কপি ৰাখি থব।

কৈ তেওঁ তাৰ প্ৰতিক্ৰিয়ালৈ বাট নাচালে। ভিৰৰ মাজত মিলি গৈছিল। সি ছোৱালীজনীৰ মহাদেউকহুঁতক কৰবাত দেখে নেকি চাইছিল। বহুত পৰ চাৰিওপিনে চাইও কতো নেদেখি সি হতাশ হৈছিল। কিয়নো ছোৱালীজনীৰ নামটো মাৰবিনা বুলি পৰোক্ষভাৱে জনাত বাদে সি আন পৰিচয়, ঠিকনা আদি একোকে জনা নাছিল। তাৰ নিজৰ ওপৰতে খঙো উঠিছিল, ইমানপৰ কথা পাতিলে অথচ ছোৱালীজনীৰ পৰিচয়টোকে ভালদৰে লব নোৱাৰিলে।

লাহে লাহে তাৰ মনত এটা অদমনীয় কৌতুহলে ঠাই ললে। কি আছেবাৰু ছোৱালীজনীয়ে কোৱা দক্ষিণফালৰ পেনেলটোত। সেইটো চোৱাৰ পাচত অন্ততঃ ছোৱালীজনীৰ পৰিচয় সম্বন্ধে ভালেখিনি কথা স্পষ্ট হৈ পৰিব—সি মনতে ভাবিলে। ভৰাৰ লগে লগে সি পেনেলটো চোৱাৰ বাবে উদগ্ৰীৱ হৈ পৰিল। সি যাত্ৰীৰ ভিৰ কমি যোৱাৰ কাৰণে আগ্ৰহেৰে অপেক্ষা কৰিলে। যাত্ৰীৰ ভিৰ কমি, অন্ততঃ কেমেৰা লৈ অহা দল দুটা নামি গলেই সি তাৰ কাম নিৰ্বিঘ্নে আৰম্ভ কৰিব পাৰিব।

সি তেনেদৰে উদগ্ৰীৱ হৈ থাকোতে পূজাৰীজন আহি তাৰ পিচপিনে থিয় হৈ তাক যে কিবা কৈ আছে, সি মনেই কৰা নাছিল।

পূজাৰীয়ে তাৰ কান্ধত মৃদু চাপ দিয়াত সি ঘূৰি চালে আৰু তেওঁক দেখি উচপ খাই উঠিল।

: কি হ'ল?

: এইয়া, আপোনাৰ কাৰণে প্ৰসাদ দি পঠাইছে।

: কোনে?

: আইদেৱে, অলপ আগতে যে মোৰ লগত আহিছিল। সেই আইদেৱেই দি পঠাইছে।

: তেওঁৰ পৰিচয় তুমি ভালদৰে জানানে?

: তেওঁৰ পৰিচয়?

: অঁ তেওঁৰ পৰিচয়?

পৰিচয় সম্বন্ধে সি একেবাৰে সংশয়মুক্ত হ'ব পৰা নাছিল। তাৰ বন্ধু সুনীল শইকীয়াইতো কব খোজে যে সেয়া নেক্রোপলিচ। অর্থাৎ মৈদাম। সেই খালবোৰ যে আছে ভগ্নাৱশেষ থকা টিলাটোৰ যেনি তেনি, তাত হেনো এসময়ত ভ'ল্ট্ ৰখা হৈছিল সুনীলৰ মতে।

সি সুনীলক জব্দ কৰিবলৈকে সুধিছিল—

: ভ'ল্টত ৰখা মৃতদেহবোৰ ক'ৰ পৰা আহিছিল?

: কিয় কামৰূপ নগৰীৰ পৰা? বুৰঞ্জীত উত্তৰ গুৱাহাটীত থকা কামৰূপ নগৰীৰ উল্লেখ আছে। হয়তো ব্রহ্মপুত্রৰ দক্ষিণ পাৰৰপৰা এই নগৰী উত্তৰলৈ সম্প্রসাৰিত হৈছিল।

: সেয়াতো বাৰ শতিকাৰ বহুত পাচৰ কথা। এই ভগ্নাৱশেষ হ'ল বাৰ শতিকা বা তাৰ আগৰ।

' : এহ্ নহয় অ'। তই পাটলিপুত্রৰ কথা জান নহয়? খৃষ্টজন্মৰ বহু শতাব্দীৰ আগেয়ে তাৰ নির্মাণ হৈছিল। মোর্য সম্রাটসকলৰ সেয়ে ৰাজধানী আছিল। সেই পাটলিপুত্রৰ এৰা পৰলীয়া ঘৰ-দুৱাৰবোৰ খৃষ্টীয় সপ্তম শতিকা পর্যন্ত আছিল। যদিও তাত তেতিয়া কাৰো ৰাজধানী নাছিল। সপ্তম শতিকাত কোনোবাই পাটলিপুত্রৰ কথা উল্লেখ কৰিলেই যে, পাটলিপুত্র সপ্তম শতিকাৰহে হব লাগিব এনে কোনো কথা নাই।

: কিন্তু এইবোৰ?

তাৰ ঘৰত, তাৰ পঢ়া-শুনা কৰা খোটালীত বহি দুয়ো কথা পাতিছিল। সম্মুখৰ টেবুলখনত দুয়ো চোৱাৰ পাচত যেনি তেনি পেলাই থোৱা হৈছিল সেইদিনা সি লোৱা ভগ্নাৱশেষটোৰ ফটোবোৰ। সেই ফটোবোৰ দেখুৱাই সি প্রশ্নটো কৰিছিল সুনীলক।

সুনীলে উত্তৰ দিয়াৰ আগতে আকৌ এবাৰ টেবুলত পৰি থকা ফটোবোৰলৈ চালে। সংগমৰত এহাল নৰ-নাৰী। এটা পশুৰ সতে সংগমৰতা এগৰাকী নাৰী। এগৰাকী মদমত্তা অভিসাৰিণী। মূৰত দুৰ্বহ বোজা লৈ এটা ন্যুব্জ কুব্জ পুৰুষ—চব এপিনৰ পৰা সুনীলে চাই গ'ল। পাচত অলপ বৈ চিন্তা কৰি কলে—

: মোৰ বোধেৰে এই পেনেলবোৰ পাচত কৰা।

: কিন্তু একাদশ-দ্বাদশ শতিকাৰ পাচত হবই নোৱাৰে।

কথাষাৰ কৈয়ে সি ভাবিছিল যে, সুনীলৰ ধাৰণা শুদ্ধ হবও পাৰে। কিয়নো মহাযানী তান্ত্রিক আৰু নাথ মতবাদৰ সংযোগ ঘটাৰ ফলত, নতুনকৈ উদ্ভূত হোৱা মতাদর্শ আৰু অৰ্চনা ৰীতিৰ প্ৰভাৱ একাদশ দ্বাদশ শতিকাত প্ৰাচীন কামৰূপ-ডবাক আদি অঞ্চলত পৰিছিল। ইয়াৰ সাধনা-ভজনা লোকালয়ৰ পৰা দূৰত, বিশেষকৈ শ্মশান আদিত হৈছিল।

: অৱশ্যে তোৰ ধাৰণা শুদ্ধও হব পাৰে। কিন্তু তই কেনেকে জানিলি এই কথাবোৰ। তই জানো কিতাপ পঢ়?

: কিতাপ কি প্ৰফেছাৰবোৰেহে পঢ়ে নেকি? আনবোৰে নপঢ়ে? তইওচোন বামপন্থী বুদ্ধিজীৱিৰ দৰে কথা কৈছ।

: মানে?

: তেওঁবিলাকে ভাৱে, পাঁচ হেজাৰ টকা দৰমহা পোৱা প্ৰফেছাৰ হলেও সি প্ৰগতিবাদী বুদ্ধিজীৱি হোৱাত বাধা নাই, কিন্তু মাহে হেজাৰ টকা দৰমহা পোৱা চৰকাৰী চাকৰিয়ালেও তেনে বুদ্ধিজীৱি হবই নোৱাৰে। তইও নিজে প্ৰফেছাৰতো, আমি এই ঠিকাদাৰ চিকাদাৰবোৰক একেবাৰে অলগদ্ধ বুলি ভাব।

: তই সঁচাকে কচোন কেনেকে জানিলি এই কথাবোৰ। তই কিতাপ পঢ়, কিন্তু এইবোৰ কিতাপ যে তই নপঢ় সেইকথা মই অন্ততঃ ভালদৰে জানো। কচোন সঁচাকে ইমানবোৰ ইতিহাসৰ কথা, বিশেষকৈ এই নতুন যুক্তিপূৰ্ণ ধাৰণাবোৰে তই ক'ৰ পৰা পালি।

: মই কষ্ট কৰিছোঁ, বুজিছ, যথেষ্ট কষ্ট কৰিছোঁ। এই তৃতীয়

শ্ৰেণীৰ কথাবোৰ জানি মনত ৰখাৰ কাৰণে নহয়, কিয়নো তেনে নিৰৰ্থক বিলাসৰ মোৰ সময় নাই। মই কষ্ট কৰিছোঁ ব্যৱসায়িক দিশটোৰ কথা মনত ৰাখিছে।

: ইতিহাসৰ আকৌ কি ব্যৱসায়িক দিশ আছে ?

: গুলীমাৰ তোৰ ইতিহাস! তই যে কিতাপখন লিখিবি, তাৰ প্ৰকাশকতো ময়ে হব লাগিব। তাৰ বিজিনেচৰ দিশটোতো ময়ে চম্ভালিব লাগিব। ইমান টকা সুমাই দিম। ৰিটাৰ্ণতো কেনে হব পাৰে মই চিন্তা নকৰিম জানো? সেইবাবেই কিছু পঢ়াশুনা কৰি লৈছোঁ আৰু জ্ঞানীলোকক সুধি লৈছোঁ।

: সুনীল, তই প্ৰচণ্ড বেনিয়া, চাইলকতকৈও সাতচাৰ।

: আজিৰ দুনিয়া বেলেগ ভাই। হয় নিজে বেনিয়া হব লাগিব, নহয় বেনিয়াৰ বেকিং সুনিশ্চিত হব লাগিব—তেহে আজিৰ দুনিয়াত তই তিষ্ঠিব পাৰিবি।

সি অৰণ্যে এনেয়ে কৈছিল কথাষাৰ। তাৰ বন্ধু সুনীলক সি ভালদৰেই জানে, সি চব হয় হয়তো, কিন্তু বেনিয়া নহয়। পঢ়াতো সি চোকা আছিল। এই কথাবোৰ সি নিশ্চয় নিজেই পঢ়ি শুনি কৈছে। সি কব খুজিছিল যে কিতাপখনৰ সহযোগী ৰচয়িতা হিচাপে তাৰো নামটো থাকিব। কিন্তু কথাষাৰ কলে তাৰ প্ৰতিক্ৰিয়া কেনে হবগৈ পাৰে চিন্তা কৰি সি খিৰিকীৰ পিনে বাহিৰলৈ চাই পঠাইছিল। এটা অদ্ভুত দৃশ্য দেখি সি সুনীলক কি কব খুজিছিল পাহৰি গ'ল। সি একদৃষ্টে খিৰিকীয়েদি চায়ে থাকিল।

সুনীলেও কৌতুহলী হৈ খিৰিকীয়েদি চাই পঠিয়ালে। চায়েই ভদ্ৰলোক গৰাকীক দেখি সি উচপ খাই উঠিল আৰু টেবুলত সিচঁৰিত হৈ পৰি থকা ফটো কেইটাৰ ওপৰত এখন বাতৰি কাকত পাৰি থৈ চমুকৈ এষাৰ কিবা কৈ তন্তাতৈয়াকৈ পিচপিনৰ দুৱাৰেদি ওলাই গ'ল। সি সুনীলৰ নাম ধৰি মাতিছিল কেবাবাৰো। কিন্তু সহাৰি নাপালে।

সুনীলৰ কথা বাদ দি সি আগন্তুক ভদ্ৰলোকজনৰ কথাকে ভাবিলে।

তেওঁ গজেন্দ্ৰগমনে আহি আছিল। সেইদিনা ছোৱালীজনীয়ে ঠিকেই কৈছিল তেওঁৰ মহায়েকক ডাঙৰ মানুহ যেন লাগে বুলি। প্ৰকাণ্ড গোঁফ ছকোছাৰে, টেলেকাটেলেকা চকু দুটা, ধনেশ চৰাইৰ ঠোঁটটোৰ দৰে বিয়াগোম নাকটোৰে মানুহজনক দেখিলে কাতোকৈ সৰু যেন নালাগে।

তাৰ মনত পৰিল এই আগন্তুক প্ৰফেছাৰ গৰাকীৰ ভাগিনী মাৰবিনা নামৰ ছোৱালীজনীৰ পৰিচয়ৰ বাবে সি পূজাৰীক সোধা প্ৰশ্নৰ উত্তৰত যে পূজাৰীয়ে মহা আড়ম্বৰেৰে তেওঁৰ পৰিচয় দিছিল। পূজাৰীজনে ৰহস্যময় হাঁহি এটা মাৰি কৈছিল—

: অউ এওঁ। এই ছোৱালীজনী? এওঁ আমাৰ চাৰৰ ভাগিনীয়েক। ম'হা বুলিবলৈ পায় চাৰক।

: চাৰ মানে?

: আমাৰ বৰুৱা চাৰ। প্ৰিঞ্চিপাল। বেচ মজবুত মানুহ। গায়ে-গাৰীয়ে, ধনে-সম্পত্তিয়ে মজবুত। গুৱাহাটীত আছিলেই ইয়াত এপাক মাৰি যাবই। আইদেৱো আহে লগত। সেই চাৰৰে ভাগিন। বৰ কথা কয়। আমাকে কত কি প্ৰশ্ন কৰি এক মিনিটো ছুটান নিদিয়ে। আমাৰ চাৰেও পৰি মৰে তেওঁৰ নিমিত্তে।

পূজাৰীৰ কথা শুনি সি হতাশাত মনে মনে আছিল। ছোৱালী-জনীৰ সবিশেষ পৰিচয় পোৱাৰ সমস্ত আশা বাদ দি সি আঁতৰি গৈছিল। আজি দুমাহৰ আগতে হলেও সেইদিনটোৰ প্ৰতিটো কথা তাৰ ভালদৰে মনত আছে। সি পূজাৰীক এৰি থৈ দক্ষিণ পিনে পৰি থকা সেই লিণ্টেলডাল চাবলৈ গৈছিল। লিণ্টেলৰ আটাইতকৈ দীঘল টুকুৰাটো বিচাৰি উলিয়োৱাত তাৰ অকণো সময় লগা নাছিল। সি লিণ্টেল ডোখৰৰ আটাইতকৈ ডাঙৰ পেনেলটোৰ সন্মুখত থিয় হৈয়ে স্তব্ধ হৈ গৈছিল। সেই মুহূৰ্তত তাৰ ছোৱালীজনীক স্বাভাবিক নহয় যেন লাগিছিল। কিয়নো সেই পেনেলটোতে আছিল সংগমৰত নৰনাৰী হাল। মূৰ ঘূৰি গৈছিল তাৰ। বিমূঢ় হৈ সি বহি পৰিছিল।

সেইদিনাৰ কথাবোৰ ভাবি হঠাৎ সি ইমান অন্যমনস্ক হৈ পৰিছিল যে, ৰামস্বৰূপে সন্মুখত আহি থিয় নিদিয়া পৰ্যন্ত সি তাৰ কথাকে শুনা নাছিল। ৰামস্বৰূপে তাৰ দৃষ্টি ৰুদ্ধ কৰি থিয় দিয়াৰ লগে লগে তাৰ হুচ হ'ল আৰু সপ্ৰশ্ন দৃষ্টিৰে তালৈ চালে।

: এজন চাহাব আহিছে চাৰ।

: যা বহিবলৈ দে গৈ। মই গৈ আছোঁ।

অলপ পাচত বুলনি কোঠাত সোমায়ে সি দেখিলে ভদ্ৰলোকে কোঠাটোত থকা এজনীয়া চকীবোৰ বাদ দি একমাত্ৰ দুজনীয়া চোফাখন পূৰ কৰি বহি আছে। পুৰা হকাৰে দি যোৱা সেইদিনাৰ সাপ্তাহিক কাকতখন সন্মুখত মেলি লৈ। সি কোঠাটোত সোমাই খন্তেক থমকি ৰ'ল।

আগন্তুকজনে ভৰিৰ পাম্পশ্যুযোৰ খুলি মাটিত ভৰি দি নিজৰ ঘৰত অকলে অসতৰ্কভাৱে বহি থকাৰ দৰে বহি আছিল। সি দেখিয়েই বুজিলে আগন্তুকজন খোলামনৰ, আড্ডাবাজ লোক হব। কথাপাতি মনটোক সজীৱ কৰি লব পৰা হব বুলি সি আশা কৰিলে।

: আপুনি কাক বিচাৰিছে ?

তেওঁ তাৰ প্ৰশ্নষাৰ শুনি সশব্দে কাগজখন আতৰাই লৈ তাৰ মুখৰ পিনে নিথৰ হৈ চাই ৰ'ল। চাওতে চাওতে তেওঁৰ সমস্ত মুখমণ্ডল এটা স্নেহপূৰ্ণ হাঁহিত উজলি উঠিল।

: আপুনি প্ৰফেছাৰ চৌধুৰী নহয় জানো ?

: হয়।

: মই ইন্দ্ৰনাথ বৰুৱা। গাঁৱৰ কলেজ এখনত কাম কৰোঁ।

: কিবা কথা আছে ?

তেওঁ অৱশ্যে তাৰ প্ৰশ্নষাৰ নুশুনা যেন কৰি পুনৰ সাপ্তাহিকখনত মনোযোগ দিলে। বোধকৰোঁ কিবা এটা পঢ়া অসমাপ্ত হৈ আছিল। কিয়নো অলপ পাচতে তেওঁ কাগজখন যিদৰে মেলি লৈ পঢ়িছিল সেইদৰেই সন্মুখৰ দীঘল টিপয়খনত পেলাই থৈ তাৰ মুখৰ পিনে চাই কলে—

আপুনি অলপতে এদিন মদন-কামদেৱলৈ গৈছিল

: এদিন নহয়, তিনিদিন।

: অ' বাক তিনিদিন। পিচে এদিন আপুনি তাতে মোৰ ভাগিনী ছোৱালী মাৰবিনাক লগ পাইছিল?

: অ' হয় নেকি?

সি পোনপটীয়াভাৱে ছোৱালীজনীক জানো বুলি কবলৈ বেয়া পালে। তেওঁ অৱশ্যে তাৰ উত্তৰত গুৰুত্ব নিদি কলে—

: মাৰবিনাই কৈছিল মোক আপনাৰ বিষয়ে। আপুনি হেনো আৰ্কিয়'ল'জিত বৰ ইন্‌টাৰেষ্টেদ্।

: হয়। বিষয়টো মই ভাল পাওঁ।

: ভালতো মইও পাওঁ। কিন্তু কি হব? সাধ আছে সাধ্য নেই। টেক্‌নিকেল কথাবোৰ একোকে নাজানো।

: সেই বিষয়ে যথেষ্ট কিতাপ পাতি আছে। অকণ পঢ়াশুনা কৰিলেই বেছিক কথাবোৰ জানি লব পৰা হব।

তেওঁ তাৰ পৰামৰ্শ আওকাণ কৰি আন কথা এটা চিন্তা কৰাৰ দৰে দেখা গৈছিল। কিছুপৰ নীৰৱে থকাৰ পাচত তেওঁ কলে—

: আমাৰ অসমত কিছুমান দুৰ্ভাগ্যজনক ঘটনা ঘটি আছে। আমাৰ যিবোৰ সম্পদ আছে, সেইবোৰ হয় আনৰপৰা ধাৰ কৰা বুলি কৈছোঁ, নতুবা, সেইবোৰৰ যে কিবা মূল্য থাকিব পাৰে সেই কথা আমি নিজেই অস্বীকাৰ কৰি বহি আছোঁ।

ভদ্ৰলোকৰ কথাখিনি সি বুজা নাছিল, ঠিক কি কব খুজিছিল সি ধৰিবপৰা নাছিল।

: অৰ্থাৎ?

: এই ধৰক আমাৰ ৰুইন্‌চ্‌বোৰ। তাৰ স্থাপত্য, তাৰ ভাস্কৰ্য— সেইবোৰ আমিয়ে কওঁ সেনপাল ৰীতিৰ বুলি। হৰ্জৰ বৰ্মন, বলবৰ্মন আদিৰ দিনত, আনকি ভাস্কৰ বৰ্মনৰ দিনতো দুই এটা নিৰ্মাণ ইয়াত মানে প্ৰাচীন কামৰূপ দেশত হৈছিল। সেয়া বৰ্মণৰীতি বা কামৰূপী ৰীতিৰ কিয় নহয়?

: হয়তো টেক্‌নিকেল কিবা কাৰণ আছে।

: কিহৰ টেক্‌নিকেল কাৰণ থাকিব পাৰে তাত? যিমানবোৰ শিলৰ ভগ্নাৱশেষ পোৱা গৈছে সেই সোপাই আছে অসমত, সেন-পালে য'ত ৰাজত্ব কৰিছিল তাত নাই। অথচ এই শিলৰ নিৰ্মাণবোৰ সেন-পাল ৰীতিৰ হয় কেনেকৈ? নে তেওঁলোকৰ তাত শিলৰ নিৰ্মাণ ৰিস্কি আছিল গুণে আমাৰ ইয়াত মাটি লীজ লৈ সেন-পালে আহি শিলৰ নিৰ্মাণৰ এক্সপেৰিমেণ্ট চলাইছিল? যত চব গাজাখুৰি গল্প! সি দেখিলে মানুহজনক দেখাত একেবাৰে খা-খবৰ নৰখা বোম ভোলা যেন লাগিলেও তলে তলে কিন্তু ভীষণ সজাগ।

: কিয় আহিল বাৰু মোৰ ইয়ালৈ?

: এটা বিশেষ অনুৰোধ জনাবলৈ।

: কি বাৰু?

: সেইদিনা মদন কামদেৱলৈ আপুনিও যোৱা বুলি মাৰবিনাই যেতিয়া কলে মোৰ মনত হঠাৎ এটা ভাব খেলালে। আপোনাৰ লেখাত বেচ হাত আছে। ভাবিলোঁ, আপোনাৰ পুৰাতত্ত্ব বিষয়ক কথাত ইন্‌টাৰেষ্টেড্ যেতিয়া ইউ উৰিল বী দ্য বেষ্ট্ ম্যান্। আপনি গুৱাহাটীৰ ওপৰত কিতাপ এখন নেলেখে কিয়? গুৱাহাটী পৃথিবীৰ প্ৰাচীনতম নগৰবোৰৰ অন্যতম। কত নতুন নগৰক লোকে পুৰণি ইতিহাসৰ চুৰিযা পিন্ধাই প্ৰাচীন কৰি তুলিছে। আমাৰ গুৱাহাটীয়ে আকৌ ইতিহাসৰ চুৰিয়া পিন্ধিব ছাৰি ইতিহাসৰ জন্মৰ আগৰপৰাই আছে। কথা দিয়ক চৌধুৰী, আপুনি লিখিব?

: মই লিখিবলৈ লৈছোৱেই।

: হয়? সঁচাকে বৰ সকাহ পালোঁ। মই জনা নাছিলোঁ।

: কিন্তু আপোনাৰ মুখ দেখি আপোনাক হতাশ হোৱা যেন হে লাগিছে?

সি হাঁহি হাঁহি কৈছিল যদিও বৰুৱাই ক্ষোভেৰে কলে—

: আপুনি ঠিকেই ধৰিছে। মই ক্ৰেডিট লাইনৰপৰা বঞ্চিত হলোঁ। হতাশ নহৈ কি হ'ম বাৰু? ভাবিছিলোঁ, মইয়ে আপোনাক

প্ৰথমে পৰামৰ্শ দিছিলোঁ বুলি এটা প্ৰশস্তি বাক্য লাভ কৰিম বুলি। পিচে আপুনিতো আৰম্ভ কৰিয়েই দিলে।

বৰুৱাই এনেদৰে কথাখিনি কৈছিল যে সি হাঁহি সামৰি ৰাখিব পৰা নাছিল। সি স্বাভাৱিক হবৰ চেষ্টা কৰি কলে—

ঃ আপোনাৰ এনে অনুভৱে মোক কিন্তু বিশেষভাৱে অনুপ্ৰাণিত কৰিছে।

ঃ ৰাৰু চৌধুৰী, মই আজি উঠোঁ। আপোনাৰ ঘৰ চিনি পালোঁ যেতিয়া মাৰবিনাক পঠাই দিম। তাই আপোনাক বিশেষভাৱে সহায় কৰিব পাৰিব।

ঃ কোন মাৰবিনা ?

ঃ মোৰ ভাগিনী ছোৱালীজনীয়ে, সেইদিনা মদন-কামদেৱত আপোনাক যে বোৰ কৰি দিছিল ? তাই ৰেচ খা খবৰ ৰাখে, আপোনাৰ ভাল সহায় হব।

তাৰ সেইদিনাৰ মদন-কামদেৱৰ ঘটনাবোৰ মনলৈ আহিছিল, বিশেষকৈ ছোৱালীজনীৰ বেপৰোৱা কথাবোৰ আৰু বয়সস্থ মহিলাৰ দৰে কণ্ঠস্বৰটো তাৰ মনত পৰিছিল। প্ৰিঞ্চিপাল বৰুৱাৰ এনেধৰণৰ উপযাচি সহায় কৰিবলৈ ওলোৱা মনোভাবৰ অন্তৰালত এটা গোপন উদ্দেশ্য থকা যেন তাৰ সন্দেহ হৈছিল। সি ভাল পোৱা এটা বিষয়ত যে ছোৱালীজনীকো জড়িত কৰাব বিচাৰিছে বৰুৱাই, তাক কেন্দ্ৰ কৰিয়ে যে হব লাগিব উদ্দেশ্যটো তাত সন্দেহৰ কোনো প্ৰশ্ন নথকা যেন বোধ হ'ল তাৰ।

বৰুৱাই কিন্তু ইমানলৈকে কৈয়ে ক্ষান্ত হ'ল। কথাৰ সুৰ সলাই দ্বিধাগ্ৰস্তভাৱে একেবাৰে সি আশা নকৰা বেলেগ কথা এটাহে উলিয়ালে—

ঃ আপোনাক এটা কথা সোধাই হোৱা নাই।

ঃ সি দ্বিধাজড়িত কণ্ঠে সুধিলে—

ঃ কি কথা বাৰু ?

কিতাপখন আৰম্ভ কৰোঁ বুলিছে ক'ৰ পৰা ?

: আপুনিয়ে কওকচোন, ক'ৰপৰা কৰিলে ভাল হয় ?

: অউ। এতিয়া মোৰহে পৰীক্ষা লয় আপুনি। আৰম্ভতো নিশ্চয় কৰিছেই। তথাপি মোৰ অভিমত প্ৰকাশ কৰাত ক্ষতি কি? আপুনি ইতিহাসে ঢুকি পোৱাৰ পৰা আৰম্ভ কৰক। ছশ আঠত্ৰিশ খৃষ্টাব্দৰ ফাগুন মাহ। শ্বুৱান ঝাং আহি আছে কামৰূপ অভিমুখে। মহাচীনৰ পৰিব্ৰাজক বৌদ্ধ শ্ৰমণ শ্বুৱান ঝাং। লগত সম্ৰাট ভাস্কৰ বৰ্মণৰ দূত হংসবেগ। পৰিব্ৰাজকৰ পিঠিত গধূৰ বোজা এটা। বোজাৰ ভৰত প্ৰাচীন ভগ্নাৱশেষৰ লিণ্টেলত থকা পুৰণি কাশীদাসী মহাভাৰতৰ ঘটোৎকচৰ দৰে দেখা গৈছে শ্ৰমণজনাক। বৰ্ণনাটো দি বৰুৱা নিজেই চমৎকৃত হৈ পৰিছিল। কিন্তু হঠাৎ সম্মুখৰ ৱাল ক্লকটোত চকু পৰাত তেওঁ ঘপ কৰে উঠি চাৎ কৰে ওলাই গ'লেই। তাক কিবা এষাৰ কবলৈকো সুবিধা নিদিলে।

বৰুৱা ওলাই গৈ আলিবাট পোৱাৰ আগতেই তাৰ বাপেকৰ দিনৰ ৱাল ক্লকটোত ঢং ঢং কৰে বাৰটাৰ ঘণ্টা মাৰিছিল।

একেলগে বহুকেইটা ঘণ্টা বাজি উঠিছিল। হংসবেগে ধহমহ কৰে শোৱা পাটীৰ পৰা উঠিল। আগদিনাৰ পথশ্ৰম আৰু ৰাতি দেৰিকৈ শোৱা হেতুকে পুৱা সাৰ পাওঁতে তেওঁৰ পলম হৈছিল। নালন্দা বিহাৰৰ প্ৰাৰ্থনা গৃহৰ প্ৰভাতী অৰ্চনাৰ ঘণ্টাৰ শব্দতহে তেওঁ সাৰ পাইছিল। এই বিহাৰটোৰ কথা তেওঁ সকৰে পৰাই শুনি আহিছিল। তালৈ ইয়াৰ আগতে অৱশ্যে কোনোদিন অহা নাছিল। গতিকে ৰাতিপুৱা সাৰ পায়েই যেতিয়া মন্দিৰৰ ঘণ্টা শুনিছিল, চাৰিওপিনে প্ৰভাতী পাখিৰ কলৰৱ শুনিছিল, তেওঁ অদ্ভুত এটা মাদকতা অনুভৱ কৰিছিল। তেওঁ সচৰাচৰ দৰে বিচনাতে বহি লৈ খন্তেক ইষ্টগুৰুৰ নাম জপিলে। অৱশ্যে মনটো কোনোমতে স্থিৰ কৰিব পৰা নাছিল। তেওঁৰ বাৰে বাৰে মনলৈ আহিছিল কামৰূপৰ ৰাজধানী চহৰৰ মাজত থকা বিশাল আৰু মনোৰম উদ্যানখনৰ নানান চিনাকি দৃশ্যৰ কথা। তাতো নিতৌ প্ৰত্যুষতে এনেদৰেই ৰাজ অন্তেষপুৰ—সংলগ্ন মন্দিৰৰ পৰা ঘণ্টাৰ শব্দ শুনা যায়, আৰু শুনা যায় বিভিন্ন প্ৰভাতী পাখীৰ বিচিত্ৰ কাকলি।

প্ৰাতঃকৃত্য সমাপন কৰি তেওঁ চিন্তা কৰিছিল কিদৰে আচাৰ্য শীলভদ্ৰক মান্তি কৰোৱা যায় সেই মহাজ্ঞানী চৈনিক শ্ৰমণ গৰাকীক কামৰূপ ভ্ৰমণৰ উদ্দেশ্যে পঠাই দিবলৈ। কামৰূপ সম্ৰাট ভাস্কৰ বৰ্মণ সম্প্ৰতি নিষ্কণ্টক হৈ পৰিছে। কিয়নো প্ৰবল প্ৰতাপী গৌড ৰাজ শশাংকৰ অলপতে মৃত্যু হৈছে। নহলে কনৌজ ৰাজ হৰ্ষবৰ্দ্ধন শিলাদিত্য আৰু কামৰূপ ৰাজৰ মিলিত শক্তিৰ বিৰুদ্ধেও শশাংকই অকলেই থিয় দিছিল। শেষত শশাংক পৰাজিত হৈছিল যদিও হাৰ মনা নাছিল। অৱশেষত শশাংকক হাৰ মনাবলৈ যেন ঐশী শক্তিৰো প্ৰয়োজন হ'ল।

সেয়া যি কি নহওক শশাংকৰ মৃত্যুৰ পাচত কামৰূপ সম্ৰাট

ভাস্কৰবৰ্মণে এনে দুৰ্যোৰ সামৰিক ব্যস্ততাৰ পৰা আহৰি পাই ভাবিছিল এই ছেগতে সেই মহান্ শ্ৰমণগৰাকীৰ দৰ্শন লাভ কৰিব পাৰিলে ভাল হ'ব।

হংসবেগে লক্ষ্য কৰিছিল, সম্ৰাটে কিবা কাৰণত চৈনিক বিদ্বানগৰাকীক লগ পাবলৈ ইমানেই ব্যগ্ৰ হৈ পৰিছিল যে প্ৰথম বাৰ তেওঁৰ অনুৰোধ প্ৰত্যাখ্যিত হোৱাত এইবাৰ সম্ৰাটে বিদগ্ধজনৰ প্ৰতি তেওঁৰ স্বভাৱজ শালিনতা পৰিহাৰ কৰি আচাৰ্য শীলভদ্ৰলৈ বৰ কঠোৰ ভাষাৰে লিখিছে। পৰিব্ৰাজকজনাক নপঠালে নালন্দা বিহাৰকে ধ্বংস কৰি দিব বুলি ভীতি প্ৰদৰ্শন কৰিছে সম্ৰাটে।

তেওঁ ওচৰতে অাঁৰি থোৱা মোনাখনত সন্দেশপত্ৰখন ঠিকেই আছে নে নাই চাই ললে। বেতেৰে ধুনীয়াকৈ মেৰোৱা বিচিত্ৰ ৰঙেৰে ৰঞ্জিত বাহৰ চুঙাটো খুলি সন্দেশ পত্ৰখন দেখি তেওঁ সন্তুষ্ট হ'ল, আৰু তেতিয়াহে কান্ধত মোনাখন ওলোমাই লৈ ওলাই আহিল। বাহিৰলৈ আহিয়ে দেখিলে অৰ্চনা শেষ কৰি মানুহবোৰ নিজ নিজ কামত ব্যস্ত হৈ পৰিছে।

তেওঁ ঠিক কৰিলে যে পোন প্ৰথমে তেওঁ গুৰু জ্ঞানপ্ৰভক লগ ধৰিব। ৰাজদূত হংসবেগে খবৰটো ঠিকেই পাইছিল। কুমাৰৰাজ ভাস্কৰ বৰ্মণৰ দূত হিচাপে ভাৰত মহাদেশৰ উত্তৰ আৰু পূবেই নহয়, দক্ষিণ আৰু পশ্চিম দিশতো ৰজা-ৰাজন্যবৰ্গ, সমাজপতি, মহামাণ্ডলিক আটাইৰে মাজত তেওঁ সুপৰিচিত। চালুক্যৰাজ দ্বিতীয় পুলকেশী, পল্লৱৰাজ নৰসিংহ বৰ্মণৰ দৰে অতি দূৰ দেশৰ প্ৰবল পৰাক্ৰমী ৰজাসকলেও কামৰূপ সম্ৰাটক ভালদৰেই জানে। আৰু সেই পিনৰ পৰা চাবলৈ গ'লে সম্ৰাটৰ দূত হিচাপে তেৱেঁা পৰিচিত।

তেওঁক কোনোবাই যে ভুল খবৰ দিবলৈ সাহস কৰিব, তেওঁ নাভাবে। সম্ৰাট শিলাদিত্যও সেইটো কৰিব নোৱাৰে কিয়নো হংসবেগক ভুল খবৰ দিয়া মানে সম্ৰাট ভাস্কৰ বৰ্মণক অপমান কৰা। কনৌজ দেশৰ পৌণ্ড্ৰবৰ্দ্ধন ভুক্তিৰ মহাসামন্তজনেই তেওঁক প্ৰথমে খবৰ

দিছিল যে, জ্ঞানপ্ৰভ চৈনিক পৰিব্ৰাজকজনাৰ বিশেষ বন্ধু। পাচত আৰু বহুতেই কলে সেই একে কথাকে। গতিকে তেওঁ মনে মনে সিদ্ধান্ত লৈছিল যে, গুৰু জ্ঞানপ্ৰভৰ জৰিয়তে কামটো কৰিব লাগিব। আচাৰ্য শীলভদ্ৰৰ অনুমতি নহলে পৰিব্ৰাজকে নালন্দা বিহাৰ এৰি যাব নোৱাৰিব। কিয়নো তেওঁৰ অধ্যয়নকালৰ অন্ত হলেও বিহাৰৰ আবাসী হৈ থকা পৰ্যন্ত আচাৰ্যৰ অনুমতি বিনে তেওঁ একোকে কৰিব নোৱাৰে। এই শিক্ষা মন্দিৰৰ আটাইতকৈ উল্লেখনীয় হ'ল ইয়াৰ শৃংখলা আৰু কঠোৰ অনুশাসন।

তেওঁ জানে এনে সময়ত জ্ঞানপ্ৰভ ৰত্নোদধিত থাকিব। হংসবেগে শুনিছিল যে নালন্দাৰ ৰত্নোদধি হ'ল পৃথিবীৰ বৃহত্তম গ্ৰন্থাগাৰ। ৰত্নোদধিলৈ নিতউ পুৱাতে আহে জ্ঞান পিপাসু ছাত্ৰসকল আৰু অল্প-বয়সী শিক্ষকমণ্ডলী। তেওঁ যি কোনো প্ৰকাৰে তাতেই লগ পাব লাগিব জ্ঞানপ্ৰভক।

তেওঁ বাটটোৱেদি কিছুদূৰলৈ আহি চিন্তিত হৈ ৰৈ গ'ল। কাক সুধিব এতিয়া ৰত্নোদধি কোন পিনে। শাৰী শাৰী অট্টালিকাৰ ভিতৰত কোনটো যে ৰত্নোদধি হব। ৰত্নোদধিটো কেন্দ্ৰীয় গ্ৰন্থাগাৰটোৰ নাম। তাৰ আকৌ একাধিক প্ৰশাখা আছে। ঠিক কোনটো-প্ৰশাখাত যে জ্ঞানপ্ৰভ থাকিব পাৰে সেই সম্বন্ধেতো তেওঁৰ ধাৰণাই নাই। তেওঁ ইপিনে সিপিনে চাই আলিবাটটোৰ কাষত অলপ আগৰ পিনে দেখিলে প্ৰায় কুৰিজনমান মানুহে অগা-পিচা শাৰী হৈ এটা ঘৰৰ সন্মুখত ৰৈ আছে। ঘৰটোৰ পিৰালিত দোণ কেইটামানেৰে আন কেইজনমান মানুহে ধান জুখি ঘৰটোত থৈ দিছিল। ধানৰ মোনা একোটাইঁত কাষত থৈ শাৰী হৈ ৰৈ থকা মানুহকেইটাই সিহঁতৰ ধানবিলাক দিবলৈকেই ৰৈ আছিল।

তেওঁ সেই জুমটোলৈকেই আগবাঢ়ি গৈছিল। তেওঁ জানে সেই মানুহকেইটা গাঁৱৰ কৃষক। সম্ৰাট হৰ্ষবৰ্দ্ধনে এশখন গাঁও নালন্দা বিহাৰক দান কৰিছিল। এই মানুহখিনি তাৰে কোনোবা গাঁৱৰ হব। বিহাৰত দিবলগীয়া কৰ শোধাবলৈ আহিছে। হংসবেগে মনতে

ভাবিলে। আৰু ঠিক কৰিলে ধান জোখাত দিয়া পৰামৰ্শ দি থকা মানুহজনক সোধাই ভাল হব, মানুহজন নিশ্চয় বিহাৰৰে কোনোবা কৰ্মচাৰী হব।

সোণালী বৰণৰ চোলা পিন্ধা ৰাজদূত হংসবেগৰ প্ৰশ্নটো শুনি মানুহজনে মূৰ তুলি চালে আৰু বিস্ময়ত হতবাক হৈ তেওঁৰ মুখৰ পিনে চায়ে থাকিল। তেওঁ আকৌ কলে—

: গুৰু জ্ঞানপ্ৰভ মহোদয়ক মোৰ লগ ধৰাৰ নিতান্ত আৱশ্যক। ক'ত পোৱা হব পাৰে মহাশয়?

: কুতঃ আয়াতি ভবান্?

: কামৰূপাৎ।

হংসবেগৰ মুখত কামৰূপৰ পৰা অহা বুলি শুনিয়েই মানুহজনে বিনয়নম্ৰভাবে কলে—

: মহাশয়, অদূৰত আলিবাটটোৰ পশ্চিমে যে সউ সবাতোকৈ ওখ অট্টালিকাটো দেখিছে সেয়ে ৰত্নোদধি। সেইটোৰ এইপিনৰ টো ৰত্নৰঞ্জক, পাৰ হৈয়ে সেইটো হ'ল ৰত্নসাগৰ। গুৰু জ্ঞানপ্ৰভ এই সময়ত নিশ্চয় সম্মুখৰ সৰোবৰটোৰ পাৰতে কৰবাত থাকিব।

হংসবেগে মানুহজনে দেখুওৱা মতে আগবাঢ়ি গৈছিল। মনতে ভাবি পুলকিত হৈছিল, তেওঁ আজি স্বচক্ষে ধৰ্মগঞ্জ দেখিলে। ধৰ্ম গঞ্জৰে আটাইতকৈ প্ৰধান শাখা হ'ল ৰত্নোদধি! ৰত্নৰঞ্জক আৰু ৰত্নসাগৰো ধৰ্মগঞ্জৰে শাখা কিন্তু ৰত্নোদধিৰ বিশালতাৰ সতে সেই দুটাৰ তুলনা নহয়। ৰত্নোদধিৰ প্ৰশাখাও আছে অনেক।

কথাবোৰ ভাবি মনে মনে ভগবানক প্ৰাৰ্থনা জনালে যাতে মানুহজনে আশা কৰা মতেই জ্ঞানপ্ৰভ পুখুৰীৰ পাৰতে কৰবাত থাকে। অন্ততঃ বিচাৰি উলিয়োৱা সহজ হব।

কিন্তু সৰোবৰৰ পাৰ পায়েই হংসবেগ স্তব্ধ হৈ ৰৈ গ'ল। পাৰত আম্ৰকুঞ্জ, স্ফটিকৰ দৰে নিৰ্মল পানীত নীলপদ্ম আৰু মাজে মাজে ৰঙা ৰঙা কণকাফুলে গোটেই পৰিবেশটোকে যেন এক স্বৰ্গৰাজ্যত পৰিণত কৰিছিল। ৰঙা স্বৰ্ণাভ পুৰাৰ ৰ'দালিয়ে পুখুৰীটোৰ পশ্চিম

পাৰে থকা ৰত্নোদধিৰ সম্মুখৰ ধুনীয়া ৰঙ কৰা আগচালিখন, পোৱালৰ দৰে ৰঙা ৰঙৰ প্ৰকাণ্ড খুটাবোৰ আৰু খটখটিত কাটি ৰখা, চকুৰ মণিবোৰ জীৱন্ত যেন লগা বিশালকায় ড্ৰাগনটোত পৰি প্ৰতিটোকে মায়াময় অশৰীৰী দেখা কৰি তুলিছিল।

অলপ পাচত হ্ংসবেগ নিজৰ কৰ্তব্যৰ বিষয়ে সজাগ হৈ উঠিল। তেওঁ পুখুৰীটোৰ চাৰিওটা পাৰত চকু বুলালে। আমগছৰ ছাঁত অ'ত ত'ত পৰি থকা শিলত বহি থকা দেখিছিল অধ্যয়নৰত সহস্ৰাধিক লোকক। তেওঁতো জ্ঞানপ্ৰভক আগতে দেখা নাছিল। মাথোন শুনিছিল গৌৰবৰ্ণৰ নাতি দীৰ্ঘ, নাতি স্থূল, নাতি কৃশ এগৰাকী ব্যক্তি বুলি। এতিয়া এক দৃষ্টিতে তেওঁ তেনে আকৃতিৰ অন্তত: দহজনক দেখিছিল। হ্ংসবেগ বিমূঢ় হৈ পৰিল। তেওঁ জ্ঞানপ্ৰভক বিচাৰি উলিয়োৱাৰ উপায় চিন্তা কৰিলে।

চিন্তাত ইমান মগ্ন হৈ পৰিছিল যে, তেওঁৰ গমেই নাছিল এগৰাকী দীৰ্ঘকায়, ক্ষীণদেহ ব্যক্তিয়ে যে ইমান পৰে তেওঁকেই কিবা প্ৰশ্ন কৰিছে।

প্ৰশ্নটোৰ উত্তৰ দিয়াৰ আগতে তেওঁ অলপ চিন্তা কৰি ললে। হংসবেগে তেওঁৰ পিনেই প্ৰত্যাশাৰে চাই আছিল।

জ্ঞানপ্ৰভক হংসবেগে কোনো জটিল প্ৰশ্ন কৰা নাছিল। দীৰ্ঘকায় ক্ষীণদেহ যি ব্যক্তিগৰাকীয়ে হংসবেগক সৰোবৰৰ পাৰত প্ৰথমে প্ৰশ্ন কৰিছিল তেওঁ আছিল এগৰাকী তৰুণ শিক্ষাৰ্থী। পণ্ডিত জ্ঞানপ্ৰভৰ নিৰ্দেশক্ৰমে তেওঁ বিদেশী হংসবেগক নিৰুপায় যেন দেখি সহায় কৰাৰ অৰ্থে আগবাঢ়ি আহিছিল আৰু সুধিছিল হংসবেগৰ সবিশেষ পৰিচয় আৰু উদ্দেশ্যৰ বিষয়ে। উদ্দেশ্যটো জানি তেঁৱেই হংসবেগক লৈ গৈছিল জ্ঞানপ্ৰভৰ ওচৰলৈ। তৰুণ শিক্ষাৰ্থীজনে হংসবেগৰ পৰিচয়টো দিয়াত পাচত হংসবেগে কোনো ভূমিকা নকৰি জ্ঞানপ্ৰভক কলে—

: মহাশয়, মহাচীনৰ তত্ত্বদৰ্শী, মহাজ্ঞানী শ্ৰমণ শ্যুৱান ঝাং নালন্দাত অধ্যয়নৰত বুলি আমি জানিব পাৰিছোঁ। আমাৰ পিতৃস্বৰূপ মহান সম্ৰাটে শ্ৰমণগৰাকীক আমাৰ কামৰূপ দেশলৈ আমন্ত্ৰণ জনাই এক সন্দেশপত্ৰ প্ৰেৰণ কৰিছে। সম্ৰাটৰ আজ্ঞাবহ ভৃত্য হিচাপে মযে সেই সন্দেশপত্ৰ লৈ আহিছোঁ।

: তাৰ বাবে মোক লগ ধৰাৰ প্ৰয়োজন ?

: এখেত মহামান্য শ্ৰমণগৰাকীৰ বিশেষ বন্ধু বুলি আমি জানিব পাৰিছোঁ।

: কিন্তু আপোনালোকৰ সম্ৰাটকতো আগতেই জনাই দিয়া হৈছিল যে শ্ৰমণগৰাকী কামৰূপলৈ যাব নোৱাৰে।

: যাব নোৱাৰে ? কিয় ?

প্ৰশ্নটোৰ উত্তৰ দিয়াৰ আগতে জ্ঞানপ্ৰভই চিন্তা কৰা দেখি তেওঁ মুখলৈ প্ৰত্যাশাৰে চাই থাকিল। মনতে ভাবি পুলকও অনুভৱ কৰিলে যে সম্ৰাটৰ ভীতি প্ৰদৰ্শন থকা ভয়াবহ পত্ৰ-সন্দেশখন দেখিলে

এওঁলোকে কি কৰিব। জ্ঞানপ্ৰভই কিন্তু হংসবেগৰ প্ৰশ্নৰ পোনপটীয়া উত্তৰ নিদি মাথোন সুধিছিল কামৰূপসম্ৰাটৰ কিবা লিখিত সন্দেশ আছে নেকি। তেওঁ থকা বুলি কৈ এৰী কাপোৰৰ মোনাখনৰ পৰা বাহৰ সুদৃশ্য চুঙাটো উলিয়াই দেখুৱালে। জ্ঞানপ্ৰভই যেতিয়া জানিলে যে কুলপতিৰ নামত সন্দেশপত্ৰখন আছে তেতিয়া তেওঁ তেওঁৰ তৰুণ শিষ্যক নিৰ্দেশ দিলে হংসবেগক পণ্ডিতৰ ওচৰলৈ লৈ যোৱাৰ অৰ্থে—

ঃ তুমি এখেতক পণ্ডিতৰ ওচৰলৈ লৈ যোৱাঁ। পণ্ডিতে লৈ যাবলৈ কলেহে এখেতক কুলপতিৰ ওচৰলৈ নিবা।

জ্ঞানপ্ৰভৰ নিৰ্দেশ শুনি হংসবেগ বিমোৰত পৰিল। তেওঁ ভাবিছিল জ্ঞানপ্ৰভৰ হতুৱাই শ্ৰমণগৰাকীক সৈমান কৰাব পৰা হব। কিন্তু জ্ঞানপ্ৰভ যদি নেযায়েই তেন্তে তেওঁৰ আঁচনি পণ্ড হৈ যাব। সেয়ে তেওঁ বিনম্ৰভাৱে কলে—

ঃ গুৰুদেৱে এই অজ্ঞ বিদেশীজনৰ দায়িত্ব তৰুণ শিক্ষাৰ্থীৰ ওপৰত অৰ্পণ কৰাতকৈ নিজেই লোৱা হলে আমি পৰম সৌভাগ্যৰ অধিকাৰী হলোঁহেঁতেন। কুলপতিৰ সঙে আলোচনা কালত, গুৰুদেৱ, আপোনাৰ উপস্থিতি এই অজ্ঞ বিদেশীজনৰ কাৰণে পৰম সহায় হ'লহেঁতেন।

ঃ দৌত্যৰ দায়িত্ব কামৰূপৰাজে দেখিছোঁ অতি যোগ্যজনকে অৰ্পণ কৰিছে।

জ্ঞানপ্ৰভই হাঁহি হাঁহি অধ্যয়ন কৰি থকা শাস্ত্ৰখন শিষ্যজনক সামৰি থবলৈ দি হংসবেগক সংগ দিবলৈ উঠি আহিছিল। হংসবেগে চাৰিওপিনে চাই আহিছিল। ৰত্নোদধিৰ সম্মুখেদি পাৰ হৈ ৰত্ন-সাগৰৰ দক্ষিণ কাষেদি ঘূৰি আম্ৰকুঞ্জৰ ছাঁইদি পশ্চিম মুৱা হৈ তেওঁলোক গৈ আছিল। জ্ঞানপ্ৰভক তেওঁ চিন্তিত দেখিছিল, নীৰৱে হংসবেগে তেওঁক অনুসৰণ কৰিছিল। আৰু মানুহজন সম্পৰ্কে এটা ধাৰণা কৰি লোৱাৰ বাবে চেষ্টা কৰিছিল। জ্ঞানপ্ৰভক তেওঁৰ ব্যক্তিত্ব সম্পন্ন আৰু দৃঢ়মনা যেন বোধ হৈছিল। তেওঁৰ অৱশ্যে

সন্দেহ হৈছিল শ্বুৱান ঝাঙক কামৰূপলৈ যোৱাৰ বাবে মান্তি কৰাবলৈ জ্ঞানপ্ৰভই যে যত্ন কৰিব। আনৰ কথাত সহজে জড়িত হৈ পৰা বিধৰ যেন নালাগিছিল তেওঁক।

জ্ঞান প্ৰভৰ চিন্তাত মগ্ন থাকোতে তেওঁলোক যে ইতিমধ্যে এটা প্ৰশস্ত দেহলিত উঠিছিল তেওঁৰ গমেই নাছিল। দেহলিৰ দুয়োকাষে শাৰী শাৰী দীঘল আসনবোৰত বহি থকা প্ৰায় পঞ্চাশজন মান শিক্ষাৰ্থীয়ে একেলগে থিয় হৈ 'প্ৰণাম গুৰুদেৱ' বুলি জ্ঞানপ্ৰভক সম্বৰ্দ্ধনা জনোৱাতহে তেওঁৰ মনটো পৰিবেশৰ প্ৰতি সজাগ হৈ উঠিল।

তেতিয়াহে তেওঁ সম্মুখৰ পিনে মন কৰিলে। দেহলিটো এটা প্ৰকাণ্ড অট্টালিকাত সংলগ্ন দেখিলে। কিন্তু অট্টালিকাটোৰ দুৱাৰেদি সোমাই গৈ তেওঁ দেখিলে সেয়া কবলৈ গলে এটা তোৰণহে। কিয়নো দুৱাৰেদি সোমাই আকৌ এখন প্ৰশস্ত দেহলি। তাৰপৰা নামিয়েই এখন উদ্যান। আমগছ আৰু বিভিন্ন ফুলৰ। গছৰ ছাঁত পৰিচ্ছন্ন ঘাহনিত বহি পাঠৰত অগণন শিক্ষাৰ্থী। উদ্যানখনৰ মাজে মাজে একোটাইঁত বিয়াগোম অট্টালিকা। সেইবোৰেই শিক্ষালয়। হুংসবেগে জ্ঞানপ্ৰভৰপৰা জানিছিল।

তেওঁলোক গৈ গৈ উদ্যানখনৰ উত্তৰকাষে পেগোদাকৃতি তলাতল ঘৰৰ সম্মুখ পাইছিল। তাৰো খুটাবোৰ পোৱালৰ দৰে ৰঙা আছিল আৰু আওলাত অঁকা আছিল এটা ড্ৰাগনৰ ছবি। তেওঁক তাতে ৰবলৈ ইংগিত দি জ্ঞানপ্ৰভ সোমাই যাওঁতেই হুংসবেগে বুজিছিল যে সেইটোৱেই কুলপতি শীলভদ্ৰৰ বাসগৃহ হব।

তেওঁৰ ধাৰণা শুদ্ধ আছিল। কিয়নো জ্ঞানপ্ৰভ সোমাই যোৱাৰ খন্তেক পাচতে আকৌ ওলাই আহি তেওঁক মাতি লৈ গৈছিল। আচাৰ্য শীলভদ্ৰ থগাত মেলি ৰখা এখন শাস্ত্ৰ সম্মুখত লৈ বহি আছিল। উকা দেহত লোৱা আছিল গেৰুৱা ৰঙৰ এখন উত্তৰীয়। মুণ্ডিত মস্তক। ৰোমহীন মুখমণ্ডল। ঠিক বয়সটো অনুমান কৰোতে হুংসবেগে টান পাইছিল। তথাপি ধাৰণা কৰি লৈছিল যে বয়স সত্তৰ বছৰৰ কম নহব।

তেওঁৰ প্ৰণামৰ উত্তৰত ৰুদ্ৰাক্ষৰ মালা লৈ থকা সোঁহাতখন অভয় মুদ্ৰাত দাঙি তেওঁক আচাৰ্যই আশীৰ্বাদ দিছিল।

: ধনঞ্জয়ৰ দৰে বীৰ, কৰ্ণৰ দৰে দাঁতা, শিবিৰ দৰে পৰোপকাৰী, ৰণভূমিত প্ৰভঞ্জন সদৃশ, অৰিৰ কৃতান্তস্বৰূপ মহাৰাজ ভাস্কৰ বৰ্মণৰ সৰ্বতো কুশল নে? তেনে মহামান্য এগৰাকীৰ দ্বাৰা আমাৰ দৰে নিঃকিন তথাগতৰ সেৱক এজন যে স্মৃত হৈছে তাৰ কাৰণে বাস্তবিকতে আমি কৃতাৰ্থ। তোমাৰ আগমনৰ হেতু কি কোৱাচোন ৰাজদূত?

: মহাত্মন্, আমাৰ মহাপৰাক্ৰমী দেৱাসুৰগণ বন্দিত সম্ৰাটৰ সৰ্বতো কুশল। মংগলময় পৰমেশ্বৰৰ কৃপাত দুস্কৃতিকাৰী শত্ৰুৰ বিনাশ হৈছে, সৰ্বতঃ শান্তি বিৰাজ কৰিছে। আমাৰ আগমনৰ হেতু এই পত্ৰসন্দেশতে আছে, মহাশয়ে কৃপা কৰি গ্ৰহণ কৰক।

মুগাৰ কাপোৰত লিখা সন্দেশ-পত্ৰৰ মুৰাটো হাতত লৈ আচাৰ্যজনে বাহৰ চুঙাটোত মন দিলে। গাত কটা সুদৃশ্য ফুলৰ অংগসজ্জা বোৰ ঘূৰাই ঘূৰাই চালে। সুন্দৰভাৱে খাপ খাই পৰা সাঁফৰটো খুলি বন্ধ কৰি তাৰ পৰিমাপৰ নিৰ্ভুলতাৰ চমৎকাৰিত্ব অনুভৱ কৰাৰ যেন চেষ্টা কৰিলে আচাৰ্যজনে।

এইবাৰ পত্ৰৰ মুৰাটোত মন দিলে। তাত দুখন পত্ৰ আছিল। পত্ৰ দুখন খুলি কাপোৰৰ স্বৰ্ণাভাৰ মনোহাৰিত্বত মুগ্ধ হৈ খন্তেকৰ কাৰণে কাপোৰ দুডোখৰকে চাই থাকিল। তাৰ পাচত পত্ৰ দুখন পঢ়াৰ আগতে হংসবেগক হঠাৎ একেবাৰে আশা নকৰা এটা প্ৰশ্ন সুধিলে—

: তোমাৰ নিচোল এই স্বৰ্ণাভ কাপোৰেৰে নহয় জানো ৰাজদূত? বিস্মিত হৈ থকা থমকা কৰি হংসবেগে আচাৰ্যৰ অনুমান নিৰ্ভুল বুলি কলে। আচাৰ্যজনে কিন্তু তেওঁৰ প্ৰতিক্ৰিয়ালৈ লক্ষ্য নকৰি আনকি তেওঁৰ উত্তৰযাৰ আওকাণ কৰি পত্ৰ দুখন খুলি শ্ৰুৱান ঝাঙৰ পত্ৰখন থৈ দি নিজৰ নামত থকাখন পঢ়াত মনোনিবেশ কৰিলে।

হংসবেগে আচাৰ্যৰ মুখমণ্ডলৰ পিনেই একদৃষ্টে চাই থাকিল। তেওঁ কিন্তু আশংকা কৰা মতে আচাৰ্যৰ মুখমণ্ডলত কোনো প্ৰতিক্ৰিয়াকে

লক্ষ্য নকৰিলে পত্ৰখন পঢ়ি যোৱাৰ সময়ত। ইমান দাৰুণ ভীতি প্ৰদৰ্শক পত্ৰখন পঢ়ি অঁতাই নিৰ্বিকাৰভাৱে প্ৰশান্ত হাঁহি মাৰি হংসবেগক কলে যে, তেওঁ সম্ৰাটৰ ব্যগ্ৰতা আৰু আন্তৰিকতা দেখি অভিভূত হৈছে। সম্ৰাটে শ্ৰমণজনাক নিজ দেশত আদৰিবলৈ সমস্ত ব্যৱস্থা গ্ৰহণ কৰক। মাত্ৰ তিনিটা দিনৰ পাচতে শ্ৰমণজনাই যাত্ৰা আৰম্ভ কৰিব।

আচাৰ্যৰ সিদ্ধান্ত শুনি পৰম কৃতজ্ঞতাৰে হংসবেগে আচাৰ্যক পুনৰ প্ৰণাম জনাই বিদায় ললে। অতিথিশালালৈ আহি সম্ৰাটক এই শুভ সংবাদটো প্ৰেৰণ কৰাৰ অৰ্থে উদগ্ৰীৱ হৈ পৰিল। লগৰ অনুচৰ দুজনক আৱশ্যকীয় পৰামৰ্শ আৰু ৰাজকীয় অভিজ্ঞান দি আগধৰি দেশলৈ বুলি পঠাই দিলে, যাতে সম্ৰাটে আগধৰি বাতৰিটো পাব পাৰে। সিহঁত দুটাক পঠাই তেওঁ শ্ৰমণজনাৰ বাবে অপেক্ষা কৰিলে। অনুচৰ দুজনক পঠাই দি অতিথিশালালৈ ঘূৰি আহি হংসবেগে মাহুৰিবনৰ কোমল কঠখনত শুই সম্ৰাটৰ কথাকে চিন্তা কৰিছিল। সম্ৰাটে ঠিকেই ভাবিছিল। শাস্ত্ৰত এষাৰি কথা আছে যে যি পিনৰ পৰা ভয়ৰ আশংকা থাকে, সেইপিনে অগাভেটা দিয়াটো বুদ্ধিমানৰ কাম। সম্ৰাটে জানিছিল ৰাধাৰ ভয় আছে কোন পিনৰ পৰা। বাধা বা অনুমতিৰ গৰাকী হ'ল আচাৰ্য। গতিকে বিহাৰটোক ধ্বংস কৰাৰ ভাবুকি দি আচাৰ্যক অগাভেটা দিয়াৰ দৰে হ'ল।

যাই হওক শেষ ভালেই চব ভাল। অন্ততঃ তেওঁ যে শেষত সফলকাম হ'ল তাকে ভাবি হংসবেগে স্বস্তিৰ নিশ্বাস ললে আৰু ভগবানক মনে মনে ধন্যবাদ দিলে। এতিয়া ভালে ভালে যাত্ৰা আৰম্ভ কৰিব পাৰিলেই ৰক্ষা। হংসবেগে মনতে ভাবিলে, আৰু অনুক্ষণ উদগ্ৰীৱ হৈ আচাৰ্যৰ পৰা সেই সম্বন্ধে কিবা বাতৰি পোৱাৰ কাৰণে অপেক্ষা কৰি থাকিল।

বাতৰি পাচদিনাহে আহিল। তেওঁক ৰত্নোদধিৰ উপচাৰিক প্ৰকোষ্ঠলৈ আচাৰ্যই মাতি পঠাইছিল। হংসবেগে অলপো বিলম্ব

নকৰিলে। তেওঁ গৈ প্ৰকোষ্ঠৰ দুৱাৰমুখ পোৱাৰ মুহূৰ্ত্তেতে আচাৰ্যই গোৱা এটা শ্লোকৰ শেষ শাৰী দুটা শুনি থমকি ৰ'ল—ন চ খুদ্দং সমাচৰে কিঞ্চিযেন ৱিঞ্ঞূপৰে উপৱদেয্যং। অৰ্থাৎ বিজ্ঞানসকলৰ সামান্যতম নিন্দাৰ্হ আচৰণো কৰিব নেপায়। আচাৰ্যই নিজেই ব্যাখ্যা কৰি দিছিল শ্লোকটোৰ উল্লেখযোগ্য কথাখিনি।

হুংসবেগে কোঠাটোত সোমায়েই উপস্থিত প্ৰতিজনকে ব্যক্তিগত-ভাৱে প্ৰণাম জনালে। আচাৰ্যই তেওঁক দেখি শ্ৰমণজনাৰ সতে চিনাকি কৰি দিলে। শ্ৰমণজনাক দেখি তেওঁৰ মনত থৌকিবাথৌ লাগিছিল। মুণ্ডিত মস্তক, দীৰ্ঘ নিচোল পৰিহিত, মুখমণ্ডলত পাতল আবৰণেৰে ঢাকি দিয়া জ্যোতিকণাৰ দৰে এক অনিৰ্বচনীয় উল্লাস—হুংসবেগৰ আজন্ম চিনাকি যেন লাগি গৈছিল চৈনিক শ্ৰমণজনাক।

শ্ৰমণজনাই আপত্তি জনাই বিনীতভাৱে কৈছিল যে তেওঁ তেওঁৰ পিতৃভূমি চাং আনৰ পৰা আহিছিল সহস্ৰ সহস্ৰ অতিশয় দুৰ্গম, কষ্টকৰ লি পাৰ হৈ, উত্তপ্ত বালিৰ দুস্তৰ পাৰাপাৰহীন নদী, জাদুকৰ অগ্নিপূজকৰ দেশ, বিপৎসংকুল হিংস্ৰ শ্বাপদৰ জংঘল, ডাকিনী কুহকিনীৰ ৰাজ্য অতিক্ৰম কৰি কেৱল এটা উদ্দেশ্যৰ কাৰণে। তেওঁ আহিছে বৌদ্ধ ধৰ্মগ্ৰন্থ সংগ্ৰহৰ উদ্দেশ্যে। তেওঁ সফলকামো হ'ল, সম্প্ৰতি তেওঁ গৃহ প্ৰত্যাবৰ্তনেচ্ছু। তেওঁৰ আৰু এদিনো বিলম্ব কৰাৰ মন নাছিল।

তেওঁ যেতিয়া চাং আনৰ পৰা ভাৰত মহাদেশৰ উদ্দেশ্যে যাত্ৰা আৰম্ভ কৰিছিল, কৰবাত বাধাৰ সম্মুখীন হয় বুলি আনকি ৰাজ-অনুজ্ঞাপত্ৰ নোলোৱাকৈয়ে ওলাই আহিছিল। এতিয়া কাম পুৰা কৰাৰ পাচত আৰু কেতবোৰ নতুনকৈ জঞ্জাল চপাই লোৱাৰ সমূলি ইচ্ছা নাছিল। বিশেষকৈ কামৰূপৰ বিষয়ে শুনাৰ পাচত শ্ৰমণগৰাকীৰ দৃঢ় বিশ্বাস যে কামৰূপলৈ যোৱাটো পণ্ডশ্ৰমতো হবই, সময়ৰ অপচয়ো হব। কামৰূৰ প্ৰজাগণ বহু দেৱতা পূজক, পথভ্ৰষ্ট,

আচাৰ নীতিহীন। তদুপৰি অহংকাৰী আৰু আত্মবিশ্বাসত অচল অটল। তেওঁলোকৰ মাজত তথাগতৰ শুদ্ধ পথ অনুসৰণকাৰী একেবাৰে নাই বুলি তেওঁ শুনিছিল। গতিকে তালৈ গৈ লাভেই বা হব কিটো!

আচাৰ্য শীলভদ্ৰই বুজনি দি কৈছিল যে সেইবাবেই তেওঁ যোৱাৰ নিতান্ত প্ৰয়োজন হৈ পৰিছে। মানুহৰ লক্ষ্য নিৰ্ভুল হলে, প্ৰযত্ন আন্তৰিক হলে, প্ৰযত্ন প্ৰতিটোৱে সফল নহবও পাৰে, কিন্তু কোনোটো প্ৰযত্নই অথলে নাযায়।

একেবাৰে শেষত আচাৰ্য জনাই কৰণীয় মৈত্ৰীসূত্ৰৰ সেই শ্লোকফাকি কৈছিল। আৰু সম্ৰাট ভাস্কৰবৰ্মণৰ কথা উল্লেখ কৰি কৈছিল যে সম্ৰাট অতিশয় বিজ্ঞজন। তেওঁ এগৰাকী পৰম বলশালী ৰজাই নহয়, এগৰাকী পৰম জ্ঞানী, হৃদয়বান, বিদ্যানুৰাগী ব্যক্তিও। তেওঁৰ মনত সামান্য দুঃখ দিয়াটোও অনুচিত হব।

আচাৰ্যজনাৰ যুক্তি যে একেবাৰে অকাট্য আছিল এনে নহয়। আচাৰ্যৰ আন্তৰিকতাই তেওঁক এনেদৰে অভিভূত কৰিছিল যে শ্ৰমণ-জনাই তেওঁৰ কথাত সম্মতি নিদি নোৱাৰিলে।

আচাৰ্যই লগত জ্ঞানপ্ৰভক লৈ যোৱাৰ কথা কৈছিল, কিন্তু শ্যুৱান ঝাং মান্তি নহ'ল। এখন অজানা দেশলৈ যাব, বাটত নানান বিপত্তি ঘটিব পাৰে হয়তো। আমন্ত্ৰিত তেওঁহে, তেওঁ মান্তি হৈছে যেতিয়া বিপত্তি হলে তেওঁ অকলে চম্ভালিব। তেওঁৰ বাবে আনে কষ্ট কিয় পাব লাগে।

যাত্ৰাৰম্ভৰ দিনা মুখ্য তোৰণ দ্বাৰত শ্যুৱান ঝাঙক বিদায় দিবলৈ লোকে লোকাৰণ্য। গাঁৱৰ গ্ৰামিকসকল, হেজাৰ হেজাৰ শিক্ষাৰ্থী, পণ্ডিত, শ্ৰমণ অনেক আহিছিল তেওঁক বিদায় জনোৱাৰ উদ্দেশ্যে। সকলোৰে পৰা বিদায় লৈ পথিক শ্ৰমণজনাই গুৰুজ্ঞানপ্ৰভৰ কাষ চাপি অনুচ্চস্বৰে কিবা এষাৰ কলে আৰু কিতাপৰ গধুৰ মোনা এখন পিঠিত পেলাই লৈ হংসবেগলৈ চাই হাঁহি কলে—

: বলক।

পণ্ডিত, গুরুজ্ঞানপ্ৰভ প্ৰমুখ্যে সমবেত সকলোলৈকে প্ৰণাম জনাই হংসবেগ, শ্ৰমণ শ্যুৱান ঝাঙৰ সতে নালন্দা বিহাৰ এৰি ওলাই আহিছিল। আচাৰ্য শীলভদ্ৰৰ প্ৰতি কৃতজ্ঞতাত তেওঁৰ অন্তৰ উপচি পৰিছিল। তেওঁ অৱশ্যে শ্যুৱান ঝাঙক বিদায় দিবলৈ অহা নাছিল, আহিছিল তেওঁৰ উপাচাৰ্য পণ্ডিত শান্তৰক্ষিত মহাস্থবিৰ, পণ্ডিত ধৰ্মকীৰ্তি আৰু পণ্ডিত পদ্মসম্ভৱ।

ইমান শান্ত, নিৰুদ্বিগ্ন পৰিবেশ এটা এৰি অহাত মনটো তেওঁৰ বিষণ্ণও হৈ পৰিছিল।

মনটো দৰাচলতে তেওঁৰ বিষণ্ণ হৈ পৰিছিল। দেহটো সেয়ে অবশ অবশ লাগিছিল, কোনো পথক্লান্তিৰ কাৰণে নহয়, আচলতে যোৱা নিশা দেখা সেই অপ্রত্যাশিত দৃশ্যটোৰ কাৰণে।

শুৱান ঝাণ্ডে দৃশ্যটো মনত পৰাৰ লগে লগে চকু দুটা মুদি মনটো শান্ত, স্থিৰ কৰি লোৱাৰ চেষ্টা কৰিলে। কাষেদি বৈ যোৱা বিশাল নৈখন তেতিয়া নিস্তব্ধ হৈ পৰিছিল। নৈৰ শীৰ্ণ সোঁতবোৰে শিলত ঠেকা খাই গুমৰি গুমৰি অস্ফুট স্বৰত কান্দিছিল, কিন্তু পাৰৰ অটব্য অৰণ্যত ফাগুনৰ বতাহে কোবাই যি এক হাহাকাৰ তুলিছিল, তাৰ কলৰোলত নৈৰ কান্দোন স্তব্ধ হৈ গৈছিল।

লাহে লাহে তেওঁৰ কাণত অৰণ্যৰ কলৰোলৰ স্বকীয়তা হেৰাই গৈছিল আৰু তেওঁৰ চেতনাত অনুৰণিত হৈ থকা বিশ্লেষণাতীত এক মহানাদত বিলীন হৈছিল। সেই মহানাদ লাহে লাহে এটা সময়ত সাঙ্গীতিক মাধুৰিমাৰে এক মধুৰ গুঞ্জনত পৰিণত হ'ল আৰু এক স্বৰ্গীয় অবয়ব পৰিগ্ৰহ কৰিলে। অভয় মুদ্ৰাত ভগবান অমিতাভৰ মূৰ্তিটো তেওঁৰ চকুৰ আগত ভাহি উঠিল। যেন হাঁহি হাঁহি ভগবানে কলে—

: পুত্ৰ, অযথা চিন্তিত নহবা। জয় তোমাৰ সুনিশ্চিত।

তেওঁ পৰম আনন্দত চকু দুটা মেলি দিছিল। ভিতৰত কোনোবাই কলৰ মুঢা খুলি সজোৱা চাকিটোত শলিতাডাল জ্বলাই দি গৈছিল ইতিমধ্যে। তেওঁ তাৰ পোহৰত কোঠাটোৰ চাৰিওপিনে দৃষ্টি দিছিল। হঠাৎ এটা বিশেষ বস্তুত দৃষ্টি পৰাত তেওঁ স্তব্ধ হৈ গ'ল। তেওঁৰ মোনাখন আটোমটোকাৰিকৈ মাহুবীবনৰ কঠ এখন পাৰি তাৰ কাষতে এটা খুটাত আঁৰি থৈ দিয়া আছিল। কৰবীফুল আৰু আকাশ ৰঙৰ কাপোৰ এখন পাৰি, আন এখন ভাঁজ কৰি মূৰশিতানৰ পিনে থৈ দিয়া আছিল। দক্ষিণ পূবৰ চুকটোৰ কাষত এখন কুশাসন পাৰি থোৱা আছিল। বেৰৰ কাষত আগলতি কলাপাত এখনত ওখোলৰ চাকি এটা জ্বলি আছিল আৰু তাৰে পোহৰত সেই অপ্রত্যাশিত বস্তুটো দেখিছিল তেওঁ। সেই বস্তুটো আছিল এটা

মূৰ্তি। তেওঁ প্ৰথমতে তথাগতৰ মূৰ্তি বুলি ভাবি আচৰিত হৈছিল। কিন্তু ভালদৰে চাই দেখিলে যে সেই মূৰ্তিটো তেওঁ জনা বা আগতে দেখা মূৰ্তি নাছিল। এইবাৰ তেওঁ আচৰিত হোৱাৰ লগতে কৌতূহলীও হৈ পৰিছিল। এই মূৰ্তিটো কাৰ হ'ব পাৰে সেই সম্বন্ধে চিন্তা কৰোঁতেই তেওঁৰ মনলৈ আহিছিল যোৱা নিশাৰ সেই মৰ্মন্তুদ দৃশ্যটোৰ কথা।

অক্সাচ নদীক আশ্ৰয় কৰি অক্সাচ উপত্যকাইদি যিদিনা প্ৰথমে তেওঁ ভাৰতবৰ্ষৰ মাটিত ভৰি দিছিল সেইদিন ধৰি কিমানবোৰ যে বিপজ্জনক ঘটনাৰ সতে তেওঁ মুখামুখি হৈছিল তাৰ লেখ জোখ নাই। তক্ষশীলা, থানেশ্বৰ, কনৌজ, শ্ৰাৱস্তী, বৈশালী, কপিলাবস্তু কিমান ঠাই তেওঁ ঘূৰিছিল, এবাৰতো থানেশ্বৰলৈ যাওঁতে সৰস্বতী নদীৰ পাৰত ৰাতি এদল দুৰ্দ্ধৰ্ষ ডকাইতে ঘেৰি ধৰিছিল। তাৰ পাচতো ঠগ, প্ৰবঞ্চক, জাদুকৰ, তান্ত্ৰিক আৰু ডকাইতৰ সৰু সুৰা দলৰ হাতত পৰিছে। নিৰ্যাতিত হৈছে, লুণ্ঠিত হৈছে। বিদ্যালয়ত, নানান ৰাজহুৱা অনুষ্ঠানত সাহায্য বিচাৰি নিগৃহীত হৈছে, তাড়িত হৈছে, অপমানিত হৈছে কিন্তু কতো ইমান মৰ্মন্তুদ বেদনা অনুভৱ কৰা নাছিল।

নালন্দাৰ পৰা তেওঁ কাকো লগত লৈ অহা নাছিল। কিন্তু সম্ৰাটৰ পিনৰ পৰা বোধকৰোঁ নিৰ্দেশ দি থোৱা হৈছিল যে বাটত তেওঁৰ যাতে কোনো ধৰণৰ অসুবিধা নহয়। তেওঁ সেই পৰ্যন্ত সম্ৰাট হৰ্ষবৰ্দ্ধনক সাক্ষাত কৰা নাছিল। সম্ৰাটে অৱশ্যে তাৰ কাৰণে ক্ষোভ প্ৰকাশ কৰা নাছিল, ইপিনে তেওঁৰ সময়ো নাছিল এজন বিদেশী পৰিব্ৰাজকৰ কাৰণে সময় অপব্যয় কৰাৰ। যোৱা কিছু বছৰ ধৰি তেওঁ ইমান ব্যস্ত যে তেওঁ সাহিত্য ৰচনাত ইতি পেলাবলৈ বাধ্য হৈছিল। অথচ সম্ৰাট এজন প্ৰথিতযশা নাট্যকাৰ। তেওঁ অনবৰত দেশৰ বিভিন্ন বিষয়-ভুক্তিবোৰত ঘূৰি শাসন পৰিচালনা কৰিবলগীয়া হোৱাত তেওঁৰ ৰাজধানী দৰাচলতে ভ্ৰাম্যমান ৰাজধানী আৰু সম্ৰাট দৰাচলতে যাযাবৰ সম্ৰাট হৈ পৰিছিল। তথাপি সম্ৰাটে

পৰিব্ৰাজকৰ কথা পাহৰা নাছিল। কামৰূপ অভিমুখে হংসবেগৰ লগত গৈ থাকোতে প্ৰতিখন গাওঁ পাৰ হওঁতে, প্ৰতিখন নৈ অতিক্ৰম কৰোতে তেওঁ তাৰ প্ৰমাণ পাইছিল। সামন্ত, অগ্ৰহাৰিক, গ্ৰামিক, তৰিক আৰু আন আন মহত্তৰ গণে আৰু তেওঁবিলাকৰ বশংবদসকলে তেওঁ ৰাত্ৰিযাপন কৰাত, নদী পাৰ হোৱাত যাতে কোনো অসুবিধা নাপায়, তেওঁৰ যাত্ৰা যাতে বিপন্মুক্ত আৰু সুখকৰ হয় সেই অৰ্থে সততে যত্নপৰ হৈছিল।

হংসবেগৰ সতে আহি আগ দিনা আবেলি কামৰূপ সীমান্তৰ এখন প্ৰশস্ত নদীৰ পাৰত তেওঁ দিনটোৰ যাত্ৰাৰ সামৰণি পেলাইছিল। আৰু সেইখিনিতে সম্ৰাট হৰ্ষবৰ্দ্ধন শিলাদিত্যৰ প্ৰভাবৰ অন্ত পৰিছিল। গ্ৰামিক মহত্তৰগণে বিদায় লৈছিল। তেওঁলোকৰ ঠাইত আহি পৰিছিল কামৰূপ সম্ৰাটৰ সামন্ত, তৰিক, মহত্তৰগণ, সশস্ত্ৰ দেহৰক্ষী অনেক পৰিচাৰক। হংসবেগে তেওঁক লৈ গৈছিল নদীৰ পাৰৰ এজোপা বিয়াগোম কঠাল গছৰ তললৈ। ঠাইখিনি আছিল ওখ আৰু পৰিষ্কাৰ। দক্ষিণৰ কহুৱানি ডৰা তাৰপৰা ভালেখিনি দূৰলৈ দেখা গৈছিল। নইলৈ নামি যোৱা এটা চমু বাটো সেই ঠাইখিনিৰ পৰাই আৰম্ভ হৈছিল। ওখ আছিল গুণেই ঠাইখন শুকান আৰু পৰিচ্ছন্ন লাগিছিল। হংসবেগৰ বিবেচনাৰ তেওঁ প্ৰশংসা কৰিলে।

বনেৰে সজোৱা কঠখন মোনাৰপৰা উলিয়াই তেওঁ গছজোপাৰ গুৰিত পাৰি লৈ মোনাখন তাতে থৈ বেলি ডুবাৰ লগে লগে নদীলৈ নামি গৈছিল।

নদীখন দেখি তেওঁ কিছু সময়ৰ কাৰণে অন্যমনস্ক হৈ পৰিছিল। তেওঁৰ মনত পৰিছিল যাংজু নদীৰ কথা। মহাচীনৰ দক্ষিণ দিশৰ আটাইতকৈ বিশাল আৰু গহন নদীখনৰ কথা। দূৰৰ ঘাটত তেওঁ লক্ষ্য কৰিছিল নাও আৰু বাহ-কাঠৰ ভুৰত ৰাতিটো কটাবৰ বাবে ব্যস্ত হৈ পৰা মুদৈ আৰু তেওঁলোকৰ বশংবদসকলক। হোৱাংহো, য়াংজু নদীৰ যি কোনো দুটা ব্যস্ত ঘাটৰ দৰেই লাগিছিল তেওঁৰ সেই

দৃশ্যটো। তেওঁ ভাবিছিল গাটো ধুই ধ্যানৰ পাচত অকণ ফলাহাৰ কৰি দেহত অংগুদি তেলৰ সংবাহন লব। হাত ভৰিকিটা তেওঁৰ অবশ লাগিছিল।

গা ধুই উঠি গছজোপাৰ গুৰিলৈ উভতি গৈ এচৰতে ইতিমধ্যে জুইকুৰা দেখি তেওঁৰ মনটোৰ জড়তা কিছু পৰিমাণে নোহোৱা হৈছিল। কঠথনত বহি মোনাৰ পৰা প্ৰৱালৰ বুদ্ধমূৰ্ত্তিটো উলিয়াই গছৰ গুৰিত থৈ তেওঁ ধ্যানত বহিছিল।

ধ্যান শেষ কৰি ইতিমধ্যে যতনাই থোৱা মিঠা নাৰিকল এডোখৰ খাই যেতিয়া অংগুদি তেলৰ সংবাহন লৈ আধা পঢ়া পুথিখন থগাত মেলি লৈ পঢ়িবলৈ বহিছিল অলপ আঁতৰত একুৰা প্ৰকাণ্ড জুইৰ চাৰিওপিনে পৰিচাৰক আৰু দেহৰক্ষীসকলে জিৰণি লৈছিল। তৰিক আৰু হংসম্বেগ আৰু আন মহত্তৰগণে নিজ নিজ ঠাইত ৰাতিটোৰ কাৰণে আশ্ৰয় লৈছিল।

শুক্লা দ্বাদশীৰ আকাশখন নিৰ্মেঘ আছিল। চাৰিওপিনৰ বিস্তীৰ্ণ অৰণ্যৰ শ্যামলিমাত আকাশৰ জোনাক আৰু তলৰ কুঁৱলীয়ে কোনোবা অশৰীৰী জাদুকৰীৰ ইচ্ছাত যেন মনোৰম স্বপ্নৰাজ্য এখনৰ সৃষ্টি কৰিছিল। দুই এজাক শান্ত হিমেল বতাহে মাজে মাজে জুই-কুৰাক উদ্বেলিত কৰি দিয়াত বাদে জীৱনৰ স্পন্দন যেন কতো নাছিল এনে এটা ভাব হৈছিল তেওঁৰ মনত।

ৰাতি ভালেখিনি হৈছিল, কিন্তু ঠিক কিমান হৈছিল তেওঁ নিৰ্ণয় কৰিবৰ বাবে চিন্তা কৰা নাছিল। তেওঁ মাথোন এটা মুহূৰ্ত্তত পুথি পঢ়ি থকাৰ পৰা মূৰ তুলি সম্মুখৰ জংঘললৈ চাইছিল। যি চাইছিল, তেওঁ আৰু চকু ঘূৰাই আনিব পৰা নাছিল। জোনাক আৰু কুঁৱলীয়ে সমগ্ৰ জংঘলখন জুৰি যি এক স্বৰ্গীয় দীপ্তি বিয়পাই দিছিল তাক দেখি তেওঁ অবাক বিস্ময়ত এটা প্ৰস্তৰ মূৰ্ত্তিৰ দৰে অলৰ অচৰ হৈ বহি আছিল।

ঠিক তেনে এটা অসংবৃত মুহূৰ্ত্ততে ঘটিছিল ঘটনাটো। বহুত সময়ৰপৰাই তেওঁৰ দৃষ্টিপথত পৰিছিল দৃশ্যটো, তেওঁ অৱশ্যে দেখা

নাছিল। জোনাকৰ পোহৰত ফেনিল সমুদ্ৰ যেন দেখা সন্মুখৰ তৃণভূমিৰপৰা অশৰীৰী প্ৰেতৰ দৰেই ওলাই আহিছিল কেইটামান বন্যমানুহ। তেওঁ নিথৰ হৈ সিহঁতৰ গতিবিধিকে লক্ষ্য কৰি আছিল কিন্তু মনটো কৰবাত আছিল গুণে সিহঁতক মন কৰা নাছিল।

এসময়ত সিহঁতৰ বাকীকেইটাক বাটৰ দাঁতিত এজোপা গছৰ ছাঁত ৰবলৈ দি এটাই অকলে আগবাঢ়ি আহিছিল। ইতস্ততঃ কৰি সি তেওঁলোকে আশ্ৰয় লোৱা ওখ মুকলি ঠাইডোখৰলৈ তলৰপৰা উঠি অহা বাটটোৰ মূৰত থমকি ৰ'ল। তেওঁ ঠিক সেই মুহূৰ্ত্ততহে তাক দেখিছিল। তেওঁ অৱশ্যে মনতে সামান্য শংকিত হৈছিল যদিও অন্য চিন্তাক প্ৰশ্ৰয় নিদিযাৰ মনেৰে মেলি যোৱা পুথিখনত মনোনিবেশ কৰিছিল।

মৰণত শৰণ দি মানুহটো আগবাঢ়ি আহি তেওঁৰ কাষত জুইকুৰাৰ ইটোকাষে থিয় হৈ সংকোচ জড়িতভাৱে সুধিছিল—

: মহাশয়ৰ পৰিচয় ?

: মই শ্যুৱান ঝাং। চীনৰ চাংআনৰপৰা আহিছোঁ, কামৰূপ সম্ৰাটৰ দ্বাৰা আমন্ত্ৰিত হৈ সম্প্ৰতি কামৰূপলৈ আহিছোঁ। আপোনাৰ পৰিচয় ?

মানুহজনে তেওঁৰ প্ৰশ্ন হয়তো শুনাই নাছিল। কিয়নো সি হঠাৎ অন্তৰ্দ্ধান হৈছিল। আৰু অলপ পাচতে বাকী নজনকো লগত লৈ আহি, আটাইকেইটাই তেওঁলৈ সাষ্টাংগে প্ৰণিপাত জনাইছিল—

: প্ৰভু, আমি ভগবান তথাগতৰ পবিত্ৰ পথ অনুসৰণকাৰী। আমি ইয়াত ভগবানৰ অৰ্চ্চনা কৰোঁ লুকাই চুৰকৈ, জংঘলৰ মাজত, লোকালয়ৰপৰা দূৰত।

: কিয় ?

: ইয়াৰ প্ৰায়বোৰ মানুহেই জড় উপাসক, বহু দেৱতা-পূজক, সৎ শুদ্ধ পথত বিশ্বাসহীন।

ঠিক সিমানলৈকে কৈয়ে সিহঁতৰ মুখপাত্ৰজন হঠাৎ নীৰৱ হ'ল আৰু কেউজনেই যিদৰে আহিছিল সেইদৰেই সন্তৰ্পণে অহাবাটে ঘূৰি

পৈ কাষৰ জংঘলত আত্মগোপন কৰিলে তেওঁ প্ৰথমে একোকে বুজিব পৰা নাছিল, কিন্তু যেতিয়া সশস্ত্ৰ গা-ৰখীয়াৰ দলটোৱে ভাওৰ কৈ জ্বলি থকা জুইকুৰাৰ কাষৰ পৰা তেওঁ বহি থকা ওখ ঠাইডোখৰলৈ উঠি আহিছিল তেতিয়াহে তেওঁ অনুমান কৰিলে সিহঁতে সেইদৰে হঠাতে আঁতৰি যোৱাৰ কাৰণটো কি হব পাৰে। সেই মানুহকেইটাৰ দুৰ্গতি দেখি অন্তৰত তেওঁ বেচ আঘাত পাইছিল। সন্মুখত মেলি থোৱা পুথিখনত মনোযোগ দিয়াৰ বাবে যত্ন কৰিও বহুত পৰলৈ সিহঁতৰ ভয়াৰ্ত্ত বিষণ্ণ মুখকেইখনৰ কথা মনৰ পৰা আঁতৰাই পঠাব পৰা নাছিল।

ৰাতি তেওঁৰ একেবাৰেই টোপনি অহা নাছিল। পুৱঁতি নিশাৰ এন্ধাৰত জোনটো যেতিয়া পশ্চিম আকাশত কুহুমবুলীয়া হৈ বুৰ যোৱাৰ উপক্ৰম হৈছিল এটা দহিকতৰাই কঠাল জোপাত প্ৰভাতী সংগীত আৰম্ভ কৰি দিছিল। তেওঁ শোৱাৰ পৰা উঠি ভগবান অমিতাভক স্মৰণ কৰি নদীৰ ঘাটৰ পিনে খোজ লৈছিল। অলপ আঁতৰত পাৰৰ বালিত বনৰীয়া হাতীৰ এটা পালে কিছুসময়ৰ আগতে পানীত খেলি পাৰৰ জংঘলত সোমাইছিল। তাৰ পিচে পিচে খটিয়া পহুৰ পাল এটা বালিত চৰি ফুৰিছিল, তাহাঁতেও লাহে লাহে পাৰত উঠিছিল। ইতিমধ্যে তেওঁ অহাৰ শব্দত ভয় খাই বাটটোত কিবা খুচৰি থকা থাকুৰি বৰা এটাই বিস্বাশৱদে লৰি বালিত মুকলিত বাট ভুল কৰি ওলাই পৰিছিল আৰু বিমূঢ় হৈ তেওঁৰ পিনলৈকে দৌৰি আহিছিল। এবেগেত মান ওখ অকমান জন্তুটোৰ মুখৰ পৰা ওলাই পাক খাই থকা দাঁত দুটা দেখি তেওঁৰ মনত পৰিছিল সৰস্বতী নইৰ পাৰতএদিন ৰাতি তেওঁক ঘেৰি ধৰা ডকাইতৰ দলটোৰ চৰ্দাৰজনৰ কথা। কথাই কথাই ক্ষিতাহি মৰা, নিজৰ শক্তিতকৈ ডাঙৰ কৰি জাহিৰ কৰা সেই মদগৰ্বী ডকাইত চৰ্দাৰজনৰ কথা।

তেওঁ নদীত নামিহে দেখিলে যে হংসবেগ আৰু তৰিকে ইতিমধ্যে নদীত গা-পা ধুই পাৰত কিবা আলোচনাত ব্যস্ত হৈ আছে। তেওঁ লৰালৰিকৈ সমস্ত কাম শেষ কৰি পুৱাৰ ধ্যানত বহিছিল। কিন্তু

অন্তৰৰ আঘাতটোৰ বেদনাই তেওঁক পুনৰ অন্যমনস্ক কৰি দিছিল। তেওঁৰ বৰ অনুশোচনাও হৈছিল কুলপতি শীলভদ্ৰৰ অনুৰোধ মানিলৈ এইখন দেশলৈ আহিবলৈ মাস্তি হোৱাৰ কথাটো মনত কৰি। এই পথ শ্ৰম, এই অমূল্য সময়বোৰ যে তেওঁৰ একেবাৰে অনাহকতে অপচয় হব, সেই কথা ভাবি তেওঁৰ মন আৰু বেচি ব্যথিত হৈ পৰিছিল।

তৰিকে অৱশ্যে সম্মানিত অতিথিজনাক নদী পাৰ কৰাবলৈ যথোচিতভাৱেই ব্যৱস্থা কৰিছিল। নাওখনত বহিবৰ কাৰণে বেলেগে আসন দিছিল। গোটেই নাওখনৰ বাহিৰে ভিতৰে বিচিত্ৰ কাপোৰেৰে সুসজ্জিত কৰিছিল। অতিথিজনাই পিচে সেইবোৰ কথালৈ বিশেষ মন দিযা নাছিল। নাওখনত উঠাৰ লগে লগে তেওঁৰ মনোযোগ আকৰ্ষিত হৈছিল নদীৰ আনটো পাৰৰ পৰা ভাহি অহা এটা সুৰৰ দ্বাৰা। সুৰটো তেওঁৰ ইমান পৰিচিত আপোন আপোন লাগিছিল যে, সুৰটোৰ আকৰ্ষণে তেওঁক ইমানেই অভিভূত কৰি দিছিল যে, তৰিক আৰু হংসবেগে কোৱা কথাবোৰ তেওঁৰ কাণত সোমোৱাই নাছিল।

নাওখন চলিব পৰা গভীৰতা বিচাৰি বিচাৰি নদীৰ মাজত ঘূৰি পকি গৈ সিপাৰ পাওতে বহুত সময় লাগিছিল। পুৱাৰে পৰা আকাশখন কুঁৱলীয়ে ঢাকি ৰাখিছিল। তেতিয়া সুন্দৰ পোহৰ হৈছিল কিন্তু বেলিটো আকাশৰ কিমানখিনি পাইছিল দেখা যোৱা নাছিল। পাৰৰ ওচৰ চপাত অসংখ্য নাও আৰু বাহৰ ডাঙৰ ডাঙৰ ভুৰবোৰত বিভিন্ন সামগ্ৰী উঠোৱা-নমোৱাত ব্যস্ত হোৱা মানুহবোৰ দেখি তেওঁ সজাগ হৈ পৰিছিল আৰু তৰিকক সুধিছিল—

: এই গীতটো কোনে গাইছে বাৰু ?

: নদীৰ পাৰত জংঘলত কোনোবা নাও সজা ডেকা লৰাই গাইছে।

: সুৰটো আমাৰ চীনদেশৰ জনপ্ৰিয় গান এটাৰ সুৰৰ সতে হুবহু মিলেচোন ?

: হব পাৰে। আমি পাৰ পালোহি, মহাশয়।

তৰিকজনাৰ পাচৰ কথাষাৰ শুনাৰ লগে লগে তেওঁ ওচৰ চাপি অহা পাৰটোৰ পিনে চালে। পাৰত ইমানবোৰ মানুহে কাম কৰিছে অথচ শব্দ বা হাই উৰুমি একোটোৱে নাই। যেন আহাৰ চপোৱাত ব্যস্ত গুডি পৰুৱাহে। আটিল, গাঠলু মানুহবোৰে ইমান জাৰতো উদং দেহেৰে কাম কৰিছে। মানুহবোৰৰ মুখাবয়ব ভাবলেশহীন প্ৰস্তৰ মূৰ্ত্তিৰ দৰে। চাৰিওপিনৰ পৰিবেশৰ প্ৰতি একেবাৰে নিৰ্লিপ্ত যেন দেখি।

তেওঁ কিবা এষাৰ সুধিব খুজিছিল কিন্তু হঠাৎ বিভিন্ন বাদ্যৰ শব্দত থমকি ৰৈ শব্দ যিপিনৰ পৰা আহিছিল সেইপিনে চাইছিল। এটা সুসজ্জিত হাতী বহাৰ পৰা উঠিব ধৰা অৱস্থাত দেখিছিল। নিশ্চয় কোনোবা ৰাজপুৰুষ নামিছিল, তেওঁ মনতে ঠাৱৰ কৰিলে। ইতিমধ্যে তৰিকে অমুচ্চ স্বৰত কলেই—

: সন্ধি বিগ্ৰহিক পঞ্চমহাশব্দ শ্ৰীক্ষিকুণ্ড আহি পালেহি, মহাশয়ক আদৰিবৰ বাবে।

শ্ৱুৱান ঝাঙে এনেধৰণৰ আনুষ্ঠানিক অভ্যৰ্থনাৰ সৈতে অভ্যস্ত নহয়। তেওঁ খবৰটো শুনি বিমূঢ় হৈ পৰিল। তৰিকে পুনৰ কলে—

: তেখেত এই অঞ্চলৰে মহাসামন্ত। পঞ্চমহাশব্দ উপাধি প্ৰাপ্ত। মই তেখেতৰে তৰিক। এই নদীখন আমাৰ দেশৰ সীমা। এইপিন পাৰ হৈ যোৱা সামগ্ৰীৰ আৰু মানুহৰপৰা শুল্ক আৰু তৰিত্ৰ-দেয় মই আদায় কৰোঁ।

নাওখন পাৰ লগাৰ অব্যবহিত পাচতে তৰিকে নামি গৈ শ্ৰীক্ষিকুণ্ডক প্ৰণাম জনালে। তেওঁ তৰিকক অৱজ্ঞা কৰি ঘাটলৈ আগবাঢি আহিল। শ্ৱুৱান ঝাঙে দেখিলে পট্ট বস্ত্ৰ পৰিহিত, স্বৰ্ণাভ বস্ত্ৰৰ শিৰস্ত্ৰাণ আৰু বংশ পাদুকাসহ এক বলিষ্ঠ দেহী পুৰুষ নাৱৰ ওচৰ চাপি আহিছিল। পিচে পিচে অনুসৰণ কৰিছিল চাৰি গৰাকী গাভৰু আৰু ছজন ডেকালৰাই। দুগৰাকী গাভৰুৰ হাতত আছিল দুখন ডলা আৰু বাহৰ বিচনী। ডলাত আছিল ঔখোলৰ চাকি আৰু

ফুল আৰু চাউল। ডেকা লৰা তিনিজনৰ হাতত আছিল বাদ্য যন্ত্ৰ।

তেওঁলোকৰ পিচে পিচে আহিছিল কান্ধত জোলোঙা লৈ এজন বুঢ়া মানুহ। হংসবেগে পথিক শ্ৰমণৰ কাণে কাণে কৈছিল যে, আগন্তুক হ'ল সন্ধিবিগ্ৰহিক শ্ৰীক্ষিকুণ্ড। মহাৰাজৰ হৈ পথিকক স্বাগতম জনাবলৈ আহিছে। লগত সেই বুঢ়াজন হ'ল ৰাজবৈদ্য। ডেকা গাভৰুৰ দল আহিছে পথিকক সংগীতেৰে আদৰণি জনোৱাৰ উদ্দেশ্যে। গাভৰুহঁতৰ দেহত আছিল কৰবী ফুলৰ বৰণৰ মেখলা আৰু ডিঙিত বিচিত্ৰ ফুল-পাতৰ মালা, মূৰৰ চুলিটাৰহঁত আছিল মেলি থোৱা। ডেকাহঁতৰ দেহতো ককালৰপৰা আঠুৰ ওপৰলৈ ঢকা একে বৰণীয়া কাপোৰ একোখনহঁত। মূৰত আছিল কৰবীফুল আৰু কেঁচা পাত বৰণীয়া কাপোৰৰ পাগুৰি। তেওঁ তাহাঁতলৈ চাইছিল তাঁহাতৰ নিজৰ ভিতৰতে কিবা কথা কোৱা শুনে নেকি সেই আশাৰে। কিন্তু তাঁহাতৰ মুখেদি আনকি ফিচফিচোৱা কথা এষাৰো শুনা নাছিল।

ঘাটত কামত ব্যস্ত হৈ থকা অসংখ্য মানুহৰ মাজতো এটা বোবা নৈশব্দ বিৰাজ কৰিছিল। পথিক শ্ৰমণজনাৰ সেই দৃশ্যটো নিজৰ দেশৰ যিকোনো এটা ব্যস্ত নদীঘাটৰ দৰে লাগিছিল। লাহে লাহে তেওঁৰ অনুভৱৰ বন্ধ কপাটবোৰ এটা এটাকৈ খোল খাই যোৱা যেন লাগিছিল।

ৰাজপুৰুষজনে নাৱৰ কাষলৈ আহি শ্বুৱান ঝাঙক প্ৰণাম জনাই বিনম্ৰভাৱে কলে—

: সুৰাসুৰগণ বন্দিত, ভাস্কৰোপম তেজস্বী, শিবিৰ ন্যায় দয়াময়, কৰ্ণৰ ন্যায় দানশীল মহাৰাজাধিৰাজ কামৰূপ অধিপতি ভাস্কৰ বৰ্মণৰ সন্ধি বিগ্ৰহিক এই নিঃকিনে পৰম সন্মানীয় অতিথিজনাক কামৰূপ অধিপতিৰ নিৰ্দেশক্ৰমে তেওঁৰে হৈ স্বাগতম জনাইছোঁ। মহাশয়ৰ পদাৰ্পণে আমাৰ দেশ আৰু প্ৰজাগণক ধন্য কৰিছে। আপোনাৰ আগমনে আমাক কৃতাৰ্থ কৰিলে।

মহাশয়ৰ ভ্ৰমণ নিশ্চয় নিৰ্বিঘ্ন হৈছে?

: বিঘ্ন অতিক্ৰান্ত হলে বিঘ্ন হৈ নাথাকে।

পথিক শ্ৰমণজনাই প্ৰশান্ত হাঁহিৰে কলে। গাভৰু ছুগৰাকীয়ে ডলা ছুখন পথিকৰ মুখৰ আগত ঘূৰালে, আৰু ৰাজবৈদ্যই চাৰিওপিনে আৰু পথিকৰ গালৈ মন্ত্ৰপুত পানী চতিয়াই শুদ্ধ কৰি দিয়াৰ পাচতহে পথিক নাৱৰপৰা নামিল। পথিকে মাটিত ভৰি দিয়াৰ লগে লগে বাদ্যযন্ত্ৰবোৰ বাজি উঠিছিল আৰু ডেকা-গাভৰুহঁতে লয়লাস ভংগীত নাচি নাচি পথিকক লৈ গৈছিল।

তেওঁক লৈ গৈ এটা আটোমটোকাৰি পৰ্ণকুটীৰত থৈ আটায়ে বিদায় লৈছিল। শ্ৰীভিক্ষুগুই কৈছিল যে নদীৰ পাৰতে ৰাতিটো জিৰণি লৈ পাচদিনা প্ৰত্যুষতে ৰাজধানী অভিমুখে যাত্ৰা আৰম্ভ কৰা হব। কুটীৰৰ ভিতৰত সুন্দৰকৈ সজাই থোৱা বিছনা, বহিবৰ আসন, পুথিৰ থগা, গা ধোৱা পাত্ৰ, অংগুদি তেল এনে বস্তুবোৰ দেখি তেওঁ কামৰূপৰ মানুহৰ ৰুচিবোধৰ পৰিচয় পাই মনতে আনন্দিত হৈছিল। তেতিয়া অৱশ্যে এই অপ্ৰত্যাশিত বস্তুটো তাত নাছিল। মনৰ অস্থিৰতা সংযত কৰি মনক শান্ত কৰি লোৱাৰ মনেৰে তেওঁ মূৰ্ত্তিটোৰ পিনে মুখ কৰি আসনখনত বহিলৈ চকু ছুটা মুদি দিছিল আৰু লগে লগে সম্মুখত দেখিছিল অভয় মুদ্ৰাত হাতখন দাঙি ভগবান অমিতাভই স্নেহসিক্ত হাঁহিৰে তেওঁ পিনে চাই থকা। তেওঁৰ মন, তেওঁৰ সমগ্ৰ চেতনাত তেওঁ এক অদ্ভুত পুলক অনুভৱ কৰিছিল। আগদিনা নিশাৰ সেই মৰ্মন্তুদ দৃশ্যটো দেখাৰেপৰা মনক আচ্ছন্ন কৰি ৰখা ব্যাকুলতাৰ লেশমাত্ৰও অৱশেষ নাছিল। লাহে লাহে খোল খাই অহা মনৰ কপাটবোৰৰ অন্ত পৰিছিল আৰু মনটো আগতে অনুভৱ নকৰা আনন্দত আপ্লুত হৈছিল।

তেওঁ আনন্দৰ আতিশয্যত আগতে কোনোদিন অনুভৱ নকৰা এক পৰম নিৰ্লিপ্ততা অনুভৱ কৰিলে—। জীৱনত অপৰিহাৰ্য বুলি ভৰা কথাবোৰ, আহাৰ নিদ্ৰা এনেবোৰ বিষয় একেবাৰে তুচ্ছাতিতুচ্ছ যেন বোধ হ'ল। তেওঁ চিঞৰি চিঞৰি আওৰালে ললিতবিস্তৰৰ সেই বহুশ্ৰুত শ্লোকটোৰ কথাখিনি—`

দেহি মে ইমাং মহীং সনগৰনিগমাম্
ত্যক্ত্বা তদা প্ৰমুদিতো ন চ মনঃ ক্ষুব্ধম্ ।

সমস্তনগৰ, নিগম অৰ্থাৎ শাসনকেন্দ্ৰ সহিত মোক এই পৃথিবীখন দিয়া। আৰু ভগবান সুগতই সেই সমস্ত ত্যাগ কৰি ক্ষোভহীন আনন্দত মজিছিল।

ধ্যানত মগ্ন হৈ থাকোতে তেওঁৰ গমেই নাছিল যে তেওঁৰ অনুভৱৰ বহিঃ প্ৰকাশ হৈছিল। তেওঁৰ মুখৰ পৰা বিৰ্ বিৰ্ কৰে শব্দ হৈছিল কিন্তু বহুত পৰ শুনাৰ পাচতো শ্ৰীক্ষিকুণ্ডই ধৰিব পৰা নাছিল পথিকজনে চকু দুটা মুদি অচেতন হৈ কি কব ধৰিছিল। শ্ৰীক্ষিকুণ্ডৰ শেষত ভয় লাগিল, ইপিনে পুৰা যাত্ৰাৰ সময়ো সমাগত হৈ পৰিছিল, গতিকে তেওঁ উচ্চ স্বৰে সুধিছিল—

: মহাশয়, ভিতৰলৈ সোমাব পাৰোনে ?

তিনি চাৰি বাৰ মতাৰ পাচত এবাৰ পথিক শ্ৰমণজনাৰ ধ্যান ভংগ হ'ল। তেওঁ চকুমেলি চাৰিওপিনে চালে আৰু ৰাতিপুৱাৰ পখীৰ কূজন শুনি আৰু দুৱাৰমুখেদি পুবাৰ পোহৰ সোমাই চাকিটো নিষ্প্ৰভ কৰি দিয়া দেখি বহাৰ পৰা উঠিল। দুৱাৰ মুখত অপেক্ষাৰত শ্ৰীক্ষিকুণ্ডই বিনয়নম্ৰভাৱে আকৌ সুধিলে—

: মহাশয়, ভিতৰলৈ সোমাব পাৰোনে ?

গাভৰুগৰাকীয়ে কি সুধিছিল তেওঁ বুজা নাছিল। তেওঁ মনে মনে আছিল, কোনো সহাৰি দিয়া নাছিল। গাভৰু গৰাকীয়ে কিন্তু লগত ছজনী সহচৰী লৈ সোমাই আহিছিল আৰু লগত লৈ অহা পানীৰ মৃৎপাত্ৰ, বাহ আৰু কাঠৰ সুদৃশ্য খোৱা পাত্ৰ, কাপোৰ আসন আদি তেওঁৰ কোঠাটোত যথোচিত স্থানত সুন্দৰকৈ থৈ পুনৰ কিবা এষাৰ কৈ ওলাই গৈছিল।

তেতিয়াহে তেওঁ অনুমান কৰিছিল, গাভৰুজনীয়ে সম্ভব প্ৰবেশৰ অনুমতি বিচাৰিছিল।

শ্ৰীক্ষিকুণ্ডই ৰাজধানীৰ অতিথিশালাত থৈ তেওঁৰ পৰা বিদায় লৈ যোৱাৰ পাচতেই তেওঁ নিজৰ মোনাৰ পৰা কঠখন উলিয়াই লৈ মাটিত পাৰি লৈছিল আৰু তাতে বাগৰ দি গোটেই দিনটোৰ অভিজ্ঞতাবোৰৰ কথাকে ভাবিছিল। গাভৰুজনীয়ে এইমাত্ৰ যতনাই থৈ যোৱা বস্তুবোৰৰ মাজতো যোৱা নিশাৰ সেই অপ্ৰত্যাশিত মূৰ্তিটোৰ দৰে কিবা হয়তো থাকিব পাৰে, তাকে ভাবি তেওঁ কঠখনতে বহি লৈ কোঠাটোৰ ভিতৰত চুকে কোণে চালে। কতো অপ্ৰত্যাশিত একোকে নেদেখি যোৱা নিশাৰ সেই মূৰ্তিটোৰ ৰহস্যৰ কথা মনত পেলাই মনতে আমোদ লভিলে। সেইটো আছিল ৰাজবৈদ্যৰ কাঠৰ মূৰ্তি। সৰ্বশক্তিমান পৰমেশ্বৰক তেওঁ যিদৰে কল্পনা কৰে সেইদৰেই মূৰ্তিটো কাটিছিল। তেওঁক শ্ৰীক্ষিকুণ্ডই কৈছিল। শুৱান ঝাঙে কিন্তু কৈছিল যে মূৰ্তিটো তেওঁৰ হলে তথাগত ভগৱানৰ যেনহে লাগিছিল। শ্ৰীক্ষিকুণ্ডই পথিকৰ কথাত হাঁহি হাঁহি কৈছিল—

ঃ তেনেহলে নিৰুপায়। কিয়নো কামৰূপৰ প্ৰজাবৰ্গই তাকে ভগবান শিৱ বুলি পূজা কৰে।

শুৱান ঝাঙে সেই বিষয়ে আৰু একোকে নকলে। সন্দেহো

হ'ল, হয়তো বেচি কৌতূহল প্ৰকাশ কৰিলে, আনৰ ধৰ্ম বিশ্বাসত আঘাত দিয়া বুলিও ভাবিব পাৰে।

ৰাতিপুৱা বস্তু বাহানি সামৰি সুতৰি ওলাই আহিবলৈ বেচি সময় লগা নাছিল। কিন্তু বাহিৰত ওলায়েই তেওঁ আড়ম্বৰ দেখি হতবাক হৈ গৈছিল। যেন চীনা ৰাজপুৰুষৰ সকস্থৰা এটা ভ্ৰমণৰহে আয়োজন। ডেকা গাভৰুৰ দলে প্ৰভাতী সংগীত জুৰিছে। আৰু ধুনীয়া সাজপাৰ পিন্ধা গা ৰখীয়া-পৰিচাৰক-ভৃত্যৰ দলে দুয়োপিনে শাৰীহৈ তেওঁৰ কাৰণে বাট কৰি কৰযোৰে থিয় হৈ আছে। শাৰী দুটাৰ মূৰত তেওঁ দেখিলে পাঁচটা সুসজ্জিত হাতী ৰৈ আছে আদেশৰ অপেক্ষাত।

তেওঁ সন্ধিবিগ্ৰহিকৰ সতে শাৰী দুটাৰ মাজে মাজে সংগীত-নৃত্যৰ দলটোৰ পিচে পিচে গৈ হাতীৰ কাষত ৰৈ গৈছিল। শ্ৰীক্ষিকুণ্ডৰ অনুৰোধ সাদৰে উপেক্ষা কৰি তেওঁ কলে যে তেওঁ হাতীত নুঠে, খোজ কাঢ়িহে যাব। ৰাজকৰ্মচাৰীজনাই অন্য ভাবিব পাৰে বুলি তেওঁ হাঁহি কলে—

: মোৰ চৰণ দুখন হ'ল মোৰ একান্ত আৰু আজন্ম অনুগত। সিহঁতক এনেদৰে এৰাই চলিলে সিহঁতেও যদি মোক অকণ চেলু পালেই এৰাই চলিব খোজে, মইতো একেবাৰে নিঠৰুৱা হৈ পৰিম। আপুনি উঠক। আপোনাৰ খোজকঢ়া অভ্যাস নিশ্চয় নাই। মোৰ কাৰণে আপুনি কষ্ট পাবলগীয়া হলে মই সঁচাকৈ দুঃখ পাম।

: বলক, মইও খোজ কাঢ়ি যাওঁ। খোজকঢ়া অভ্যাস মোৰো আছে। আৰু কথা পাতি যাব পাৰিলে বাটো চমু হব, শ্ৰমো লাঘৱ হব।

হাতীকেইটা ৰাজবিষয়াজনাৰ নিৰ্দেশক্ৰমে অঁতৰাই নিয়াৰ লগে লগে যাত্ৰা আৰম্ভ কৰিছিল। দুয়ো খোজ কাঢ়ি কিছু দূৰ অহাৰ পাচত পথিকে লক্ষ্য কৰিলে সন্মুখত এখন পাৰাপাৰহীন বিশাল অৰণ্য। দূৰত ঘন সেউজ পাহাৰ। মাজে মাজে মেঘৰ বগা চকলা দুই এটা পাহাৰৰ গাত লাগি আছিল। ইতিমধ্যে ৰ'দে কোবাই তলৰ

ঘন কুঁৱলীবোৰ উৰাই পঠাই দিছিল। ৰ'দজাক বেচ উমাল হৈ পৰিছিল।

তেওঁ সমদলটোলৈ সন্তর্পণে লক্ষ্য কৰিলে। তেওঁলোকৰ সন্মুখত প্ৰায় কুৰি পশিচজন সশস্ত্ৰ মানুহ, হাতী আছিল আঠোটা। সম আগত। পিঠিত সশস্ত্ৰ মাহুত। পিচপিনে প্ৰায় তিনি কুৰি মান মানুহ। সশস্ত্ৰ। আৰু একেবাৰে শেষত সুসজ্জিত হাতীকেইটাক আগ কৰিলৈ আৰু বাৰটা হাতী। জংঘলখনত সোমোৱাৰ আগতে তেওঁ দেখিলে তেওঁলোকৰ বাওঁপিনে এটা ওখ বান্ধ। বান্ধৰ সিটো পাৰে নিশ্চয় পানী আছিল। তেওঁ দেখা নাছিল। কিন্তু বান্ধটো ফালি এখন জুৰি বৈ আহি ঠিক জংঘলখনৰ কাষেদি তেওঁলোকৰ বাটটো পাৰ হৈ গৈছিল।

জুৰিখনত নামি তলৰ বালি দেখা স্ফটিকৰ দৰে পানীবোৰ দেখি তেওঁ একাজলি খাই ললে আৰু শ্ৰীক্ষিকুণ্ডক সুধিলে—

: আমি ঠিক পূব দিশেই গৈ আছোঁ। নে ?

: হয় মহাশয , সূৰ্যৰ উত্তৰায়ণ আৰম্ভ হৈছে। আমাৰ ইয়াত সম্প্ৰতি শীত ঋতুৰ মাজ লাগিছে।

: এই জুৰিখন সৌ বান্ধটোৰ পৰাই অহানাই জানো ? সৌ উত্তৰৰ বান্ধটোৰ পৰা ?

: মহাশয়ে শুদ্ধ অনুমানকে কৰিছে। উত্তৰৰ পৰ্বতৰ পৰা বৈ অহা ডাঙৰ নিজৰা এখনক সৌ বান্ধটোৰে ভেটা হৈছে। আৰু তাৰ পৰা শস্যৰ পথাৰলৈ সৰু সৰু জুৰিবোৰ বোৱাই নিয়া হৈছে। খেতিৰ সুবিধাৰ কাৰণে।

: এইখনো তেনে জুৰিয়েই ?

: মহাশয়ৰ ধাৰণা শুদ্ধ।

তেওঁ জংঘলত সোমোৱাৰ আগতে এবাৰ অহা শস্য ক্ষেত্ৰখনলৈ আকৌ এবাৰ দৃষ্টি দিলে। ধানৰ শুকান নৰাৰ মাজে মাজে দুই এডৰা সেউজ শস্যত বাদে ক্ষেত্ৰখন প্ৰায় উকা হৈ আছিল। ম'হ আৰু গৰু আপোনমনে চৰি ফুৰিছিল পথাৰৰ বিভিন্ন ঠাইত। নৰাবোৰ

দেখিয়ে তেওঁ অনুমান কৰিছিল শস্য নন্দনবদন হয় পথাৰ খনত। জুবিখন পাৰ হৈ জংঘলত সোমোৱাৰ লগে লগে তেওঁ লক্ষ্য কৰিলে যে, আলিটোৰ দুয়োকাষে অসংখ্য কঠালগছ। নাৰিকল আৰু কঠালত বাদে তেওঁ আন ফলৰ গছ দেখা নাছিল কামৰূপত। তেওঁ আগতে নজনা ফলৰ গছ হয়তো থাকিবও পাৰে। কিয়নো জংঘলৰ মাজেদি যাওঁতে অনেক গছ লতিকাত বিভিন্ন ধৰণৰ ফল দেখিছিল। সেইবোৰ চবেই হয়তো খোৱা ফল নহবও পাৰে, কিন্তু দৃঢ বিশ্বাস হৈছিল, তাৰ কিছুমান অন্ততঃ খোৱা ফল হব লাগিব। ভগবানৰ কি অপাৰ মহিমা, কি যে অপাৰ কৰুণা ভগবান অমিতাভৰ! তেওঁ জংঘলৰ অপূৰ্ব সৌন্দৰ্যত ভগবানৰ নাম ললে আৰু এজোপা প্ৰকাণ্ড জৰি গছৰ গুটি খাই কোলাহল কৰি থকা এজাক হাইঠা আৰু শালিকা চৰাইলৈ নিৰ্নিমেষে চাই থাকিল।

: ভগবানে প্ৰতিটো জীৱৰ কাৰণে যথোচিত ব্যৱস্থা কৰি ৰাখিছে। তাৰ বিনন্দীয়া সৃষ্টিত কোটি কোটি অলেখ জীৱ, কিন্তু কতো ব্যৱস্থাৰ ক্ৰুটী নাই। কি যে অপাৰ কৰুণা তাৰ।

শ্ৰীক্ষিকুণ্ড অৱশ্যে সেই মুহূৰ্ত্তত অন্যমনস্ক হৈ পৰিছিল। সন্মুখৰ পাহাৰৰ পিনে এঠাইত তেওঁ দৃষ্টি নিবদ্ধ কৰি আগবাঢিছিল। তেওঁ নীৰৱে থকা দেখি শ্‌ৱান ঝাঙে তেওঁৰ পিনে চালে আৰু তেওঁৰ দৃষ্টি অনুসৰণ কৰি পাহাৰত কিহে তেওক ইমান বিমুগ্ধ কৰিছে জানিবৰ চেষ্টা কৰিলে। পাহাৰৰ শ্ৰীক্ষিকুণ্ডই চোৱাৰ পিনে অংশটোত অকণ মেঘ জমিছিল। তাকে দেখি তেওঁ কলে—

: সন্ধিবিগ্ৰহিক মহাশয়, আপুনি এটা সাধু শুনক।

সন্ধিবিগ্ৰহিকে আগ্ৰহেৰে অপেক্ষা কৰা দেখি তেওঁ কৈছিল সুত্ত নিপাতৰ ধনিয় সুত্তৰ সেই সাধুটো। যত নিজৰ সুখ স্বাচ্ছন্দ্য নিৰ্বিঘ্ন কৰাৰ অৰ্থে ধনিয় গোপে জীৱনৰ সমস্ত বিশ্ৰাম জলাঞ্জলি দিছিল। অথচ তাৰ বিপৰীতে তথাগতই পৰম নিৰ্লিপ্ততাৰে সন্মুখীন হোৱা সমস্ত বিপদক আওকাণ কৰিছিল। শেষত বৰ্ষাকালৰ এদিনাখন, বৰ্ষণোন্মুখ মেঘে আকাশ ছানি ধৰিছিল। ধনিয় গোপে কলে—:

মোৰ ভাত ৰন্ধা হৈ গ'ল। গাখীৰ খীৰোৱাও শেষ হল। মহী নদীৰ পাৰত মোৰ স্থায়ী ঘৰ দুৱাৰ। ঘৰৰ চাল মজবুতকৈ ছোৱা আছে। ভিতৰত জুই ধৰা আছে। হে দেৱতা, যদি তোমাৰ আছে, দিয়া বৰষুণ।
তথাগতই নিৰ্লিপ্ত হৈ কলে—: মোৰ ক্ৰোধ ক্লেশ একো নাই। মহী নদীৰ পাৰতে আছোঁ। এটা ৰাতিৰ বাবে, অস্থায়ী এটা ঘৰত। ঘৰ খোলা, জুই নুমোৱা আছে। হে দেৱতা, যদি তোমাৰ মন যায়, ঢালিব পাৰা।
সাধুটো শুনি শ্ৰীক্ষিকুণ্ডই সন্তৰ্পণে অতিথিজনাৰ মুখলৈ চালে। মুখত সঁচাকে এক নিৰ্লিপ্ত, উদ্বেগহীন প্ৰশান্তি বিৰাজ কৰিছিল। অলপ পাচত তেওঁ ইতস্ততঃ কৰি কলে—

: আমাৰ ইয়াত বাট পথ বিপন্মুক্ত নহয়, নিৰাপদ ভ্ৰমণৰ কথা ভাবিবই নোৱাৰি।

: মাঁনুহবোৰ দেখোন সৰল যেন লাগিছে।

: মানুহবোৰ নিঃসন্দেহে সৰল। বীৰ আৰু পৰোপকাৰী লোক বাটে পথে অনেক লগ পাব। চুৰি, ডকাইতি, ঠগ এনেবোৰ ঘটনা আমাৰ দেশত নঘটে। আমাৰ দেশৰ মানুহ ভযাবহ হয়তো হয়, কিন্তু বিপজ্জনক নহয়।

: তেনেহলে বিপদ আকৌ কিহৰ?

: মায়াবী নদী, বিষধৰ প্ৰাণী, হিংস্ৰ জন্তু, ডাইনী, প্ৰেতিনী, কন্ধ, দ'ত আৰু অলেখ ভুত-প্ৰেত।

: আপুনি চাগে' এই মুহূৰ্ত্তত কোনোবা মায়াবী নদীৰ কথাই ভাবিছে?

: মহাশয়ে ঠিকেই ধৰিছে। ৰাজধানী পোৱাৰ তিনি যোজন মান আতৰত থকা সৰু নৈখনৰ কথাকে ভাবিছোঁ। সউ যে পাহাৰত মেঘৰ চমকাটো দেখিছে। তাত নিশ্চয় বৰষুণ হব। আৰু তেতিয়া নৈখন পানীৰে উপচি পৰিব। সোত ইমান কোবাল হৈ পৰে যে হাতীও পাৰ হবলৈ ভয় কৰে।

: কিন্তু অলপ পাচতে শুকাই নাযাব জানো?

: যাব, কিন্তু শুকাই পাৰ হওতে বহুত পলম হৈ যাব।

: তাতে কি হ'ল? পাৰতে ৰাতিটো থাকি যাম।

: কিন্তু থকাৰ সুবিধা নাই যে?

: থকাৰ আকৌ কি সুবিধা লাগে। মনটোহে লাগে। মন গলে থাকিলেই হ'ল।

ইমান বিপজ্জনক বুলি ভবা কথাটোতো অকণো গুৰুত্ব নিদিয়া দেখি তলে তলে শ্ৰীক্ষিকুণ্ড বিস্মিত হ'ল। লাহে লাহে কিন্তু তেওঁৰ মনৰ ব্যাকুলতাৰ তীব্ৰতাও নোহোৱা হৈ পৰিল। সন্তৰ্পণে তেওঁ পথিক শ্ৰমণজনাৰ প্ৰশান্ত মুখমণ্ডললৈ লক্ষ্য কৰিলে। পথিকৰ নিৰ্লিপ্ত, নিৰুদ্বিগ্ন মুখখন দেখি তেওঁৰ অন্তৰতো ভৰসা জন্মিল। ইমান মহামান্য অতিথি এজনাক ৰাজধানীলৈ নিৰাপদে লৈ যোৱাটো তেওঁৰ একান্ত দায়িত্ব। দায়িত্ব পালনত অকণো ক্ৰুটি বিচ্যুতি ঘটিলে সম্ৰাটে কঠোৰ দণ্ড বিহিব, হয়তো শিৰচ্ছেদ পৰ্যন্ত হ'ব পাৰে। অনবৰত এনে এটা আশংকাই শ্ৰীক্ষিকুণ্ডক সন্ত্ৰস্ত, উদ্বিগ্ন কৰি ৰাখিছিল। কিন্তু পথিকৰ কথাষাৰে তেওঁক সন্ত্ৰাসহীন কৰি দিলে।

: পাহাৰৰ টিলাটোত সেইটো কি বাৰু?

: দেৱতাৰ থান।

তেওঁ শ্যুৱান ঝাঙৰ কথাকে ভাবি আছিল। অতিথি জনাৰ প্ৰশ্নষাৰেহে তেওঁক সচেতন কৰি দিছিল। আলিবাটটো তেতিয়া বিৰিণা-বৰতানিৰ মাজে মাজে থকা চবকাচবকে সৰু সৰু শস্য ক্ষেত্ৰৰ মাজেদি গৈ আছিল। দূৰত এটা পাহাৰৰ তলিত ঠেকা খাই বাটটোৱে দক্ষিণলৈ মোৰ লৈছিল। সেই পাহাৰটোৰ টিলাতে দেৱতাৰ থানখন আছিল। পাহাৰটোৰ ওপৰত গছ-গছনি পাতল আছিল, কিন্তু থান খনৰ তিনিকাষ গছৰ ডাঠ জোপোহাৰে ঘেৰি থোৱা আছিল। তাৰ পৰা উৰি অহা ধোৱাঁই বিদেশী পথিকজনাৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

: এতিয়া পূজাৰ্চনা হৈ আছে চাগৈ?

শ্ৰীক্ষিকুণ্ডই উত্তৰ দিবলৈ পোৱাৰ আগতেই এটা বিশেষ ঘটনাই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এগৰাকী গ্ৰামিকৰ সতে পাঁচজন

বয়সস্থ লোক তেওঁলোকৰ ওলোটা দিশৰপৰা আহি আছিল। তেওঁ অৰণ্যে পাহাৰটোৰ দাঁতিত আলিবাটটো য'ত দক্ষিণলৈ ঘূৰিছে সেই খিনিতে এটা নিজৰাৰ পাৰত মানুহ আৰু হাতীকেইটাক জুপৰীয়া আহাৰৰ বাবে জিৰণি দিয়াৰ কথা ভাবিছিল। গ্ৰামিক গৰাকী যেতিয়া এনে অসময়ত ওলাই আহিছে নিশ্চয় তাৰ কিবা বিশেষ উদ্দেশ্য আছে। তেওঁ অৰণ্যে অকণ চিন্তিত হৈ পৰিছিল। বিদেশী অতিথি গৰাকীৰ জুপৰীয়াৰ বিশ্ৰামত বিঘিনি নঘটেতো।

শ্ৰীক্ষিকুণ্ডই কিবা এটা সিদ্ধান্ত লবলৈ পোৱাৰ আগতেই গ্ৰামিক জনে তাৰ সহচৰ সহ শ্ৰীক্ষিকুণ্ডৰ সন্মুখত আঠু ললেহি। তেওঁ উঠিবলৈ কৈ গ্ৰামিকক সুধিলে সি অহাৰ উদ্দেশ্য। সি বিনম্ৰভাৱে কলে যে সেই সন্মুখৰ পাহাৰটোৰ তলতে সিহঁতৰ গাওঁ। টিলাৰ সেই থানখন সিহঁতৰ গাঁৱৰে থান। তাত পূজা চলিছে। গাঁওৰ প্ৰজাই অনুৰোধ কৰিছে সন্ধিবিগ্ৰহিকে মহামান্য অতিথিসহ যেন তাত খন্তেকৰ কাৰণে দেখা দিয়ে।

তেওঁ সন্দিগ্ধ দৃষ্টিৰে অতিথিজনালৈ চালে। অতিথিজনাই নুবুজিলেও অনুমান কৰিছিল গ্ৰামিকৰ অনুৰোধৰাৰৰ অৰ্থ। তেওঁ প্ৰশান্ত হাঁহিৰে শ্ৰীক্ষিকুণ্ডকহে সুধিলে অকণ সোমাই যোৱাত তেওঁৰ কিবা আপত্তি আছে নেকি।

শ্যুৱান ঝাং কিন্তু কথাষাৰ কৈয়ে চিন্তিত হৈ পৰিল। খন্তেক ভাবি তেওঁ কলে—

: মই অৰণ্যে বৌদ্ধ।

: আমাৰ মহামান্য অতিথিও যে। অতিথিক আমি সাক্ষাত ভগবান যেন দেখোঁ।

: কিন্তু ভগবান শিৱৰ মন্দিৰত?

: আমি আগেয়ে থান পাই লওঁ। তাৰ পাচত আপুনি সিদ্ধান্ত লব মহাশয়।

পাহাৰেদি উঠিব ধৰোতেই অতিথিগৰাকী স্তব্ধ হৈ ৰৈ গ'ল। আৰু উৎকৰ্ণ হৈ কিবা শুনিবৰ যত্ন কৰিলে।

সেইখিনিতে আন এটা খেতিলৈ পানী অনা বান্ধ আছিল। সেই বান্ধৰ পৰাই নিজৰাখন বৈ আহিছিল। বান্ধটো ওপৰত থকা বাবে তলত নিজৰাত পানীবোৰ শব্দ কৰি পৰিছিল। শ্ৰীক্ষিকুগুই ভাবিলে অতিথিয়ে সেই শব্দকে শুনিছে।

: সেইটোও এটা খেতিলৈ পানী অনা বান্ধ। এই নিজৰাখন তাৰ পৰাই বৈ আহিছে।

: মই সেই গীতটোৰ শব্দবোৰ ধৰিবৰ যত্ন কৰিছোঁ।

সেইদিনা নদীৰ পাৰত শুনা গীতটোৰ দৰে গীতৰ কলি এটা কৰবাৰ পৰা ভাহি আহিছিল।

: অউ। সেইটো অতীজতে হেনো আপোনাসকলৰ সেই মহান চীনদেশৰ পৰাই অহা। কথাবোৰ পিচে আমাৰ। সুৰটোহে আপোনাসকলৰ। জংঘলত পলু ৰাখি আছে সিহঁতে। কিনো কৰিব। গানকে গাইছে।

: আপোনাৰ শিৰস্ত্ৰানৰ এই স্বৰ্ণাভ কাপোৰ এনে পলুৰ পৰাই হয় চাগে' ?

: হয়।

শ্ৰীক্ষিকুগুই আৰু কিবা এষাৰ কবলৈ গৈছিল কিন্তু হঠাৎ কথা এটা মনত পৰাত তেওঁ মনে মনে থাকিল। তেওঁ পাহৰি গৈছিল যে অতিথিজনাই কোনো ক্ৰিমিতান বস্ত্ৰ ব্যৱহাৰ নকৰে। চীনাংশুক, মুগা বা এণ্ডি কোনো সূতাকে তেওঁ পবিত্ৰ বুলি নাভাবে, কিয়নো এইবোৰ সূতা পলু মাৰিহে উলিয়োৱা হয়। জীৱহিংসাৰ প্ৰশ্ন থকা বাবেই তেনে বস্ত্ৰ আনকি স্পৰ্শ কৰিবলৈ ও টান পায়।

অতিথিজনাই কিন্তু প্ৰসঙ্গটোৰ সিমানতে ওৰ নেপেলালে। তেওঁ কলে—

: ক্ষৌমবস্ত্ৰৰ পৰাই আপোনালোকৰ দেশৰ বেচি আয় হয় যেন পাইছোঁ। কিয়নো কামৰূপত পোৱা এই কীটতন্তু দুবিধ পৃথিবীৰ অন্যত্ৰ পোৱা নেযায়। মই জানিব পাৰিছোঁ, আপোনা-লোকৰ কামৰূপ আৰু আমাৰ দেশৰ চীনাংশুকৰ বেপাৰীসকল হেনো

সৌ উত্তৰপিনে পৰ্বতৰ মাজত থকা বাটেদি বেপাৰৰ সামগ্ৰী লৈ অহাযোৱা কৰে। এই পিনৰ দুই এজন শ্ৰেষ্ঠীয়ে আনকি আমাৰ দেশৰ ৰাজধানী চাংআনতো ঘৰ দুৱাৰ কৰিছে।

: এণ্ডি, মুগাৰ লগতে চীনাংশুকৰ উৎপাদনো কৰিবলৈ আৰম্ভ কৰিছে আমাৰ দেশত আজিকালি। এয়া অৱশ্যে চীনাংশুক নহয় এয়া হ'ল মুগা।

: এই গীতৰ সুৰটো চাগে' কোনোবা চৈনিক বেপাৰীয়ে ইয়ালৈ লৈ আহিছিল।

: আমাৰ দেশত যিহে সংগীতকুশলী ডেকাল'ৰা আছে, কব নোৱাৰি, হয়তো আমাৰে কোনোবা আপোনালোকৰ দেশলৈ যাওতে, তাত শুনি সুৰটো শিকি লৈ আহিছে।

কথাপাতি গৈ থাকোতে থানৰ সম্মুখ যে পাইছিল ইতিমধ্যে, দুয়োৰে গমেই নাছিল। গ্ৰামিকে মনোযোগ আকৰ্ষণ কৰাৰ পাচতহে সচেতন হ'ল।

শ্যুৱান ঝাঙে দেখিলে পাতেৰে ভকুণ গছৰ জাবনিয়ে আগুৰা চিকুনোৱা ঠাই এডোখৰত এটা চাপৰ ঘৰ, চাৰিওপিনে বেৰৰ সলনি চকোৱা দিয়া আছিল তাত। ঘৰৰ ভিতৰত অৰ্থাৎ চালৰ তলত কলৰ পাতত কেবাটাও চাকি জ্বলি আছিল। বনৰীয়া ফুল পাত চাৰিওপিনে সিচৰিত হৈ পৰি আছিল। আৰু বাহিৰত ভগবানৰ প্ৰেমত মজি কেইটামান মানুহে নাচি আছিল নিতত মুগ্ধ হৈ।

গ্ৰামিকৰ আহ্বানত সহাৰি দি শ্ৰীক্ষিকুণ্ড আগবাঢ়ি গৈছিল থানৰ পিনে। অতিথিয়ে কিন্তু সহাৰি নিদি থমকি ৰৈ গৈছিল। শ্ৰীক্ষিকুণ্ডই গ্ৰামিকক কিবা এষাৰ কলে। গ্ৰামিকে এইবাৰ ভগা ভগা মধ্য ভাৰতীয় ভাষাত অতিথিক সনিৰ্বন্ধ অনুৰোধ জনালে থানৰ সম্মুখত আসন গ্ৰহণ কৰিবলৈ। অতিথিজনাই পুনৰ নিজৰ ধৰ্মটোৰ কথা উল্লেখ কৰাত গ্ৰামিকে কলে—

: হে মহাজ্ঞানী বিদেশী, আমাৰ ভগবানে মানুহৰ সেই প্ৰভেদবোৰৰ কথা ধৰি নলয়। আমিও সেইবোৰ নামানো। আমাৰ

পৰম পণ্ডিত পিতৃ প্ৰতিম সম্ৰাটেও নামানে। আমি শুনিছোঁ, আমাৰ মহামান্য সম্ৰাটৰ সুহৃদোপম বন্ধু মহাজ্ঞানী সম্ৰাট শিলাদিত্যও হেনো মানুহৰ মাজত সৃষ্টি কৰি লোৱা এই প্ৰভেদবোৰ নামানে। আপুনি আমাৰ আমন্ত্ৰণ গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰক প্ৰভো।

গ্ৰামিকৰ আন্তৰিকতা দেখি বিদেশী পথিকৰ মনৰ পৰা সমস্ত সংকোচ আঁতৰি গৈছিল। আৰু ৰূপৱীয়া জিৰণিৰ সময়খিনি থানত মানুহবোৰৰ মাজত কটাই এক বিমল আনন্দ উপভোগ কৰিছিল।

তাতেই শ্ৰীক্ষিকুণ্ডৰ আদেশক্ৰমে এজন বৈছই পৰ্বতত জমা হোৱা মেঘখিনি হেনো মন্ত্ৰ কৰি বৰষুণ দিব নোৱাৰাকৈ বান্ধি থৈ দিছিল। আৰু বাটত আহোতে শ্ৰীক্ষিকুণ্ডই তাকে কৈ, তেওঁৰ মনৰ পৰা যে গধুৰ বোজা এটা আঁতৰিল তাকে পথিকৰ আগত উল্লেখ কৰিছিল। পথিকে বিশ্বাস কৰা নকৰাৰ মাজতে কিবা এষাৰ কৈ সহাৰি দিছিল। কিন্তু আবেলি যেতিয়া শীৰ্ণ জুৰিখন সুকলমে পাৰ হৈ আহিছিল তেতিয়া পথিকে বিশ্বাস নকৰি নোৱাৰিছিল, শ্ৰীক্ষিকুণ্ডই কোৱা সেই মন্ত্ৰগুণৰ কথা।

জুৰিখন পাৰ হৈয়ে ৰাজধানীৰ প্ৰধান তোৰণটো তেওঁৰ চকুত পৰিছিল। আৰু তেতিয়াহে পৃথিবীৰ সমস্ত ক্লান্তিয়ে হেচি ধৰা যেন অনুভৱ কৰিছিল পথিকে।

শ্ৰীক্ষিকুণ্ডই পৰিচাৰক জনদিয়েকক কিবা পৰামৰ্শ দি পথিকৰ কাষ চাপি হাঁহি হাঁহি আনন্দেৰে কলে—

ঃ এতিয়া আৰু কোনো চিন্তা নাই। ৰাজধানী সোৱা।

তেওঁ দূৰৰ তোৰণটোলৈ দেখুৱাই কৈছিল। স্বস্তিৰ নিশ্বাস কাঢ়ি তেওঁ জনালে যে, ৰাজধানীলৈ মাত্ৰ দুই ক্ৰোশ হব।

ৰাজধানীৰ চাৰিওপিনে থকা অতিশয় গভীৰ পৰিখাটো কাঠৰ সুদৃশ্য এখন সেতুৰে পাৰ হৈ যেতিয়া চৌহদৰ ওখ দেৱালখনৰ কাষেদি তাতোকৈ ওখ প্ৰকাণ্ড তোৰণটোৰ সন্মুখ পাইছিল তেওঁৰ কোঠাৰ পৰা এইমাত্ৰ ওলাই যোৱা গাভৰু গৰাকীয়েই তেওঁক আদৰণি জনোৱাত নেতৃত্ব লৈছিল। পুনৰ গাভৰু গৰাকীৰ কথা মনলৈ

অহাত তেওঁ শুই থকাৰ পৰা উঠি বহিল, আৰু মনটো ঘূৰাই অনাৰ উদ্দেশ্যে বাহিৰলৈ ওলাই আহিল।

বাহিৰৰ দেহলিত অপেক্ষাৰত পৰিচাৰকজনে প্ৰণাম জনাই কলে—

: মহাশয়ৰ স্নানৰ কাৰণে জুৰিৰ ঘাটত ব্যৱস্থা কৰা হৈছে।

বাহিৰৰ মনোৰম দৃশ্য দেখি তেওঁ মুগ্ধ হৈ পৰিচাৰকজনৰ কথাত মনোযোগ দিয়া নাছিল। প্ৰথম ৰাজধানীৰ তোৰণেদি সোমায়েই তেওঁ যি এক অবৰ্ণনীয় মানসিক তৃপ্তি লাভ কৰিছিল তাৰ সম্মুখত আন একোৱে তেওঁৰ মন আকৰ্ষণ কৰিব পৰা নাছিল। গতিকে কোঠাৰ পৰা বাহিৰলৈ ওলায়েই ৰাজধানী নগৰৰ যিটো অংশ চকুত পৰিছিল তাৰ সৌন্দৰ্যতে মুগ্ধ হৈ পৰিছিল পথিক।

পকি পাতবোৰ হালধীয়া হৈ পৰা গছৰ শাৰীৰ মাজত নতুনকৈ কোমল সেঁউজীয়া পাতেৰে গছ দুই এজোপাই যেন আনবোৰকো হালধীয়া পুৰণি পাতবোৰ সৰাই পেলাবলৈ উদগনি দিছিল। মসৃণ আলিবাটৰ দুয়োকাষে শাৰী শাৰী গছ, তাৰ ডালত বহি কাকলিৰে মুখৰ কৰি দিছিল অলেখ অচিন পখীয়ে। ওপৰেদি কোচাল কৰি উৰি গৈছিল অজস্ৰ টিয়া চৰাইৰ জাক আৰু পিচে পিচে যেন সিহঁতৰ কোচালবোৰ মচি আকাশখন স্নিগ্ধ কৰি গৈছিল নিৰম শুভ্ৰ বগলীৰ জাকে।

তেওঁৰ মনত পৰিছিল কৰবাত পঢ়ি পোৱা অজান কবিৰ সেই অপৰূপ কবিতা ফাকিলৈ—

যদা বলাকা সুবিসুদ্ধ পণ্ডৰা
কালস্স মেঘস্স ভয়েন তজ্জিতা
পৰিয়েসতি লেণমলেন দস্সিনী

বিশুদ্ধ শুভ্ৰ বলাকা যেতিয়া ক'লা মেঘৰ ভয়ত নিজৰ বাহলৈ আশ্ৰয় বিচাৰি যায়, অথচ বাহখনো বিচাৰি নাপায়

তেওঁ মন্ত্ৰমুগ্ধৰ দৰে দেহলিৰ পৰা অতিথি গৃহৰ সম্মুখলৈ নামি গৈছিল। আৰু সেউজ দুবৰিৰ দলিচা ফালি গৈ থকা একপদীটোৰে বিচিত্ৰ ফল আৰু ফুলৰ গছবোৰৰ মাজেদি আগবাঢ়িলে। এজোপা

পাতঘন কথনা ফুলৰ তলত ঘাহ খাই খেলি থকা হৰিণা দুটাই তেওঁক দেখি মূৰ দাঙি চাইছিল থন্তেক। পাচত পুনৰ আগৰ দৰে ঘাহ খোৱাত ব্যস্ত হৈ পৰিছিল। তেওঁ তেতিয়াহে অনুমান কৰিলে যে তেওঁৰ অতিথি গৃহটো এখন প্ৰশস্ত উদ্যানৰ মাজত।

অকণ আগবাঢ়ি যোৱাৰ পাচত তেওঁ যেতিয়া এখন বেগৱতী নিজৰাৰ শব্দ শুনিছিল তেতিয়া তেওঁ তেওঁৰ আশ্ৰয় গৃহৰ পৰা কিমান দূৰত আছিল অনুমান কৰিবৰ মনেৰে ঘূৰি চাইছিল। দেখিলে পৰিচাৰকজন তেওঁৰ পিচে পিচেই আজ্ঞাৰ অপেক্ষাত আহি আছিল।

: আপোনাৰ স্নানৰ সমস্ত ব্যৱস্থা কৰি ৰখা আছে মহাশয়,

: সৌ নিজৰাতে নহয় জানো? তুমি যোৱা। মই পাৰিম।

ঃ পাৰিম বুলি কলেই সকলো সমস্যাৰ সমাধান নহয়। তুমি কোৱাচোন পাৰিবা বুলি তুমি কিদৰে ইমান নিশ্চিত হৈছা?

গাভৰু গৰাকীয়ে পৰিচাৰক এজনক প্ৰত্যাহ্বান জনোৱাৰ দৰে কথাষাৰ কৈছিল। ইতিমধ্যে শ্যু য়ান ঝাঙে কামৰূপৰ স্থানীয় ভাষাটো বহু পৰিমাণে আয়ত্ত কৰিছিল বাবে কথাষাৰ বুজাত তেওঁৰ অসুবিধা হোৱা নাছিল। অনাই বনাই ঘূৰি ঘূৰি তেওঁ নিজৰাখনৰ পাৰেদি অতিথি গৃহ থকা উদ্যানখনৰ পশ্চিমৰ পিনে থকা কঠাল গছৰ প্ৰকাণ্ড বাৰীখন চাই অকলে অকলে আহি হঠাৎ গাভৰুৰ কথাষাৰ শুনি স্তব্ধহৈ গৈছিল। কিয়নো ইমান নিৰ্জন গছ গছনিৰে ভৰা উদ্যানৰ মাজত তেওঁ গাভৰুগৰাকীক আশা কৰা নাছিল। তাইৰ লগত আৰু কোনোবা যে আছিল তেওঁ নিশ্চিত, কিন্তু মানুহজনক তেওঁ দেখা নাছিল। গছ এজোপাৰ আঁৰত বৈ তেওঁ তাইকে মনে মনে লক্ষ্য কৰিছিল। কি কাম পৰা-নোৱাৰৰ প্ৰশ্ন উঠিছিল তেওঁ ধৰিব পৰা নাছিল। সেইহেতুকে তেওঁ আঁৰৰ পৰাই উৎকৰ্ণ হৈ অপেক্ষা কৰিছিল।

কামৰূপলৈ অহাৰ দিন ধৰি সেই দুটা দিন তেওঁ কেৱল ঘূৰিছিল। ৰাজধানী নগৰৰ অন্তেষপুৰ মহলত বাহিৰে তেওঁ সকলোবোৰ ঘূৰিপকি চাইছিল। তেওঁ যি অতিথিগৃহত আছে, এনে গৃহ আৰু চাৰিটা আছিল। কিন্তু আটাইতকৈ নিৰ্জন আৰু আৰণ্যক পৰিবেশত আছিল তেওঁ থকাটোৱেই। তাত আৰু কেবাজনো থকাৰ ব্যৱস্থা আছিল। কিন্তু তেওঁত বাহিৰে তাত আৰু কোনো নাছিল। তেওঁৰ উদ্যানখনেই আটাইতকৈ প্ৰশস্ত। মাত্ৰ তাত পুখুৰীহে নাই। নগৰৰ বাটৰ কাষত আন অতিথি গৃহবোৰৰ সম্মুখত সকলোতে পুখুৰী আছে। কেৱল তেওঁৰ আশ্ৰয় গৃহটো থকা উদ্যানখনত বাদে।

সেই উদ্যানখনৰ পশ্চিম কাষেদি এখন নিজৰা আছে। তাৰ

সিপাৰে আছে এখন কাঠনি। প্ৰথম দৃষ্টিত কেৱল কাঠনি যেনেই লাগে, কিন্তু ভালদৰে মন কৰিলে দেখা যায় তাত কঠাল, জামু এনেদৰে বিভিন্ন ফলৰ গছেই ভৰি আছে। নিজৰাখনৰ উজনিত দুয়োপাৰে আছে নাৰিকলৰ আনটোমূৰে চকুৰে মনিব নোৱাৰালৈকে বিস্তীৰ্ণ অৰণ্য।

তেওঁৰ অতিথিগৃহৰ সম্মুখত কিবাকিবি ফুল গছৰ তলৰ মুকলিখিনি পাৰ হৈয়ে উলু আৰু কহুৱাৰ জাৰণি। পিচপিনেও ফুল আৰু বিভিন্ন ফলৰ ওখ ওখ গছৰ শাৰীবোৰ পাৰ হৈ এখন নদীৰ এৰা সুঁতি যেন দেখা পিতনি। মাজৰ ডোবাত পদুম, ভেট আৰু কনকাফুল। পাৰত মঠাবন আৰু তৰাণি। ডোবাত বনৰীয়া হাঁহ, আৰু নানান মৎস্যাশী চৰায়ে মুক্তভাৱে চৰি ফুৰে। যিদৰে পাৰৰ আৰু উদ্যানৰ মাজে মাজে থকা বননিত হৰিণবোৰ চৰে।

উদ্যানখনৰ চাৰিওপিনে ঘূৰি এটা কথাই অতিথিজনাৰ মনত স্পষ্ট হৈছিল যে, উদ্যানখনক মানুহৰ চেষ্টাৰ দ্বাৰা নহয়, প্ৰকৃতিয়ে আপোন মনেই যেন তেনেদৰে ৰাখিছে।

প্ৰথম দিনা নিজৰাৰ পাৰলৈ আহি স্নানৰ কাৰণে যি ব্যৱস্থা দেখিছিল, তেওঁ হতবাক হৈ গৈছিল। কঠ, সুগন্ধি অংগুদি আৰু শ্বেত চন্দন, শৰীৰ ঘৰ্ষণৰ কাৰণে তৃণ স্তৱক আদি বিভিন্ন সামগ্ৰীৰে সতে এজন পৰিচাৰকৰ সতে দুজনী পৰিচাৰিকাই ঘাটত অপেক্ষা কৰিছিল। অতিথিয়ে সামগ্ৰীৰে সতে সিহঁতেকো পঠাই দিছিল। আৰু অকলশৰে অৰণ্যৰ শোভা খেদি নিজৰা পাৰহৈ সোমাইছিল। ভাবিছিল, কাঠনিখন হয়তো সেইদিনা আহোতে বাটৰ দাঁতিত এৰি থৈ অহা অৰণ্যৰে অংশ হব। কিন্তু কিছু সময় কাঠনিৰ মাজৰ পৰিষ্কাৰ পদপথটোৰে যোৱাৰ পাচত যেতিয়া দেখিলে পশ্চিমত এখন প্ৰশস্ত মুকলি পথাৰ, তেওঁ অবাক হৈ গৈছিল। সেই পথাৰখন পাৰ হৈ দূৰত দ এটা পৰিখা পাৰ হৈহে চৌহদৰ ওখ প্ৰাচীৰখন দেখা গৈছিল। পথাৰলৈ নামি গৈ তেওঁ দেখিছিল দুয়ো পিনে গৰু আৰু মহ অসংখ্য।

ঘোঁৰা আৰু হৰিণো একোটাইঁত মাজে মাজে চৰি ফুৰিছে। দক্ষিণলৈ এখন বিৰাট বাহনিৰ তলেদি এটা বাট। বাটটোৰে চাই পঠোৱাত তেওঁ দেখিছিল দূৰত চকোৱাৰে ঘেৰা দীঘল দীঘল কেতবোৰ চালিঘৰ। দেখিয়েই বুজিছিল। সেইবোৰ গোহালি আৰু আন ঘৰচীয়া পশুৰে আশ্রয় লোৱা চালিঘৰ। পথাৰৰ মুকলিত পশ্চিমৰ আকাশত ৰ'দ আৰু ডাৱৰৰ খেল চাই ভগবান তথাগতৰ প্ৰতি কৃতজ্ঞতাত তেওঁ প্ৰণাম জনাই লাহে লাহে উভতি আহিছিল।

সেই দিনা তেওঁ গৈছিল নগৰৰ আটাইতকৈ বিশাল শিৱমন্দিৰটোৰ কাষেদি পূবৰ পিনে নগৰখন চোৱাৰ উদ্দেশ্যে। যাওঁতে বাটত তেওঁ ব্ৰাহ্মণ দেখিছিল, বেপাৰী দেখিছিল, সৈন্য দেখিছিল, সাধাৰণ লোক আৰু ৰাজপুৰুষ দেখিছিল। প্ৰত্যেকে তেওঁলৈ প্ৰণাম জনাইছিল, কিন্তু এজনেও তেওঁ কলৈ গৈছিল বা কিয় গৈছিল প্ৰশ্ন কৰা নাছিল, লেশমাত্ৰও কৌতুহল প্ৰকাশ কৰা নাছিল। ইমান মুক্ত প্ৰশাসন, ইমান মুকলি মনৰ মানুহ তেওঁ ভাৰতবৰ্ষৰ ইমান ঠাইলৈ গৈছিল, কিন্তু কতো পোৱা নাছিল। পূবৰ পিনে নগৰখনৰ পৰিসীমা আৰু বিস্তৃত। সেইপিনে নিজৰা নাছিল, অসংখ্য পুখুৰীৰ উপৰিও এটা বহল গভীৰ জলাশয় আছিল। জলাশয়ত তেওঁ দূৰৰ পৰাই ৰিনি ৰিনি দেখিছিল বিভিন্ন ফুল আৰু উৰি ফুৰা বনৰীয়া চৰাইৰ চাঞ্চল্য। তেওঁ কেৱল তিনিটা পুখুৰীৰ সৌন্দৰ্যকে চাই উভতিব লগীয়াত পৰিছিল সময়ৰ অভাৱত। তাৰে এটাৰ পাৰত এজোপা কঠালগছৰ তলত তেওঁ লগ পাইছিল দুজন একেবাৰে অপ্ৰত্যাশিত মানুহক এজন মিথিলাৰ গন্ধ বণিক আৰু আনজন তিব্বতৰ চীনাংশুকৰ বেপাৰী। দুয়ো মধ্য-ভাৰতৰ ভাষা জানিছিল কিন্তু সিহঁত দুয়ো যি ভাষাত কথা পাতি আছিল তেওঁ ঘুণাক্ষৰেও বুজা নাছিল। তেওঁ মাত্ৰ এটা কথা অনুমান কৰিব পাৰিছিল যে সেই ভাষাৰ সতে কামৰূপৰ প্ৰজাসাধাৰণৰ কথিত ভাষাৰ মিল আছে ভালেখিনি।

সিইঁত হয়ো অন্তেষপুৰৰপৰা প্ৰবেশৰ অনুমতিৰ কাৰণে অপেক্ষা কৰিছিল।

মিথিলাৰ গন্ধবণিকজন আছিল আকৌ কথাৰ সাগৰ। সি আনকি চাংআন নগৰৰ কথাও জানে। সিয়ে এটা বৰ লোভনীয় খবৰ দিছিল শ্বুৱান ঝাঙক। পূবৰ সেই জলাশয়টোলৈ যোৱাৰ বাটতে হেনো এখন মনোৰম উদ্যান আছে, তাৰ মাজত আছে হেনো এখন শিক্ষালয়। আচলতে এটা শিক্ষাৰ কেন্দ্ৰ। য'ত অস্ত্ৰশিক্ষাৰ ব্যৱস্থাও আছে আৰু দৰ্শন শিক্ষাৰ বাবেও বেলেগ শিক্ষা মন্দিৰ, শিক্ষাৰ্থী নিবাস আছে। মিথিলাৰপৰা অহা শিক্ষাৰ্থীও আছে হেনো তাত।

শ্বুবান ঝাঙে পাচদিনা সময়লৈ শিক্ষাৰ কেন্দ্ৰটো চাবলৈ অহাৰ মনস্থ কৰি ঘূৰি আহিছিল। আহি উত্তৰপিনে থকা সৰু এখন দুৱাৰেৰে ওলোটা পিনৰপৰা তেওঁৰ অতিথি গৃহটো থকা উদ্যান-খনত সোমাইছিল। এজোপা বুঢ়া জৰিগছৰ ডালত খাই বই সন্তুষ্ট হাইঠা চৰাইবোৰে যোৰে যোৰে বহি সুহুৰিয়াই থকা দেখি তেওঁ ইমান অন্যমনস্ক হৈ পৰিছিল যে, তেওঁক ঘেৰি অবাক হৈ চাই থকা হৰিণাকেইটালৈ তেওঁ মন কৰাই নাছিল। কাষতে এটা মলুৱা বান্দৰে জপিয়াই দিলতহে তেওঁৰ হুচ হৈছিল। আৰু তেতিয়া তেওঁ বেগাই খাজ লৈছিল অতিথি গৃহ অভিমুখে।

আহি আহি গাভৰুগৰাকীৰ কথাষাৰ শুনিহে তেওঁ ঘপকৰে বৈ গৈছিল। আনজন নিৰুত্তৰে থকা দেখি গাভৰুগৰাকীয়ে পুনৰ সুধিছিল—

: কোৱা, মনে মনে থাকিলা যে? কোঁৱা, পাৰিবা বুলি কেনেকে ইমান নিশ্চিত হৈছা?

এইবাৰ মানুহজনে সসম্ভ্ৰমে উত্তৰ দিলে—

: মহাশয়া, মহাৰাজ পৰমেশ্বৰে কেৱল স্থলপদ্মৰ কথাহে কৈছে নেকি?

: অ, কেৱল স্থলপদ্মহে বিচাৰিছে। মিথিলাৰ ৰাজদূত

কালিলৈ প্ৰত্যুষতে যাবগৈ। তাৰ মহাসামন্তজনাই আমাৰ মহাৰজলৈ যি মহামূল্য উপঢৌকন পঠাইছিল আমি যদি তাৰ বিনিময়ত মহাৰাজে বিচৰামতে এটা স্থলপদ্মও দিব নোৱাৰোঁ।

: কিন্তু এই সময়ত সেই ফুল নুফুলে। নগৰৰ ইমানবোৰ উদ্যানৰ মাজত কেৱল এইটো ফুলেইহে আছে।

তেওঁ গছৰ আঁৰৰ পৰাই সন্তৰ্পণে চাই পঠালে। এটা কুঞ্জৰ মাজত বিভিন্ন ফুলৰ গছ আৰু কাইটীয়া লতাৰ জাহনিত ওপৰৰ মাত্ৰ এটা স্থলপদ্ম ফুলি আছিল। অকলশৰীয়া বাবেই হয়তো ফুলটো মনোমোহা লাগিছিল। তেওঁ তাৰ পৰাই ইফালে সিফালে চাইছিল। কতো তেনেধৰণৰ আন এটা ফুল তেওঁৰ চকুত পৰা নাছিল। গাভৰুজনীয়ে কলে—

: তুমিতো দেখিছাই। এইটোহে কেৱল আছে।

: আৰু তাক চিঙি আনিবই লাগিব।

: নিশ্চয়।

: কিন্তু চিঙি অনাৰ কোনো উপায় নাই। ইমান ওখত আছে যে হাতেৰে ঢুকি পোৱা নাযায, হাকুটি লগাই আনিবলৈকো গছ জোপাৰ গুৰিলৈ গৈ হাকুটি লগোৱা অসম্ভৱ।

তেওঁ আমোদ পাইছিল কথোপকথন শুনি। আৰু উৎকৰ্ণ হৈ শুনিছিল কিনো উপায় দিয়ে বুলি। শেষত নানান যুক্তি দৰ্শাই মানুহজনে কলে যে, গছজোপা কাটি বগৰাই ফুলটো আনিব লাগিব তাত বাদে আন উপায় নাই। গাভৰু গৰাকীয়ে মানুহজনৰ উপায়টো শুনি আপত্তি কৰি কৈছিল—হংসৰাজং গহেন্বান সুবন্না পৰিহায়থা—বুলি।

গাভৰুৰ মুখত জাতকৰ উপমাটো শুনি অতিথি পুলকিত হৈ পৰিছিল। সোণৰ লোভত সোণৰ কণী পৰা হাঁহজনীকে মাৰি পেলোৱা উপমাটো যে ইমান যথাৰ্থ হৈছিল, মানুহজনে কি কয় তাকে শুনিবলৈ তেওঁ অপেক্ষা কৰিলে। মানুহজনে পিচে একোকে নকলে। কলে গাভৰু গৰাকীয়েহে।

: তুমি মহাৰাজৰ বিশেষ দেহৰক্ষী সংকটবন্ধুক মাতি আনাগৈ। তেওঁক সশস্ত্রে আহিবলৈ কবা।

তেওঁ তাৰ পৰাই নিজৰালৈ বাহিৰে বাহিৰে গৈ গা ধুই উভতি আহোতে দেখিছিল সেই কুঞ্জতে আৰু এটা বিস্ময়াবহ কাণ্ড। এইবাৰ এগৰাকী সৈনিকে ধনুকাঁড লৈ, এপাত কাঁড়েৰে ফুল পাহ চিঙি কুঞ্জটোৰ অদূৰত ৰাখি থোৱা এটা কৰণিত আলফুলকৈ পেলাই দিছিল।

অৱশ্যে ঘটনাটো দেখিয়ে তেওঁ অনুমান কৰি লৈছিল যে, সৈনিক-সংকট বন্ধুৱে হব। গাভৰু গৰাকীয়ে ফুলৰ কৰণিটো লৈ অতিথিক দেখি প্রণাম জনাই নিৰৱে লৰালৰিকৈ গুচি গৈছিল।

তেওঁ অতিথি গৃহলৈ উভতি যোৱাৰ বাটত গাভৰু গৰাকী যে সাধাৰণ নহয় সেই কথাকে বিভিন্ন যুক্তিৰে মনতে প্রতিপন্ন কৰিছিল। জাতকৰ সুবৰ্ণ হংসৰ সেই উপমাটো দি তাই প্রমাণ কৰিছিল যে তাই বিদুষী। সংকটবন্ধুক মতাই আনি তাই যিদৰে এই জটিল সমস্যাটোৰ সমাধান কৰিছিল সেয়ে প্রমাণ কৰিছিল যে তাই বুদ্ধিমতীও। সেই দিনা তেওঁৰ কোঠাত বিভিন্ন সামগ্রীবোৰ যি সুন্দৰভাৱে যতনাই থৈছিল সেইটোৱে প্রমাণ কৰে যে তাইৰ ৰুচিবোধো আছে, এইমাত্র তেওঁক তাই যিদৰে প্রণাম জনাই আঁতৰি গ'ল, সেয়ে প্রমাণ কৰে যে তাই সম্ভ্রমশীলা।

কোন বাৰু গাভৰুগৰাকী? পথিকৰ জানিবৰ মন গ'ল। তাইৰ সতে সহচৰী দেখি, তাইৰ সতে পৰিচাৰকবিলাকৰ বিনম্র আচৰণ দেখি তেওঁৰ কৌতুহলো হ'ল পৰিচয়টো জানিবৰ বাবে। তেওঁ কিন্তু ভাবি এনে একজন কাকো বিচাৰি নাপালে যাক তাইৰ বিষয়ে নিৰাপদে সুধিব পৰা যায়। অৱশ্যে ভালদৰে চিন্তা কৰিবলৈ সময়ো নাপালে, কিয়নো অতিথি-গৃহ পাই দেখিলে ভাণ্ডাৰাধিকৃত দিবাকৰপ্ৰভ তেওঁৰে অপেক্ষাত পদুলিত বৈ আছিল।

অতিথিজনাক দেখি দিবাকৰপ্ৰভই প্রণাম জনাই কলে—

: মহাশয় কালিলৈ ৰাজসভাত আপোনাৰ নিমন্ত্রণ আছে, পুৱা মই নিজে আহি লৈ যামহি।

তাই বিনম্র হবৰ যত্ন কৰি কলে যে, লৈ যোৱাই চব কথা নহয়, যোৱাজনৰ ইচ্ছা-অনিচ্ছাৰো প্ৰশ্ন আছে।

এখন ভুক্তিৰ উপৰিক আহিছিল। আহি ৰাজধানী নগৰৰ মহাক্ষ-পটলিকৰ সতে ৰাজমহলত সম্ৰাটৰ দৰ্শন প্ৰাৰ্থী হিচাপে অপেক্ষা ৰত অৱস্থাত মহলৰ শ্ৰেষ্ঠ পৰিচাৰিকা সুনয়নাক ঘটনাক্ৰমে লগ পাই তাৰ উদ্দেশ্যৰ কথা ব্যাখ্যা কৰিছিল। উপৰিকৰ অঞ্চলত এগৰাকী ব্ৰাহ্মণ পণ্ডিতক গ্ৰামদান কৰাৰ কথা। যাবতীয় লেখাপত্ৰ সন্ধি-বিগ্ৰহিকৰ নিৰ্দেশক্ৰমে মহাক্ষপটলিকে প্ৰস্তুত কৰাইছে। ভুক্তিৰ প্ৰজাসাধাৰণে গ্ৰামদান উৎসৱৰ উপলক্ষতে সম্ৰাটৰ পদাৰ্পণ কামনা কৰিছে।

সুনয়না সম্ৰাটৰ বিশেষ স্নেহৰ পাত্ৰী। সম্ৰাটৰ প্ৰশ্ৰয়লাভত তাইৰ সমকক্ষ আন এগৰাকী সমগ্ৰ দেশতে নাই। গতিকে অভিজ্ঞসকলে সম্ৰাটক কিবা বিষয়ত সন্মত কৰাবলৈ হলে তাইৰ শৰণাপন্ন হয়।

উপৰিকে সুনয়নাক দৈবাৎ লগ পাই নিজকে পৰম সৌভাগ্যবান বুলি ভাবিলে আৰু সমস্ত কথা কলে। সি এইটোও কলে যে, সি নিজে মহললৈ আহি যথাযোগ্যভাৱে সম্ৰাটক লৈ যাবহি। প্ৰকৃততে সম্ৰাটক আগবঢাই লৈ যাবলৈ ৰাজধানীলৈ আঞ্চলিক সামন্তগৰাকী সচৰাচৰ নিজে নাহে। তাৰ অঞ্চলত সোমোৱাৰ লগে লগেহে সম্ৰাটক যথোচিতভাৱে আদৰণি জনাই আগবঢাই লৈ যোৱাৰ নিয়ম। এই ক্ষেত্ৰত উপৰিক ব্যতিক্ৰম ঘটাবলৈকো সাজু।

সুনয়নাই কিন্তু সম্ৰাটক মহাচীনৰ পৰম জ্ঞানী অতিথিজনাৰ সতে সেইদিনা শিক্ষা মন্দিৰলৈ লৈ যোৱাৰ ব্যৱস্থা কৰি ৰাখিছে তলে তলে। সেইবাবেই তাই কৈছিল যে, লৈ যোৱাই চব কথা নহয়, যাক লৈ যাব অৰ্থাৎ যিজন যাব তেওঁৰ ইচ্ছা-অনিচ্ছাৰ ওপৰতহে প্ৰকৃততে কথাটো নিৰ্ভৰ কৰে।

বিষয়টোৰ গুৰুত্ব বুজাবলৈ উপৰিকে আৰু কিবা এবাৰ কব খুজিছিল, কিন্তু সুনয়নাই ইংগিতেৰে নিৰস্ত কৰি কলে—

: সৌৱা ভাণ্ডাগাৰাধিকৃতে মহামান্য অতিথিক লৈ আহিছে। মই যাওঁ, ক্ষমা কৰিব। মই তেখেতসকল আহি পোৱা বুলি মহাৰাজক বাতৰি দিব লাগিব।

ভাণ্ডাগাৰাধিকৃতে মহামান্য অতিথিক লৈ অহা দেখি উপৰিক আৰু মহাক্ষপটলিকো ৰাজসভালৈ বুলি আগবাঢ়ি গৈছিল।

অতিথিজনাই ৰাজ অন্তেষপুৰৰ প্ৰথম মুখ্যতোৰণটোৰে সোমাওতেই গাভৰু গৰাকীক দেখিছিল। পুনৰ তেওঁৰ পুৰণি কৌতূহলটোৱে মনক সামান্যভাৱে চিন্তিত কৰি তুলিছিল। গাভৰু গৰাকীয়ে এইমাত্ৰ উপৰিকহঁতৰ লগত কথা পাতি থকাৰ পৰা তেওঁলোকক দেখি যে উঠি গৈছিল সেই কথাটোও তেওঁ অনুমান কৰিছিল।

: সুনয়নাই মহাৰাজক বাতৰি দিবলৈ আগবাঢ়ি গৈছে।

দিবাকৰপ্ৰভই কলে। সুনয়নাই লৰালৰিকৈ উপৰিকহঁতক এৰি যোৱা দৃশ্যটো দিবাকৰপ্ৰভ আৰু শ্বুৱান ঝাঙ দুয়োৰে দৃষ্টিপথত ইমান স্পষ্ট হৈ পৰিছিল যে তেওঁ কোনো ভূমিকা নকৰাকৈয়ে কথাষাৰ কলে। অৱশ্যে অতিথিজনাই সুধিলে—

: কোন আগবাঢ়ি যোৱাৰ কথা কলে ?

: সৌ সুন্দৰী যুৱতীগৰাকীৰ কথা কৈছোঁ। তাই সুনয়না, মহাৰাজৰ বিশেষ স্নেহ ধন্যা, মহলৰ শ্ৰেষ্ঠ পৰিচাৰিকা। মহাশয়ৰ আগমনৰ আগলি বতৰা দিয়াৰ অৰ্থে তাই লৰালৰিকৈ গৈছে।

পথিকজনাই গাভৰু গৰাকীয়ে সোমাই যোৱা বিশেষ মহলৰ সুদৃশ্য দ্বাৰটোলৈ লক্ষ্য কৰিলে। তাৰ খুটাবোৰত আছিল প্ৰবাল আৰু কলপতীয়া ৰং দিয়া, ওপৰৰ বিৰাট চতিডালত দিয়া আছিল হালধীয়া কৰবীৰ ৰং আৰু তাৰ সোমাজত আছিল দূৰৰ পৰা স্পষ্টকৈ দেখাকৈ এটা হাতীৰ মূৰৰ ছবি মধুৰিব পাতেৰে ধোৰাবণীয়া কৰা।

দেখিয়েই বুজিছিল সেই পিনেদি সোমাই গলেই পোৱা যাব ৰাজসভা গৃহ। কিয়নো হাতীৰ মুখ আছিল কামৰূপ দেশৰ নিগমৰ প্ৰতীক চিহ্ন ৰাজমোহৰ। পথিকে সম্ৰাটৰ পৰা তেওঁলৈ পঠোৱা পত্ৰত দেখিছিল সেই ৰাজমোহৰ।

তেওঁ মনেদি ঘূৰি চালে ৰাজমহলৰ পৰিধিটো প্ৰথমৰে পৰা অনুমান কৰিবলৈ। প্ৰথমে বিশাল তোৰণ এটাৰে সোমায়ে তেওঁ দেখিছিল বৰ্তমান তেওঁলোক মাজেদি গৈ থকা এই বিশাল প্ৰান্তৰখন। চাৰিওপিনে উচ্চ প্ৰাচীৰেৰে ঘেৰা। প্ৰান্তৰত তেওঁলোক গৈ থকা ঘাই আলিবাটটোৰ উপৰিও আৰু আছে কেবাটাও ইয়াতকৈ সৰু আলিবাট। সেইবোৰৰ দাঁতিত আছে ফুল আৰু ফলৰ গছৰ শাৰী। গছবোৰৰ তলত জুম পাতি বৈ আছে অলেখ বিচাৰ-প্ৰাৰ্থী আৰু দৰ্শন অভিলাষী প্ৰজা। প্ৰাচীৰৰ দাঁতিত আছে সাধাৰণ লোকৰ বাবে স্নানাগাৰ আৰু খোৱা পানীৰ ব্যৱস্থা।

ঘাই আলিটোৰ দুয়ো দাঁতিত আছে শাৰী শাৰী কেবাটাও বিয়াগোম ঘৰ। তাত বেৰ নাছিল। আছিল চকোৱা। ভিতৰত উপৰিক, মহত্তৰগণ বহি বিশ্ৰাম লোৱাৰ বহুল ব্যৱস্থা। ঘৰৰ চালবোৰ আছিল উলুবনেৰে ছোৱা। মাজত এটা ঘৰৰ চাল আছিল টকৌ পাতৰ। প্ৰকাণ্ড কঠাল গছ এজোপাৰ তলত সেই চাৰিচলীয়া ঘৰটো দেখিলেই পথিকৰ মনত পৰিছিল জেতবনৰ সেই উদ্যানখনৰ কথা, য'ত ভগবান অমিতাভ শ্ৰমণ আনন্দৰ সতে আছিল। মহানন্দত দিন কটাইছিল, মৰ্ত্যলৈ স্বৰ্গ নমাই আনিছিল।

গাভৰু গৰাকী আৰু উপৰিকহঁত সেই ঘৰটোতে বহি আছিল। তেওঁলোকক তাৰ পৰাই ওলাই যোৱা দেখিছিল তেওঁ।

: মহাশয়, আমি ৰাজসভা পালোহি।

হঠাৎ অন্যমনস্ক হৈ পৰিছিল শ্ৰমণগৰাকী। দিবাকৰপ্ৰভৰ কথাই সজাগ কৰি দিছিল। তেওঁ দেখিলে এটা বিৰাট অট্টালিকাৰ

দুৱাৰমুখত দুয়ো থিয় হৈ আছে। প্ৰহৰীয়ে ভিতৰলৈ গৈ ঘুৰি আহি কলেহি যে, মহাৰাজে তেওঁলোকৰ প্ৰৱেশ প্ৰত্যাশা কৰিছে।

তেওঁ দেখিলে দিবাকৰপ্ৰভই সোমায়েই শিৰাৱৰণ মোচন কৰি সোমাজত ওখ সুদৃশ্য আসনত সমাসীন সম্ৰাটলৈ প্ৰণাম জনালে। আনহাতে সম্ৰাটত বাদে সভাৰ সমবেত ৰাজপুৰুষবৃন্দই মহামান্য অতিথিজনালৈ থিয় হৈ অভিবাদন জনালে।

তেওঁ হাত এখন দাঙি আসনবোৰৰ মাজৰ বাটটোৰে আগবাঢ়ি গৈ সম্ৰাটক আশীৰ্বাদ দিলে—হে ভৌম কুল তিলক, পৰম ভট্টাৰক, মেৰু সদৃশ মহান নৰপতি, আপোনাৰ দৰে পৰম জ্ঞানী, নানান বিদ্যাৰ অধিকাৰী, প্ৰজাৰঞ্জক, পূৰ্ব-ভাৰত সূৰ্য মহাৰাজাধিৰাজৰ দ্বাৰা আমন্ত্ৰিত হৈ এই দৰিদ্ৰ শ্ৰমণ ধন্য হৈছো। আপোনাৰ জয় হওঁক, সৰ্বতো কুশল হওক।

খটখটিৰে অতিথিজনাই সম্ৰাটৰ সংকেতক্ৰমে উঠি গৈ সম্ৰাটৰ কাষৰ খালী আসনখনত বহি লৈছিল। খটখটিৰে উঠি যোৱাৰ সময়ত সম্ৰাটে নিজে উঠি আহি তেওঁৰ হাতত ধৰি আথে ৰেথে আগবঢ়াই নি আসনখনত বহুৱাই দিছিল। সম্ৰাটে বিনম্ৰভাৱে অতিথিক কলে—

॰ মহাত্মন্, আপোনাৰ শুভাগমনত মোৰ নিজকে আজি ভগবান বুদ্ধৰ বৈমাত্ৰ ভাই নন্দৰ দৰে লাগিছে। মইও নন্দৰ দৰেই নানান পাৰ্থিৱ সমস্যাৰ মাজত সোমাই পৰমেশ্বৰ প্ৰদত্ত পৰম্পদৰ পৰা বঞ্চিত হৈ আছোঁ। মোৰ অজ্ঞতা ক্ষমা কৰিব মহাশয়।

শ্ৱুৱান ঝাঙে প্ৰশান্ত হাঁহিৰে কলে—

ঃ যো বালো বালভাবেন পণ্ডিতস্তত্ৰ তেন সঃ।

মহামূৰ্খ পন্থকৰ কাহিনীটোলৈ মনত পৰিছিল অতিথিজনাৰ জাতকৰ সেই শ্লোকৰ শাৰীটো মতাৰ লগে লগে। আৰু চমৎকৃতও হৈছিল সম্ৰাটৰ বিদ্যাৰ পৰিধি উমান কৰি। পন্থকৰ কাহিনীটো বহুলভাৱে প্ৰচলিত, কিন্তু সম্ৰাটে উপমাটো আনিছিল বৌদ্ধ কবি অশ্বঘোষৰ

পৰা। অশ্বঘোষ আছিল কালিদাসৰ দৰেই মহাকবি। কিন্তু কালিদাসৰ বহু শতাব্দীৰ আগৰ। বৌদ্ধ প্ৰাচীন সাহিত্য বিশেষভাৱে অধ্যয়ন নকৰিলে অশ্বঘোষৰ কথা অন্ততঃ জনা নেযায়।

তেওঁ সন্তৰ্পণে ৰজাৰ পিনে চালে আৰু নিজৰ উপমাটো যথোপযুক্ত যে হৈছিল সেই বিষয়ে নিঃসন্দেহ হ'ল। নিজকে মূৰ্খ বুলি ভবাজন প্ৰকৃততে মূৰ্খ নহয়, সেইজন প্ৰকৃততে পণ্ডিতহে। নিজকে পণ্ডিত বুলি ভবাজনহে দৰাচলতে মূৰ্খ। এই পূৰ্ব ভাৰতৰ চক্ৰৱৰ্তী ৰজা-গৰাকী যে পৰমপণ্ডিত তেওঁৰ মহলৰ বিদুষী মুখ্য পৰিচাৰিকা গৰাকীয়ে তাৰ প্ৰমাণ। তেওঁ মনতে ঠাৱৰ কৰিলে।

: হে মহামান্য অতিথি, এখেত সকল মোৰ দেশৰ গণ্য ব্যক্তি। সুদূৰ ত্ৰিপুৰা আৰু কনৌজৰো দুগৰাকী অতিথি এই সভাতে আছে। আপোনাৰ অভিজ্ঞতাৰ পৰিধি অপৰিসীম। আপোনাৰ বিচিত্ৰ অভিজ্ঞতাৰ ভাণ্ডাৰৰ দুই এটা কণাৰ আস্বাদ লবলৈ বুলি অধীৰ আগ্ৰহেৰে এখেতসকলে আপুনি কি কয় তাকে শুনাৰ বাবে আশা পালি আছে। যদি আপত্তি নাই অনুগ্ৰহ কৰি কবনে ?

সম্ৰাটৰ অনুৰোধযাৰ শুনি তেওঁ তলত মজিয়াত বহি থকা সভাসদ-বৃন্দলৈ চালে। কাষত শিৰাৱৰণবোৰ খুলি থৈ দিয়া আছিল তেওঁবিলাকৰ। মূৰত আটাইৰে আছিল বিচিত্ৰ ফুলৰ মালা। ডিঙিত আছিল কাৰোবাৰ সোণৰ, কাৰোবাৰ ৰূপৰ, কাৰোবাৰ আকৌ পোৱাল বা কড়িৰ কণ্ঠহাৰ। ভৰিৰ কলাফুলত থকা বেতৰ বেৰিবোৰ দীৰ্ঘ সময় আৰু ব্যৱহাৰে ক'লা কৰি দিছিল।

চেপেটা নাক, ডাঠ ঠৰঙা চুলি, শ্মশ্ৰুবিহীন মুখমণ্ডল, ডাঠ পিৰিঠিৰ সৰু চকু, বলিষ্ঠ মুখৰ কোৱাৰিৰে সভাত সমবেত প্ৰায়বোৰ মানুহকে তেওঁৰ লাও বা ম'ন জাতিৰ মানুহৰ দৰে লাগিছিল। মানুহবোৰৰ

মুখলৈ চালেই বুজিব পাৰি তেওঁলোক সৰলচিতীয়া কিন্তু সবল মনৰ। আৰু সবল মনৰ বাবেই তেওঁলোক বিপদ অথবা শত্রুৰ সম্মুখীন হলে দুৰ্দ্ধৰ্ষ হৈ পৰিব। তেওঁ তেওঁৰ বক্তব্য কৰলৈ লোৱাৰ আগতে আকৌ এবাৰ সভাসদসকলৰ মুখবোৰলৈ চাই গ'ল। তেওঁৰ মনৰ সমস্ত কুণ্ঠা নিমিষতে আঁতৰ হৈ গৈছিল আৰু কথাৰ ঔপচাৰিক শিষ্টাচাৰ বৰ্জন কৰি তেওঁ একেবাৰে ঘৰুৱাভাৱে আৰম্ভ কৰিছিল তেওঁৰ অভিযানৰ সুদীৰ্ঘ কাহিনী।

কেনেকে তেওঁ সুদীৰ্ঘ দহ বছৰৰ আগতে এদিন হঠাৎ কাকো নোকোৱাকৈ আনকি দেশৰ সম্ৰাটৰ পৰাও নীতিগতভাৱে লবলগীয়া অনুমতি নোলোৱাকৈ মহাচীনৰ ৰাজধানী নগৰ চাং আনৰ পৰা এই অচিন মহান ভাৰতবৰ্ষ অভিমুখে যাত্ৰা আৰম্ভ কৰিছিল। বৌদ্ধ ধৰ্মগ্ৰন্থৰ সন্ধানত। পাৰাপাৰহীন দুস্তৰ বালিৰ নই, জাদুকৰ অগ্নি-পূজকৰ দেশ, মায়াবিনী ডাইনী বিচৰণ কৰা অৰণ্য অতিক্ৰম কৰি তেওঁ আহিছিল। আহি অক্সাচ নদীৰ উপত্যকাইদি তেওঁ ভাৰতত সোমাইছিলহি। তাৰ পাচত কিদৰে সৰস্বতী নদীৰ পাৰৰ অটব্য অৰণ্য পাৰ হৈ থানেশ্বৰ অভিমুখে যোৱাৰ পথত এটা নিষ্ঠুৰ ডকাইত দলৰ মুখামুখি হৈছিল সমস্ত কাহিনী তেওঁ এফালৰ পৰা কৈ গৈছিল।

কিদৰে তেওঁ পৰম পবিত্ৰ স্থান গৃধ্ৰকূট পৰ্বত দেখিছিল। মিথিলা, কপিলাবাস্তু, কনৌজ, শ্ৰাৱস্তি, ভগ্নাৱশিষ্ট পাটলিপুত্ৰ, নালন্দা এইবোৰ ঠাইলৈ তেওঁ কিদৰে গৈছিল, কিদৰে বৌধিদ্ৰুমৰ তলত তেওঁ তপস্যা কৰিছিল—এই কাহিনীবোৰ কৈ যাওতে তেওঁ লক্ষ্য কৰিছিল সভাসদসকলৰ মাজত কোনো বিশেষ প্ৰতিক্ৰিয়া হোৱা নাছিল। ইয়াৰ হেতু দুটা হব পাৰে, তেওঁ মনতে ভাবিলে। হয় তেওঁলোকে এই ঠাইবোৰৰ কথা ভালদৰে জানে, নহয় তেওঁলোকে নিজৰ দেশক ইমান ভাল পায়, ইমান সমৃদ্ধ বুলি ভাৱে যে আনদেশৰ বিষয়ে জনাৰ তেওঁলোকৰ কোনো কৌতুহল নাই। তেওঁৰ মনতে বিশ্বাস হ'ল হয়তো পিচৰটোৱেই হব।

তেওঁৰ বক্তব্য শেষ কৰাৰ আগতে তেওঁ কৈছিল চীনৰ প্ৰাচীন ধৰ্মপুথি টাওটে চিং আৰু খু্ৱাং ঝুৰ কথা, আৰু কিদৰে সেই পুৰণি ধৰ্ম বিশ্বাসৰ ঠাইত বৌদ্ধ মহাযান মতবাদৰ জ্ঞান-সৰ্বস্ব ধাৰণাই মহাচীনৰ লক্ষ লক্ষ প্ৰজাৰ আধ্যাত্মিক আকাংক্ষা পূৰ্ণ কৰিছে। সমস্ত জগত মনৰ পৰা উদ্ভব হোৱা ঘটনামাত্ৰ। ভ্ৰান্ত ধাৰণাই সৃষ্টি কৰা কেতবোৰ অলীক অনুভৱ। নিৰ্বাণ অথবা প্ৰবুদ্ধ অৱস্থাহে হ'ল সত্য আৰু জ্ঞানৰ চৰম প্ৰকাশ।

তেওঁৰ বক্তব্যৰ অন্ত পৰিলত, ৰজাই নিজেই শ্ৰমণগৰাকীৰ ভুয়সী প্ৰশংসা কৰিলে আৰু কলে যে মহাচীনলৈ তেওঁৰ ৰাজধানী নগৰৰ পৰা মাত্ৰ তুমাহৰ বাট। তেওঁৰ দেশৰ পুবপিনে মহাচীনৰ সীমাই চুই আছে। কিন্তু বাট ইমান দুৰ্গম, গভীৰ জলাশয়, উচ্চ পৰ্বত, দুৰ্ভেদ্য অৰণ্য, দুস্তৰ নদী-নিজৰা আৰু বিষধৰ সৰীসৃপ আৰু হিংস্ৰ শ্বাপদ সংকুল যে সেইপিনে যোৱাটো অসম্ভব। অৱশ্যে দক্ষিণৰ সমুদ্ৰপথ তেওঁৰ কৰ্তৃত্বাধীন।

সেই পথ সুদীৰ্ঘ আৰু বিপদসংকুল, কিন্তু আনটোৰদৰে দুৰ্গম নহয়। মহাচীনৰ সতে তেওঁৰ কামৰূপৰ ঘনিষ্ঠ সংযোগ আছে, বহুকালৰ পৰা। চীনাংশুক লৈ চীনৰ বেপাৰী আহে আৰু এণ্ডি আৰু মুগা লৈ কামৰূপৰ বেপাৰী চীনলৈ যায়। মহাচীনৰ বিদ্ৰোহী-বিজয়ৰ অতি জনপ্ৰিয় গীত এটা কামৰূপতো জনপ্ৰিয় হৈ উঠিছে। কামৰূপৰ পশ্চিমত বহু বছৰৰ আগতেই চৈনিক বসতি আছিল, চৈনিক মন্দিৰৰ ভগ্নাৱশেষ সেই ঠাইত এতিয়াও আছে। কামৰূপৰ শ্ৰেষ্ঠী দুই এক মহাচীনৰ ৰাজধানী চহৰত বসতি আৰম্ভ কৰিছে।

মহাচীনৰ সতে কামৰূপৰ নিবিড় সম্বন্ধৰ কথা কবলৈ গৈ সম্ৰাট অভিভূত হৈ পৰা যেন বোধ হৈছিল অতিথিজনাৰ। সভাৰ অন্তত ভোজমেলত বহোতে তেওঁ লক্ষ্য কৰিছিল আয়োজক আৰু পৰিবেশক সকলৰ ৰুচিৰ পৰিচয়। ভোজঘৰটো আছিল এটা আহল বহল আঁৰবেৰ নথকা ঘৰ। খুটাবোৰত ৰঙ বেৰঙৰ ফুলপাত আঁকা, বাহিৰত এখন অস্থায়ীকৈ সজা খেৰৰ চালিত চালে চকু ৰোৱা সাজ পাৰ পিন্ধি ডেকা

গাভৰুৱে গীত গাই নাচি আছিল। বাঁহী, ঢোল আৰু তালৰ চেৱে চেৱে।

তেওঁৰ আহাৰাভ্যাসৰ প্ৰতি লক্ষ্য ৰাখি নিৰামিষ ভোজনৰ ব্যৱস্থা হৈছিল আৰু তেওঁ খাওতে মন কৰিছিল অন্ন-ব্যঞ্জন আদিৰ পাক ৰীতিও তেওঁৰ দেশতকৈ বৰ বেচি বেলেগ নাছিল। শাক বহুবিধ আছিল, তদুপৰি আছিল টেঙা, বেতৰ, বাঁহৰ গাজ, ছাইত পানী দি প্ৰস্তুত কৰা খাৰৰ ব্যঞ্জন। গাখীৰৰ ব্যৱস্থাও আছিল, বৰ সুস্বাদু গাখীৰ। কিন্তু তেওঁ দেখি আচৰিত হৈছিল, বহুজনে সেই গাখীৰ খাব ছাৰি হাতেৰে চুবলৈও কুণ্ঠিত হৈছিল।

ভোজনৰ অন্তত ৰজাই মহামান্য অতিথিজনাক অন্তেষপুৰৰ অভ্যন্তৰলৈ লৈ গৈছিল। য'ত তেওঁ মুখামুখি হৈছিল এক পৰম আশ্চৰ্যজনক ঘটনাৰ। সেই সম্বন্ধে তেওঁ সম্ৰাটক দেখাৰ লগে লগে মোটামুটি এটা ধাৰণা কৰিছিল, কিন্তু সেই ধাৰণা যে এনে এক নিৰ্জলা নিৰ্মম সত্যত পৰিণত হব তেওঁ সপোনতো ভবা নাছিল।

শ্বুৱান ঝাঙে সপোনতো ভবা নাছিল তেওঁক কেন্দ্ৰ কৰিয়ে যে তলে তলে ইমানবোৰ ঘটনা হৈ আছিল। সম্ৰাটে তলে তলে ব্যৱস্থাও কৰিছিল তেওঁক নিজে লৈ যোৱাৰ। তেওঁ অৱশ্যে সম্প্ৰতি অনুমান কৰিব পাৰিছে যে, শিলাদিত্য ৰজাৰ সন্দেশ-পত্ৰ সম্ৰাটে সেইদিনাখনেই প্ৰথমে পাইছিল যিদিনা ৰাজসভালৈ তেওঁ প্ৰথম আমন্ত্ৰিত হৈছিল।

সেইদিনা ভোজমেলৰ পাচত তেওঁক যে অন্বেষপুৰৰ অভ্যন্তৰলৈ সম্ৰাটে আমন্ত্ৰণ কৰিছিল তেওঁ পেটে পেটে কথাটো ভাল পোৱা নাছিল। সাধাৰণ লোকৰ কপালত ৰজাৰ অহেতুক প্ৰশ্ৰয় কল্যাণৰ নহয়, বৰঞ্চ চৰম দুৰ্ভাগ্যৰ কাৰণ হৈ পৰে। তেওঁ মনে মনে সংকুচিত হৈ পৰিছিল। তথাপি কামৰূপলৈ আহি, ইয়াৰ ৰজা আৰু ৰাজপুৰুষক দেখি, সাধাৰণ প্ৰজাৰ সতে কথা পাতি তেওঁ অভুতপূৰ্ব উন্মুক্তি অনুভৱ কৰিছে, মনতে আগতে অনুভৱ নকৰা একধৰণৰ ভৰসাৰ উন্মেষ হৈছে। সেইবাবে তেওঁ দ্বিৰুক্তি নকৰি সম্ৰাট ভাস্কৰ বৰ্মণক অনুসৰণ কৰিছিল।

শ্বুৱান ঝাঙে সম্ৰাটক মনে মনে লক্ষ্য কৰিছিল। পেশীবহুল কলাফুল দুটাৰ বাওঁপিনৰ টোঁত বেতৰ বেৰিৰ ঠিক ওপৰতে এটা পুৰণি গভীৰ ক্ষতৰ চিন আছিল। সেই মুহূৰ্ত্তত তেওঁ নিৰস্ত্ৰ আছিল, কিন্তু বাটে বাটে সতৰ্ক হৈ ৰৈ থকা সশস্ত্ৰ গাৰখীয়াবোৰে সম্ৰাটৰ ওপৰত অনুক্ষণ দৃষ্টি ৰাখিছিল। সেই সতৰ্ক দৃষ্টি একেবাৰে প্ৰকট নাছিল, বৰঞ্চ কেতিয়াবা হঠাতে প্ৰকট হৈ পৰিব পাৰে বুলি সিহঁতৰ উদ্বেগৰ অন্ত নাছিল।

সম্ৰাটৰ ভৰিত চৰ্ম পাদুকা নাছিল যি পাদুকা তেওঁ দেখিছিল তেওঁৰ ভাণ্ডাগাৰাধিকৃত মহাসামন্ত দিবাকৰপ্ৰভৰ ভৰিত আৰু সন্ধিবিগ্ৰহিক পঞ্চমহাশব্দ মহাসামন্ত শ্ৰীস্কিকুণ্ডৰ ভৰিত। সম্ৰাটে পিন্ধিছিল এযোৰ বংশ পাদুকা, সাধাৰণভাৱে তৈয়াৰ কৰা। সম্ৰাটৰ সুন্দৰ

ৰলিষ্ঠ দেহত আটাইতকৈ চকুত লগা আছিল তেওঁৰ শিৰৰ মুকুটটো। পৰিয়ালৰ উৰ্দ্ধতনসকলৰ পৰা উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা ৰাজমুকুটটো। কঁকালত আছিল এৰী কাপোৰৰ বন্ধনি আৰু দেহত আছিল পৰিপাটি অথচ সাধাৰণ কপাহী জামা এটা।

তেওঁৰ বিষয়ে হ্যুৱেন ঝাঙে অন্তেষপুৰৰ অভ্যন্তৰলৈ গৈ থাকোতেই এটা মোটামুটি ধাৰণা কৰি লৈছিল, কিন্তু এনে এটা দৃশ্যৰ সতে যে মুখামুখি হব তেওঁ সপোনতো ভবা নাছিল।

অভ্যন্তৰৰ প্ৰথম দ্বাৰটোৰে সোমায়েই ডাঙৰ ডাঙৰ অট্টালিকাবোৰৰ মাজেদি গৈ তেওঁলোকে এখন উদ্যান পাইছিল। নালন্দাৰ ধৰ্মগঞ্জত থকাবোৰৰ দৰেই অতি পৰিষ্কাৰ পৰিচ্ছন্ন। মাজত এটা পুখুৰী। তাৰ পাৰত এখন তৃণহীন প্ৰাংগণ আৰু তাৰ সোমাজত এটা সৰু পৰ্ণকুটিৰ। ধুনীয়া অথচ ৰুচিমান কোনোবা মালাকৰৰ হব বুলি অতিথিজনাই ধৰি লৈছিল। কিন্তু পুখুৰীটোৰ পাৰৰ পৰা সম্ৰাটে কুটিৰটোলৈ দেখুৱাই যেতিয়া কলে যে সেইটোৱে তেওঁৰ থকাঘৰ পৰম আশ্চৰ্য কিবা এটা দেখাৰ দৰে পথিক অতিথি হতভম্ব হৈ বৈ গ'ল।

প্ৰতিক্ৰিয়াৰ প্ৰতি মনোযোগ নিদি সম্ৰাটে কলে—

: আহক, আমি দুয়ো তাতে বিশ্ৰাম কৰিম।

অতিথি মোহাচ্ছন্নৰ দৰে সম্ৰাটৰ পিচে পিচে গৈ কুটিৰত সোমাল। তেওঁৰ মনত পৰিছিল চীন সম্ৰাট টাইচুঙৰ কথা। তেৱোঁ মহাপৰাক্ৰমী আৰু পৰম জ্ঞানী ব্যক্তি, শিলাদিত্য ৰজাও বৌদ্ধ ধৰ্মসভা পাতি ভিক্ষু, ব্ৰাহ্মণক দান দি একেবাৰে নিঃস্ব হৈ পৰে। সম্ৰাট টাই চুঙেও প্ৰজাৰ শান্তিৰ স্বাৰ্থত নিজৰ জীৱন বিপন্ন কৰি মাত্ৰ ছজন দেহৰক্ষী লগত লৈ শত্ৰুৰ অজস্ৰ সেনানিৰ সন্মুখীন হৈছিল। কিন্তু সেই কাৰ্য বোৰ আছিল একোটাহঁত বিশেষ পৰিস্থিতিত কৰা কাৰ্য। কিন্তু সম্ৰাট ভাস্কৰবৰ্মণ আছিল একেবাৰে সুকীয়া। তেওঁ জীৱন নিৰ্বাহৰ ৰীতি, দৈনন্দিন অভ্যাসৰ পৰিবৰ্তন সাধি সাধাৰণ প্ৰজাৰ জীৱন ধাৰাত নিজকে মিলাই দিছে। বিলাস, ঐশ্বৰ্য-সুখ পৰিহাৰ কৰি প্ৰজাসাধাৰণৰ অকৃত্ৰিম জীৱন পদ্ধতিক নিজৰ কৰি লৈছে।

সেইদিনা সম্রাটৰ সতে তেওঁ বহুত সময়ধৰি কথা পাতিছিল। সুনয়নাই প্ৰথমতে সম্ৰাটৰ পিঠিত থকা গভীৰ ক্ষত এডোখৰত ধনেশ চৰাইৰ তেলৰ সংবাহন দি কিছু সময়ৰ পাচত ওলাই গৈছিল। আৰু সেই মুহূৰ্ত্তৰ পৰা তেওঁলোক দুয়ো নিভৃতে, একান্তে কথা পাতিছিল। সম্ৰাটৰ জ্ঞানৰ পৰিধি দেখি তেওঁ মাজে মাজে চমৎকৃত হৈ পৰিছিল। কেতিয়াক একোটাহঁত মুহূৰ্ত্তত সম্ৰাটক অস্পৰ্শ্য, বহুত দূৰৰ যেন লাগিছিল তেওঁৰ। পশ্চিমে নালন্দাৰ পৰা দক্ষিণে সমুদ্ৰ পথ পৰ্যন্ত এই বিশাল পূৰ্বভাৰত ভূখণ্ডৰ একচ্ছত্ৰী সম্ৰাট হৈও তেওঁক একোটাহঁত মুহূৰ্ত্তত একেবাৰে নিঃসহায় অকলশৰীয়া যেন লগা হৈছিল অতিথি-জনাৰ। তেনে মুহূৰ্ত্তত তেওঁৰ সম্ৰাটক এজন আপোন সতীৰ্থ যেন লাগিছিল।

সেইদিনা অন্তেষপুৰৰ পৰা ওলাই আহি মনতে ভগবান তথাগতলৈ কৃতাঞ্জলি যাচিছিল। ভগবানৰ কৃপাধন্য হোৱা গুণেই ভগবানে তেওঁক এই অমূল্য অভিজ্ঞতাৰ পৰা বঞ্চিত নকৰিলে। আচাৰ্য শীলভদ্ৰলৈকো তেওঁ কৃতজ্ঞতা জনালে কিয়নো তেওঁৰ কাৰণেই আহিবনলগীয়া এই দেশখনলৈ আহি তেওঁ জীৱনৰ এনে এক দুৰ্লভ অভিজ্ঞতা লাভ কৰিলে।

আৰু বহুবাৰ তেওঁ সম্ৰাটক লগ পাইছিল, এদিন এৰাতি দুয়ো শিক্ষা মন্দিৰত কটাই দিছিল আৰু এদিন পূৰ্ণিমাৰ ৰাতি নগৰৰ মাজৰে শিৱ মন্দিৰৰ নিৰ্জন উদ্যানত দুয়ো উজাগৰে কটাই দিছিল। আৰু প্ৰতিবাৰেই সম্ৰাটৰ ব্যক্তিত্বৰ এটা নতুন দিশ তেওঁৰ ওচৰত উন্মুক্ত হৈ পৰিছিল।

শিক্ষা মন্দিৰত কটোৱাৰ সময়ত অশ্বঘোষ, কালিদাসৰ বাহিৰেও মহাচীনৰ লাউ চে, কনফুচিয়াচৰ কথাও তেওঁ সমান কৰ্ত্তৃত্বৰে আলোচনা কৰিছিল। মন্দিৰৰ উদ্যানত কটোৱাৰ দিনা ধৰ্মালোচনাৰ ক্ষেত্ৰতো যে কি ব্ৰাহ্মণ, কি বৌদ্ধ, কি জৈন সকলো মতবাদৰ বিষয়েও তেওঁৰ নিজস্ব গভীৰ উপলব্ধি আছে, তেওঁ বুজিবলৈ সুযোগ পাইছিল।

আটাইতকৈ চিন্তনীয় হৈ পৰিছিল কামৰূপ ঠাইখনৰ প্ৰতি তেওঁৰ মনত এটা মোহৰ উদ্রেক হোৱাটো, যিটো মোহ তেওঁ কোনোদিন কোনো ঠাইৰ প্ৰতি অনুভৱ কৰা নাছিল। তেওঁ সেইবাবে মনে মনে ৰজাৰ পৰা বিদায় লোৱাৰ কথা চিন্তা কৰিছিল। আৰু তেনে এটা সময়তে তেওঁ দিবাকৰপ্ৰভৰ পৰা কথাটো জানিছিল।

আচলতে প্ৰথম ভোজমেলৰ পৰা উঠি যে ৰজাৰ সতে তেওঁ অন্তেষপুৰৰ অভ্যন্তৰত বিশ্ৰাম কৰিছিল সেইদিনাখনেই ৰজাই হঠাৎ তেওঁক আন কথাৰ মাজতে সুধিছিল—

: সম্রাট হৰ্ষবৰ্দ্ধন শিলাদিত্যক আপোনাৰ কেনে লাগিছে?

প্ৰশ্নযাৰ শুনি তেওঁ ভাবিছিল, হয়তো সম্রাট ভাস্কৰবৰ্মণে নিজক হৰ্ষবৰ্দ্ধনৰ সতে ৰিজাই চাবলৈ তেওঁক সোঁৰৰাই দিছিল। কিন্তু তেওঁ যেতিয়া ক'লে যে শিলাদিত্য ৰজাক তেওঁ ব্যক্তিগতভাৱে লগেই পোৱা নাই, সম্রাটে কৈছিল যে হৰ্ষবৰ্দ্ধন শিলাদিত্য ৰজা এগৰাকী পৰম বিদ্বান, মহা ধাৰ্মিক, ন্যায় পৰায়ণ শাসক। তেওঁৰ সান্নিধ্য লাভ কৰি প্ৰীত নোহোৱা ব্যক্তি পৃথিবীত জন্মাই নাই।

: এইবাৰ আপোনাক ময়েই লৈ যাম কনৌজলৈ।

সম্রাটে হাঁহি এই কথাষাৰ কৈয়ে প্ৰসংগটো বাদ দি আগৰ আলোচনাত ধৰিছিল।

সেইবাবে দিবাকৰপ্ৰভই আহি যি মাত্ৰ কলে যে কামৰূপত কটোৱা যিদিনা এমাহ পূৰ হব, সেইদিনাই সম্রাটে নিজে অতিথিক কনৌজলৈ লৈ যাব শিলাদিত্য ৰজাৰ সতে সাক্ষাত কৰাই দিয়াৰ বাবে, আৰু যেতিয়া জানিলে যে দুয়োজনা সম্রাটৰ মাজত তেওঁক কামৰূপৰ পৰা পঠোৱা-নপঠোৱা লৈয়ে উষ্মাপূৰ্ণ সন্দেশ-পত্ৰৰ বিনিময় হৈছে সেই মুহূৰ্তে প্ৰথম দিনাৰ সম্রাট ভাস্কৰ বৰ্মণে শিলাদিত্য ৰজাৰ সম্বন্ধে উল্লেখ কৰা সেই কথাষাৰ মনত পৰিছিল। আৰু মনতে তেওঁ ধৰি লৈছিল যে শিলাদিত্য ৰজাই তেওঁক কনৌজলৈ পঠাই দিবলৈ দিয়া সন্দেশ-পত্ৰ প্ৰথমখন সেইদিনাই ভাস্কৰ বৰ্মণে পাইছিল। সেই দিনা তেওঁ ৰাজসভাতো কনৌজৰ ৰাজদূত এগৰাকীক দেখিছিল।

তেওঁক হংসবেগেই কৈছিল যে, সম্রাটে শিলাদিত্য ৰজালৈ লিখিছিল যে, তেওঁ লাগে নিজৰ মূৰটোকে দি পঠাব কিন্তু খুৱান ঝাঙক নপঠায়। তাৰ উত্তৰত হেনো শিলাদিত্য ৰজাই ভাস্কৰবৰ্মণক মূৰটোকে পঠাই দিবলৈ কৈছিল।

তেওঁ ঘৰটোত যেনি তেনি থৈ দিয়া বস্তুবোৰ সামৰি সুতৰি লোৱাত ব্যস্ত হৈ সেই কথাটোকে ভাবি আছিল। আচলতে আদৰ্শ, ধৰ্মবিশ্বাস কোনো ক্ষেত্ৰত দুয়োজনৰ মাজত প্ৰভেদ নাছিল। শিলাদিত্য আৰু ভাস্কৰ বৰ্মণ বেলেগ বেলেগ ধৰ্মৰ হলেও ধৰ্মাদৰ্শ আৰু বিশ্বাস দুয়োৰে আছিল একেধৰণৰ।

বস্তুবোৰ সামৰি সুতৰি একমাত্ৰ টোকা পুথিখন বাহিৰত থৈ মোনাত ভৰাই ললে আৰু কঠখনত বহি টোকা পুথিখনত কামৰূপলৈ অহাৰ দিনাৰে পৰা দেখা-শুনা ঘটনাবোৰ আৰু নিজৰ অভিজ্ঞতাবোৰ লিপিবদ্ধ কৰাত ব্যস্ত হৈ পৰিছিল অতিথিজনা। পাচদিনা নিচেই পুৱাতে যাত্ৰা আৰম্ভ কৰাৰ কথা। গতিকে ৰাতি শোৱাৰ আগে আগে বাকী থকা কথাবোৰ লিপিবদ্ধ কৰি নললে পাচত দেশলৈ প্ৰত্যাবৰ্তনৰ হুলস্থুলত হয়তো চব পাহৰি যাব।

তেওঁ কিমান সময় ধৰি লিখিছিল নিজৰ গমেই নাছিল। কিন্তু যেতিয়া ৰাজমন্দিৰৰ পুৰোহিতে উদ্যানৰ মাজৰ একপদীটোৰে শিৱস্তোত্ৰ গাই যোৱা শুনিলে তেওঁ উচপ খাই উঠিল। ইমানপৰে দহিকতৰা, ফেঁহুচৰাই আৰু কুকুৰাই যে মাতি আছিল তেওঁ মনেই কৰা নাছিল। পুৰোহিতৰ কণ্ঠস্বৰ শুনিলতহে তেওঁৰ চেতনা হ'ল! পুৰোহিতে যেতিয়া স্নান কৰি ঘূৰি আহে তেতিয়া উদ্যানৰ একপদীটোৰে পুষ্পচয়ন কৰি শিৱস্তোত্ৰ গাই গৈ থাকে। কণ্ঠস্বৰ শুনিয়ে তেওঁ জানিছিল যে ব্ৰাহ্মমুহূৰ্ত হলেই। অলপ পাচতে হব দোকমোকালি। মন্দিৰৰ ঘণ্টা বাজিউঠিব। ঘণ্টা বাজি থাকোতে থাকোতেই ৰাতি পুৱাব।

কামৰূপ নগৰৰ দিনপঞ্জী তেওঁৰ জনাৰ বাকী নাই। সমস্ত এপিনৰ পৰা কৈ যাব পাৰে।

যোৱাৰ আগে আগে সন্ধি বিগ্ৰহিকে সুনয়না আৰু কেইগৰাকীমান

পৰিচাৰিকাসহ বহুত কিবা কিবি দুষ্প্ৰাপ্য উপহাৰ লৈ আহিছিল সম্ৰাটৰ পৰা। বাঁহৰ সুদৃশ্য চুঙাত সুগন্ধি তেল, বাহৰ পাতল হালধীয়া বঙৰ কোমল গঁজালি, মিহি খৰিচাৰ চুঙা, বাহৰ সুন্দৰ জপাত বিভিন্ন অগৰু তেল, সুগন্ধি অংগুদি তেল, বিভিন্ন ফলৰ আচাৰ, বেতেৰে মেকুৰা কাঠৰ খাপত শস্ত্ৰ, চন্দন কাঠৰ চুটি লাখুটি, ফুলাম শিবাৱৰণ, বাহৰ বাওবন্ধা ফুলতোলা চাৰি আৰু চামৰাৰ চোলা আদি বহুত সামগ্ৰী।

তেওঁ ৰজাৰ জয় কামনা কৰি, অনা সকলবো কল্যাণ কামনা কৰি চামৰা চোলাটো কেৱল গ্ৰহণ কৰি বাকীবোৰ সামগ্ৰী ঘূৰাই দিছিল।

কামৰূপ নগৰৰ তোৰণত বৰ্হিপ্ৰাচীৰৰ বাহিৰত সেইদিনা লোকে লোকাৰণ্য। সেইদিনা অৱশ্যে কামৰূপৰ প্ৰজাসাধাৰণৰ প্ৰধান আকৰ্ষণ মহামান্য অতিথিগৰাকী নাছিল, সেইদিনা তেওঁলোকৰ প্ৰধান আকৰ্যণ আছিল তেওঁলোকৰ পিতৃদেৱতা স্বৰূপ পৰমেশ্বৰ মহাৰাজাধিৰাজ ভাস্কৰ বৰ্মণ ভৌম নৃপতি।

শই শই মানুহে, বুঢ়া-ল'ৰা-পুৰুষ-তিৰোতাই সাষ্টাংগে প্ৰণিপাত জনাই, চকুৰ পানীৰে তেওঁলোকৰ কৃপাসিন্ধু সম্ৰাটক বিদায় দিছিল আৰু মনতে দেৱাদিদেৱ শিৱলৈ প্ৰাৰ্থনা জনাইছিল তেওঁৰ যাত্ৰা যাতে নিৰ্বিঘ্ন হয়। তেওঁ যাতে দেশলৈ অমতিবিলম্বে ভালে-কুশলে ঘূৰি আহে।

শ্ৰুৱান ঝাঙে উভতি অহাৰ পথত লক্ষ্য কৰিছিল কোমল পাত আৰু মাজে মাজে ৰমক জমক হৈ ফুলি থকা ফুলে বাটৰ দুয়োকাষৰ অন্তহীন অৰণ্যৰ শোভা অনিৰ্বচনীয় কৰি তুলিছিল।

তেওঁ সন্তৰ্পণে ৰজাৰ পিনে চাইছিল। তেওঁৰ হাতত আছিল সুনয়নাই আহিবৰ সময়ত দি পঠোৱা ফুলৰ থোপাটো। তেৱেঁ। অতিথিজনাৰ লগত খোজ কাঢ়িছিল। মূৰত দুয়োৰে ধৰা আছিল শুভ্ৰ চীনাংশুকৰ ছত্ৰ। সম্মুখ আৰু পিছৰ পিনে আছিল বিভিন্ন ৰাজবিষয়া আৰু সশস্ত্ৰ সৈন্যৰ দল। আৰু আছিল পঞ্চাশটা মান সুসজ্জিত হাতী। সংগীত নৃত্যৰ দল আৰু পৰিচাৰকবৰ্গও লগত আহিছিল।

ইমান আড়ম্বৰপূৰ্ণ সমভিব্যাহাৰে আহি থকা সত্ত্বেও সম্ৰাটক একেবাৰে নিঃসংগ যেন দেখা গৈছিল। তেওঁৰ কাষৰে পাজৰে বিৰাজ কৰিছিল এক নিঃসংগ নিৰ্জনতা।

গৈ গৈ নৈখন পাৰ হোৱাৰ পাচত, কেৱল সেইবাৰেই তেওঁ নিৰৱতা ভংগ কৰিছিল, সম্ৰাটে প্ৰশান্ত দৃষ্টিৰে অতিথিজনালৈ চাই কৈছিল—

: মহাত্মন্, আপুনি সন্তুষ্ট হব পাৰিলে নে নাই নাজানো, মোৰ দেশত আপোনাৰ অস্থায়ী অৱস্থানে মোক হলে অতিশয় প্ৰীত আৰু সন্তুষ্ট কৰিলে। আপোনাৰ আৰু কেতিয়াবা ইচ্ছা হলে আপুনি নিঃসংকোচে আহিব, মোৰ দেশৰ সীমান্ত আপোনাৰ কাৰণে সদায় অবাৰিত থাকিব।

অতিথিজনা নিৰুত্তৰে ৰ'ল, কিয়নো তেওঁৰ অন্তৰ ইমান বাঙময় হৈ পৰিছিল যে, কি বুলি কলে যে সম্ৰাটৰ প্ৰতি যথোচিত কৃতজ্ঞতা প্ৰকাশ কৰা হব, হঠাতে তেওঁ ভাবি পোৱা নাছিল।

অলপ থমকি তেওঁ ৰজালৈ চালে আৰু আন্তৰিকতাৰে কলে—

: মহাৰাজৰ জয় হওক, ভগবান অমিতাভই আপোনাৰ দেশৰ আৰু প্ৰজাবৰ্গৰ সৰ্বতোকল্যাণ কৰক।

: কল্যাণমস্তু। সম্প্রত্যহং গমিষ্যামি।

বৈ পৰা পকা ডাটি-চুলিৰে মাগুৰবৰণীয়া ওখ ঋজুদেহৰ ব্ৰাহ্মণগৰাকীৰ খৰমৰ শব্দতে লী-ই-পিয়াও অন্যমনস্ক হৈ পৰিছিল। তেওঁ। সেইদিনা ৰজা ভাস্কৰ বৰ্মণক শেষবাৰৰ বাবে সাক্ষাত কৰি বিদায় লোৱাৰ উদ্দেশ্যে কামৰূপ নগৰৰ ৰাজসভা সংলগ্ন সম্ৰাটৰ বিশেষ প্ৰকোষ্ঠলৈ গৈছিল। সম্ৰাটৰ সতে কামৰূপ আৰু চীনদেশৰ উভৈহতীয়া সমস্যা কিছুমান চীনদেশৰ সম্ৰাটক অবগত কৰোৱাৰ অৰ্থে চীনদেশৰ বিশেষ ৰাজদূত হিচাপে লী-ই-পিয়াওৱে আলোচনা কৰিছিল।

আলোচনাৰ মাজতে কামৰূপৰ ৰাজ পুৰোহিত জনাৰ্দন স্বামীয়ে কামৰূপ দৰ্শনৰ কাৰণে এসপ্তাহৰ আগতে অহা কান্যকুব্জৰ ব্ৰাহ্মণ গৰাকীক সম্ৰাটৰ ওচৰলৈ লৈ আহিছিল। তেওঁ সম্প্ৰতি প্ৰত্যাৱৰ্তন কৰাৰ উদ্দেশ্যে সম্ৰাটৰ পৰা শেষ বিদায় লবলৈ আহিছে। সম্ৰাটে থিয় হৈ মূৰ দোৱাই প্ৰণাম জনাই ব্ৰাহ্মণ গৰাকীক বিদায় দিছিল।

ব্ৰাহ্মণ গৰাকী আৰু জনাৰ্দন স্বামী যোৱাৰ পাচতে মহাক্ষপটলিক সোমাই আহিছিল। সম্ৰাটৰ সম্মুখত আঠুলৈ প্ৰণাম জনাই থিয় হৈ কলে যে, তিব্বতৰ ৰাজদূতে দ্বিপ্ৰহৰ অন্ত হোৱাৰ আগ মুহূৰ্ত্তত মহাৰাজৰ দৰ্শন পোৱাৰ বাবে প্ৰাৰ্থনা জনাইছে। সম্ৰাটে কলে যে, তেওঁ এতিয়াই আহিব পাৰে। ৰাজদূতজনাক লৈ অহাৰ বাবে মহাক্ষপটলিক ওলাই যোৱাৰ লগে লগে লী-ই-পিয়াওৱে ভয়ে ভয়ে দ্বিধাভৰে সম্ৰাটক সুধিলে—

: মহাশয়ে মোক অভয় দিলে এটা কথা সোধোঁ।?

: সোধোঁ। আকৌ, নিৰ্ভয়ে সোধা।

: মহাশয় ব্ৰাহ্মণ নহয় জানো ?

: ব্ৰাহ্মণ ধৰ্ম গ্ৰহণ কৰিছোঁ যেতিয়া হয়। আমাৰ উপৰি পুৰুষ

পিচে ইয়াৰ নহয়। তেওঁলোক তোমালোকৰ চীনদেশৰ পৰাই আহিছিল।

: আমাৰ মহামান্য শ্ৰমণ শ্ যুৱান ঝাঙ মহোদয়েও ইয়াৰপৰা উভতি গৈ আমাৰ সম্ৰাটক সমস্ত বিৱৰণ দিছে, মহাৰাজৰ কামৰূপ দেশৰ প্ৰশংসাত তেওঁ শতমুখ। আমি ভাবিছিলোঁ, সেয়া নিছক এখন বন্ধুদেশৰ প্ৰতি মহানুভৱতা প্ৰদৰ্শন। কিন্তু এতিয়া দেখিছোঁ, মহামান্য শ্ৰমণজনাৰ কোনটো বিৱৰণেই অতিৰঞ্জিত নাছিল। অঁউ। মহাৰাজে টাও চে চিঙৰ সংস্কৃত অনুবাদটো বাৰু কেনে পাইছে? কিবা আসোৱাহ থাকিলে মোক জানিবলৈ দিলে মই পুনৰ আমাৰ পণ্ডিতৰ দ্বাৰা ঠিক কৰাই অনাই দিম। এইখন আপোনাসকলৰ ধৰ্ম্মপদৰ দৰে শাস্ত্ৰ। কোনে কেতিয়া ৰচনা কৰিছিল, সঠিকভাৱে কোনেও এই পৰ্যন্ত কব পৰা নাই। অৱশ্যে পণ্ডিতসকলৰ গৱেষণা চলি আছে। ইপিনে আমাৰ সম্ৰাটৰ নিজা তত্বাৱধানত ইয়াৰপৰা শ্ৰমণজনাই লৈ যোৱা তিপিটক শাস্ত্ৰসমূহৰ অনুবাদ হৈ আছে। সুত্তপিটকৰ ধৰ্ম্মপদ আৰু জাতকবোৰৰ অনুবাদৰ কাম চলি আছিল মই অহাৰ সময়ত। তাতেই অধিক সংখ্যক পণ্ডিত ব্যস্ত হৈ আছে।

: কামৰূপৰ মানচিত্ৰখন দিলেনে তোমাক?

: পাইছোঁ মহাৰাজ, মহাক্ষপটলিকে মোক কালিয়েই দিলে। আমাৰ সম্ৰাট অত্যন্ত প্ৰীত হব। কামৰূপৰ কথা শ্ৰমজনাৰ মুখে শুনি আমাৰ সম্ৰাটো কামৰূপৰ বিষয়ে যিমান পাৰে জনাৰ বাবে আগ্ৰহী হৈ উঠিছে।

এনেতে হংসবেগ সোমাই আহি দণ্ডবৎ কৰিলে। লী-ই-পিয়াওৱে হাতযোৰ কৰি ৰজাক প্ৰণাম জনাই বিদায় লৈ ওলাই গ'ল। তেওঁ জানিছিল, তিব্বতৰ ৰাজদূত দৰ্শনৰ অপেক্ষাত নিশ্চয় বাহিৰত ৰৈ আছেহি।

তেওঁ নিজে নিজেই নগৰৰ ব্যস্ত অতিথিশালাটোলৈ গৈ থাকিল। সম্ৰাটলৈ বুলি কামৰূপৰাজে পঠোৱা উপঢৌকনৰ প্ৰতিটো পদ সামৰি লোৱা হ'ল নে নাই লী-ই-পিয়াওৱে মনে মনে ভাবিলে। সামগ্ৰীবোৰ

এটা এটাকৈ মনত পেলাই যোৱাৰ লগে লগে হুৱেন চাঙে ইয়াৰ ৰজা আৰু মানুহবোৰৰ বিষয়ে দিয়া মন্তব্য কেইষাৰৰ কথা ভাবিলে। এওলোক ম'ন আৰু লাও নহলেও তেনেকুৱাই কিবা হব। ৰজাজন ধৰ্মপৰায়ণ আৰু বিদ্বান আৰু ভিক্ষুৰ দৰে জীৱনযাপন কৰে। আনৰ ধৰ্মৰ প্ৰতি ইমান শ্ৰদ্ধাশীল সম্ৰাট হৰ্ষবৰ্দ্ধন শিলাদিত্যত বাদে আন তৃতীয়জন নাই। তেওঁ শুনিছিল যে, পৰম বিক্ৰমী সম্ৰাট শিলা-দিত্যয়ো কামৰূপ সম্ৰাট ভাস্কৰ বৰ্মণক সমীহ কৰি চলিছিল। হুৱেন চাঙ আৰু ভাস্কৰ বৰ্মণে যেতিয়া শিলাদিত্যই অনুষ্ঠিত কৰা প্ৰয়াগৰ বৌদ্ধ ধৰ্মমেলাত উপস্থিত হৈছিল সম্ৰাট শিলাদিত্যই ভাস্কৰ বৰ্মণক জ্যেষ্ঠজনৰ দৰে সন্মান কৰি আসন দিছিল।

উভতি যোৱাৰ পথত সীমান্তৰ নৈখন পাৰ হৈ লী-ই-পিয়াওৱে বাৰে বাৰে কামৰূপৰ পিনে উভতি চাইছিল। ইয়াৰ বিস্তীৰ্ণ শ্যামলিমা আৰু দূৰৈৰ পৰ্বতৰ ধূসৰ শাৰীবোৰলৈ নিৰ্নিমেষ দৃষ্টিৰে চাই হেনো ওচৰতে বৈ থকা তৰিক জনাক কৈছিল—

: বুজিছা' মই আকৌ কামৰূপলৈ আহিম। ইয়াত যে দহটা দিন কেনেদৰে পাৰ হৈ গ'ল মই কবই নোৱাৰিলোঁ। এইবাৰ আহিলে বহুদিন থকাকৈ আহিম, যেন মনত থাকি যায়—ইয়াৰ চব কথা, চব মানুহৰ মুখ। মই আহিমেই, এইবাৰ দীঘলীয়া কাম লৈ আহিম।

চীনা ৰাজদূত সঁচাকৈ পুনৰ আহিছিল। কিন্তু লী ই পিয়াও নহয়। দীঘলীয়া কোনো কামৰ কাৰণেও নহয়, আহিছিল এটা অত্যন্ত জৰুৰী কামৰ বাবে কামৰূপ সম্ৰাটৰ সহায় প্ৰাৰ্থনা কৰিবলৈ।

সন্ধিবিগ্ৰহিক শ্ৰীক্ষিকুণ্ডই সমস্ত বৃত্তান্ত শুনিলে ৰাজদূতজনৰ পৰা। শুনি তেওঁ কোনো সিদ্ধান্ত নিদিলে। কেৱল ৰাজদূতজনাক তেওঁৰ নিজৰ অতিথিশালাত থৈ তেওঁ নিজে কামৰূপ নগৰ অভিমুখে গৈছিল।

লী ই পিয়াও যোৱাৰ কিছুদিনৰ পাচতে ভাস্কৰ বৰ্মণে গুপ্তচৰৰ পৰা এটা অতিশয় গোপন বাতৰি পাই স্তম্ভিত হৈ পৰিছিল। বাতৰিটো পোৱাৰে পৰা ভীষণ দুশ্চিন্তাও হৈছিল তেওঁৰ মিত্ৰদেশখনৰ ভবিষ্যতৰ কথা ভাবি। কিন্তু অলপ আগতে মহাসামন্ত শ্ৰীক্ষিকুণ্ডৰ মুখে যি শুনিলে, তেওঁ যি আশংকা কৰিছিল সেয়ে ঘটিল। শিলাদিত্যৰ মৃত্যুৰ পাচত কনৌজত যে অৰাজকতা বিৰাজ কৰিব, তেওঁ সেইটো আশংকাকে কৰিছিল। গুপ্তচৰে মৃত্যুৰ বাতৰিটো দিয়াৰে পৰা তেওঁ সেইটোকে ভয় কৰি আছিল। অৰ্জুন নামৰ অমাত্য গৰাকীয়ে যে, সম্ৰাটৰ প্ৰায়ে ঘটা অনুপস্থিতিৰ সুযোগ লৈ সম্ৰাটৰ বিৰুদ্ধে এটা চক্ৰ গঢ়ি তুলিছিল সেইটো শিলাদিত্যই ঠিক জনা নাছিল যদিও সন্দেহ কৰিছিল। সেই চক্ৰটোৱে আনকি শ্যুৱান ঝাঙক হত্যা কৰাৰ কাৰণেও ষড়যন্ত্ৰ কৰিছিল বুলি অনেকে ভাবে। ভাস্কৰ বৰ্মণে এই সমস্ত কথা জানে।

কিন্তু বিপদ যে ইমান গুৰুতৰ হ'বগৈ পাৰে তেওঁ ভবা নাছিল। চীনা ৰাজদূতৰ সহযোগী কনিষ্ঠ দূত এগৰাকীয়ে দৰাচলতে শিলাদিত্যৰ মৃত্যুৰ বাতৰি সত্য হয় নে নহয় সেইটো নিশ্চিত কৰিবলৈকে গৈছিল চীনা সম্ৰাটৰ নিৰ্দেশত। তেওঁ কিয় কোনেও জনা নাছিল, ইতিমধ্যে যে কনৌজ সম্ৰাটৰ বশংবদ অমাত্য অৰ্জুনে সম্ৰাটৰ সিংহাসন দখল কৰি বহিছিল। নবাগত চীনা কনিষ্ঠ দূত গৰাকীয়ে সেই সম্বন্ধে অবহিত নাছিল আৰু সেই গতিকে বোধকৰোঁ অৰ্জুনে আশা কৰা মতে সন্মান প্ৰদৰ্শনত তেওঁৰ ত্ৰুটী বিচ্যুতি ঘটিছিল।

হব পাৰে, কিন্তু সেইটোতো ক্ষমনীয় অপৰাধ এটা। তাৰ বাবে কনিষ্ঠ দূত গৰাকীক হত্যা কৰাটোহে অক্ষমণীয় অপৰাধ। আৰু অৰ্জুনে সেইটোকে কৰিছিল। দূতগৰাকীক হত্যা কৰিছিল।
বৃত্তান্ত শুনি ভাস্কৰ বৰ্মণে কলে—

: চীনা ৰাজদূতে সামৰিক সাহায্য যে বিচাৰিছে, কেৱল মোৰ পৰাই বিচাৰিছে নে? সেইটো বিশেষ প্ৰণিধানৰ যোগ্য। কিয়নো হত্যাৰ ঘটনাটোৱে আন চুবুৰীয়া দেশবোৰত কি ধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে, আৰু কিবা প্ৰতিক্ৰিয়া হৈছে নে নাই এই সকলোবোৰ দিশ বিবেচনা কৰিহে আগবাঢ়িব লাগিব এই ক্ষেত্ৰত। মই যে অকলে কৰিব নোৱাৰোঁ। এনে নহয়, তেনে নৰকৰ কীট সহস্ৰ অৰ্জুন এক হলেও কামৰূপৰ এখন ভূক্তিৰে সমকক্ষ নহয়। আচল প্ৰশ্ন ৰণ জিকা নহয়, আচল প্ৰশ্ন হল আন চুবুৰীয়া যিমানবোৰ দেশ আছে সেইবোৰৰ শুভেচ্ছা লাভ কৰা। তুমি বুজিছাতো?

: হয় পৰমেশ্বৰ, তিব্বত আৰু নেপালে ইতিমধ্যে সামৰিক সাহায্য আগবঢালেই। চীনা ৰাজদূতক সহায় কৰিবৰ কাৰণে লুম্বিনীত নেপালৰ এটা বিশাল বাহিনীয়ে আদেশৰ অপেক্ষা কৰি আছে।

: তেনেহলে তুমি তোমাৰ বাহিনী লৈ অবিলম্বে যাত্ৰা কৰা।

: অধমক আশীৰ্বাদ কৰক পৰমেশ্বৰ, মই কাইলৈ প্ৰত্যুষতে যাত্ৰা কৰিম।

: তুমি বিজয়ী হোৱা।

সম্ৰাটৰ পদধূলি শিৰত লৈ শ্ৰীক্ষিকুণ্ড নগৰৰ পৰা ওলাই আহিছিল আৰু পাচদিনা তেওঁৰ বিশাল বাহিনী লৈ সীমান্তৰ নদী পাৰ হৈ নালন্দা অভিমুখে যাত্ৰা কৰিছিল। তাতে এৰাতি থাকি কনৌজ অভিমুখে অভিযান আৰম্ভ কৰাৰ কথা।

শ্ৰীক্ষিকুণ্ডৰ বাহিণীটো বিশাল আছিল যদিও লৈ অহাৰ আগতে সুসংহত কৰি লোৱাৰ সময় নাপালে। কিয়নো ওজাই মংগল চাই সেই দিনটোকে যাত্ৰাৰ বাবে নিৰ্দ্ধাৰিত কৰিছিল। তাৰ পাচত

যাত্ৰাৰ বাবে শুভদিন আছিল আঠটা দিনত অন্তৰত। ইপিনে জৰুৰীভাৱে আহিবলৈ আদেশ দিছিল সম্ৰাটে। গতিকে ৰাজধানী কামৰূপ নগৰৰ পৰা অহাৰ পাচদিনাখনেই তেওঁ যাত্ৰা আৰম্ভ কৰিছিল।

ওজাৰ মতেতো এদিনতে অভিযান সমাপ্ত হব। বিদ্ৰোহ দমন হব আৰু কামৰূপ বাহিনীৰ হাতত‌ে কালশনি অৰ্জুনৰ মৃত্যু হব।

নালন্দা শ্ৰীক্ষিকুণ্ডই আবেলি পাইছিল গৈ। নালন্দাৰ অদূৰত এখন বহল পথাৰত তেওঁলোকে চাউনি পাতিছিল। কামৰূপৰ সৈন্য বাহিনী অহা বুলি শুনি প্ৰজাসাধাৰণৰ মাজত সন্ত্ৰাসৰ সৃষ্টি হৈছিল। তেওঁলোকক অভয় দান কৰাৰ উদ্দেশ্যে শ্ৰীক্ষিকুণ্ডই শান্তিবাহিনীৰ জন দিয়েকক ওচৰৰ গাওঁবোৰলৈ নানান উপহাৰ সামগ্ৰীৰে পঠাই দিছিল। বাহিনীটোৰ উদ্দেশ্য আৰু এটা আছিল। সেইটো হ'ল মানুহৰ সতে কথা বতৰাৰ জৰিয়তে লাগতিয়াল বাতৰি সংগ্ৰহ কৰা।

তেওঁলোকৰে এজনে এটা বৰ গুৰুত্বপূৰ্ণ বাতৰি আনিছিল। বাতৰিটো পাই শ্ৰীক্ষিকুণ্ডই মনতে বঢ়ো পাইছিল। বাতৰিটোৰ মতে নেপাল আৰু তিব্বতৰ সৈন্যই উত্তৰ আৰু পূবৰ পৰা অৰ্জুনৰ সৈন্য বাহিনীক হোহোকাই লৈ আহিছে। আৰু অৰ্জুনৰ সৈন্যবাহিনী নালন্দাৰ পৰা দহ ক্ৰোশ আঁতৰত আহি পাইছেহি। ইমান কম আয়াসতে যে, শত্ৰুসৈন্যৰ মুখামুখি হব পৰা যাব, ভাবি সন্ধি বিগ্ৰহিক গৰাকী মনে মনে পুলকিত হৈ পৰিল।

গধূলি চাউনিত বিশ্ৰাম লোৱাৰ আগতে তেওঁ ওজাক মতাই অনালে। ওজাই পুনৰ কড়ি পেলাই মংগল চালে। জয় সুনিশ্চিত। তাত সন্দেহ নাই।

: এইবাৰ আমাৰ পৰমেশ্বৰ সম্ৰাটৰ অহা বছৰকেইটাত কি হয় চোৱাচোন।

ওজাই কড়ি বছৰাৰ মাৰি মাৰি চালে। মাৰিলে, চালে, বুটলিলে আকৌ মাৰিলে। এবাৰ নহয়, দুবাৰ নহয়, বাৰে বাৰে বহুবাৰ। শ্ৰীক্ষিকুণ্ডই উদ্বেগেৰে ওজাৰ মুখৰ পিনে চাই আছিল। ওজাৰ

কপালৰ সিৰবোৰ কোঁচ খাই থাকিল প্ৰথম কেইবাৰ মানত। পাচত লাহে লাহে মুখাৱয়ব প্ৰস্তৰীভূত হৈ পৰিল।

বহুত পৰ নীৰৱে থকাত শ্ৰীক্ষিকুণ্ডই উদ্বেগেৰে সুধিলে—

: কিবা বুজিলানে?

: বুজিলোঁ।

: কি বাক?

এইবাৰ ওজাই কঁপা কঁপা মাতেৰে কলে—

: সমস্ত এন্ধাৰ।

চাৰিওপিনে ঘোপমৰা এন্ধাৰ আছিল। এন্ধাৰটো আৰু বেচি গাঢ় লাগিছিল বাহিৰৰ পোহৰৰপৰা হঠাতে সোমাই গৈ পৰাত। চকুযোৰ এন্ধাৰত ভালদৰে অভ্যস্ত হব পৰা নাছিল। সি ক'ৰবাত পৰি যোৱাৰ ভয়তে তাৰ সন্মুখৰজনৰ কান্ধত হাত এখন দি আগবাঢ়িছিল। পিঁচপিনৰ লানি নিচিগা মানুহৰ সোঁতৰ ঠেলাত সি আগলৈ নিশ্চেষ্ট-ভাৱে গৈ আছিল।

মন্দিৰটোৰ থাপনাৰ কাষত গৈ পৰাৰ লগে লগে চাকিৰ পোহৰত সি সন্মুখৰ জনৰ মুখখনো দেখিছিল। দেখিয়েই বিছা এটাত হাতখন পৰিলে যি দৰে হাতখন কোঁচাই আনে সেইদৰে কান্ধৰপৰা হাতখন কোঁচাই আনিছিল। ছোৱালীজনীয়ে কিন্তু পূজাৰীযে আগবঢ়োৱা ফুল-পাত আৰু কৌটলোৱাত ইমান ব্যস্ত হৈ পৰিছিল যে তালৈ ঘূৰি নাচালে। সি মনে মনে মন্দিৰৰ অধিষ্ঠাত্ৰী দেৱীজনাকে ধন্যবাদ দিলে ছোৱালীজনীক সেইকণ সুমতি দিয়া হেতুকে। নহলে, যদিহে তেওঁ ঘূৰি চাই তাক দেখিলেহেতেন হয়তো তাতেই এনে এষাৰ কিবা কলেহেতেন যাৰ ফল তাৰ কাৰণে অপঘাতৰ চামিল হ'লহেতেন। তেওঁৰ সতে লগালগি হোৱাৰ ভয়তে সি মন্দিৰৰপৰা ওলায়েই তেওঁ যোৱাৰ পিনে নগৈ আন পিনে গৈছিল। কিছু দূৰ যোৱাৰ পাচত সি বাটৰ কাষৰ কিতাপৰ দোকানত কামাখ্যা মন্দিৰৰ ইতিবৃত্তৰ বিষয়ে কিবা কিতাপ পায় নেকি চাবলৈ লৈছিল। এনেতে পিচ পিনৰ পৰা তেওঁ কৈছিল—

: ইয়াত কামাখ্যা মন্দিৰৰ ৰহস্যৰ বিষয়ে, মাহাত্ম্যৰ বিষয়ে কিতাপ পাব, কিন্তু ইতিহাসৰ একো নাপায় আপুনি। বাদ দিয়ক। বলক, ভুৱনেশ্বৰীলৈ যাওঁ।

ছোৱালীজনীয়ে কথা কোৱাৰ লগে লগে তেওঁৰ মুখৰ বতাহখিনি যেন মূৰ্তিমন্ত সাপ হৈ তাৰ উকা পিঠিখনত বগাই ফুৰিছিল এনে এটা

অনুভৱ হৈছিল তাৰ। সি অসীম ধৈৰ্যৰে ঘূৰি চাই হাঁহিবৰ যত্ন কৰি কলে—

: আপুনি কেতিয়া আহিল?

: বলক বলক, জানিও নজনাৰ ভাও জুৰিব নালাগে।

: মই আপুনি কি কৈছে বুজিব পৰা নাই।

: পাৰিব বলক বুজিব। আজি মই ভালদৰে বুজাই দিম। আজিতো মহাদেউ অহা নাই। মই অকলেহে আহিছোঁ! বলক।

: কলৈ যাব লাগিব বাৰু?

সি তলে তলে সন্ত্ৰস্ত হৈ পৰিছিল। আবেলি এখন আলোচনা-চক্ৰত সি যোগ দিয়াৰ কথা। অসমৰ পুৰাতত্ত্ব সম্বন্ধীয় এটা বিশেষ বিষয়ত সি এখন পেপাৰ পঢ়াৰ কথা। সি তাত দাঙি ধৰা কেতবোৰ তথ্যৰ সমৰ্থনত কিছু সমল গোটাই লবলৈকে অলপ পঢ়াশুনা কৰি যোৱাৰ কথা ভাবিছিল। কিন্তু ছোৱালীজনীৰ লগত সময় নষ্ট হলে তাৰ একেবাৰে সৰ্বনাশ হৈ যাব।

: বলক, কিহৰ ভাবিবলগীয়াটো আছে? ভুবনেশ্বৰীলৈ যাম আৰু আহিম।

: কেৱল যোৱা-অহাতেইটো এঘণ্টামান লাগিব ইয়াৰপৰা। মোৰ জৰুৰীকাম কেইটামান কৰিবলগীয়া আছিল।

: এঘণ্টা পাচত কৰিলে কি পৃথিৱী ইতিমধ্যে ধ্বংসহৈ যাব নেকি? আহক। এনেদৰে ভাবি থাকোতেই আপানাৰ আৰু আধা ঘণ্টা পাৰ হৈ যাব।

তেওঁ কোনোপধ্যে নেৰাত অগত্যা সি যাবলৈ বাধ্য হৈছিল।

: কিন্তু চ'ক, যাম আৰু আহিম দেই।

: হব বলক।

ভুবনেশ্বৰীলৈ যোৱা গোটেই বাটটো সি দুৰ্ভাবনাত কটাইছিল। সেই-বাবেই সি, তেওঁ যদিও কিবাকিবি কৈ গৈছিল, তেওঁৰ কথাত ভালদৰে মনোযোগ দিব পৰা নাছিল। তাৰ বাৰে বাৰে মনলৈ আহিছিল আবেলিৰ আলোচনা চক্ৰটোৰ কথা। সি উপায়ৰ কথা

চিন্তা কৰিছিল, কি উপায়ে সোনকালে ছোৱালীজনীৰ হাত সাৰিব পৰা যাব সেই চিন্তাই তাক উদ্বিগ্ন কৰি তুলিছিল।

: এই ভৰ দুপৰীয়া ব'দত ভূবনেশ্বৰীলৈ গৈ কি যে কৰিব মই ভাবিকে পোৱা নাই।

: আপোনাৰ কথাবাৰ শুনি সেই যে মতৰী তিৰোতাজনীয়ে তাইৰ উপপতিক কৈছিল, ঘৰত কেৱল মইহে অকলে আছোঁ,—
এতিয়া গধূলিও হ'ল, তোমাৰ গৈ জানো ভাল লাগিব?—সেই কাহিনীটোলৈ মনত পৰিছে। ভূবনেশ্বৰীলৈ যোৱাৰ এয়েতো প্ৰশস্ত সময়। দুপৰীয়া যেতিয়া চব নিজম হৈ পৰিব, আৰু আকাশ হৈ থাকিব নিৰ্মল, মেঘহীন, সেয়েতো ভুবণেশ্বৰীলৈ যোৱাৰ বাবে উপযুক্ত সময়।

সি তেওঁৰ কথাৰ প্ৰত্যুত্তৰত একোকে নকলে। সি ভাবিছিল, মনে মনে থাকিলে কিছু সময়ৰ পাচত তেওঁ ভাবিবলৈ বাধ্য হব যে, সি 'বোৰ্' হৈছে। এটা সময়ত তেওঁ নিজেই ঘূৰি অহাৰ বাবে অতীষ্ঠ হৈ পৰিব।

তেওঁ বহুত সময় ধৰি নিবৰে গৈ থাকিল। মন্দিৰ পাইও মন্দিৰত নোসোমাল, যোৱা-অহা বাটৰ সুবিধাজনক স্থানত বহি থকা সাধু-সন্তসকলৰ প্ৰসাৰিত হস্ত আওকাণ কৰি তেওঁ গৈয়ে থাকিল। আৰু শেষত মন্দিৰৰ পিচপিনে থকা এটা প্ৰকাণ্ড শিলত এজোপা গছৰ ছাঁত বহি লৈছিল। সেই মুহূৰ্তত তাৰ সন্দেহ দৃঢ় হৈ এক বদ্ধমূল ধাৰণাত পৰিণত হৈছিল। সি যে কিছুদিনৰ আগতে ছোৱালীজনীৰ মহাক বৰুৱাই তেওঁৰ কথা উল্লেখ কৰোতে কিবা এটা সন্দেহ কৰিছিল সেই সন্দেহ এই মুহূৰ্তত আৰু সন্দেহ হৈ থকা নাছিল। তাৰ ধাৰণা হৈছিল যে, মহাকৰ লগতে ছোৱালীজনীও হাত উজান দিছে তাক জালত পেলাবলৈ। গতিকে মনে মনে সি সতৰ্ক হৈ পৰিল।

ছোৱালীজনীয়ে কিন্তু তাৰ প্ৰতি বিশেষ মনোযোগ দিয়া যেন নেদেখুৱালে। তেওঁ মাত্ৰ বহি লোৱাৰ লগে লগে স্বগতোক্তি কৰাৰ দৰে কলে—

: শো, দিছ ইজ্‌ গুৱাহাটী। এয়ে গুৱাহাটী।

কথাষাৰ কোৱাৰ লগে লগে ছুখতেই নে পুলকতেই ছোৱালীজনীয়ে এটা হুমুনিয়াহ কাঢ়িলে। সি মনে মনে থাকিল। অলপ পাচত তেওঁ হঠাৎ উদ্বেলিত হোৱাৰ দৰে কলে—

: ১৮৫৩ চনত গুৱাহাটীখন কিন্তু এই ঠাইত নাছিল। ধেমুভিৰিয়া গুৱাহাটীখন নদীৰ পাৰ সাবটি আছিল।

সি যেন তেওঁক জব্দ কৰিবৰ অভিপ্ৰায়েৰেই এইবাৰ কলে—

: ওঠৰশ তেপন্ন কিয় ?

তেওঁ এইবাৰ অবাক বিস্ময়েৰে তাৰ পিনে চালে। আৰু কিবা এষাৰ অদ্ভুত কথা শুনাৰ দৰে সুধিলে—

: কি কলে ? ওঠৰশ তেপন্ন কিয় ? আপুনি নাজানে জানো ওঠৰশ তেপন্ন চনৰ তাৎপৰ্য ?

সি সঁচাকে জনা নাছিল। আৰু অকৃত্ৰিম কৌতুহলেৰে সুধিছিল—

: কওক চোন।

: কি বিডম্বনা। আপুনি হেনো গুৱাহাটীৰ বিষয়ে কিবা এখন লিখি আছে। কিন্তু আপুনি সঁচাকে নাজানে জানো—গুৱাহাটী নামৰ এই আধুনিক নগৰখনৰ প্ৰথম গোড়াপত্তন যে ওঠৰশ তেপন্ন চনত হৈছিল ? সেই চনত আৰু বহুত উল্লেখযোগ্য ঘটনা ঘটিছিল। এই নতুন চহৰখনৰ জন্ম হৈছিল, আৰু আমাৰ দেশৰ আটাইতকৈ প্ৰাচীন চহৰ-সভ্যতা সিন্ধু উপত্যকা সভ্যতাৰ আৱিষ্কাৰ হৈছিল। সেই বছৰতে ভাৰতবৰ্ষত প্ৰথম ৰেলগাড়ী চলিছিল। পোৰবন্দৰ আৰু থানেৰ মাজত। ওঠৰশ তেপন্ন চনতে পোন প্ৰথমবাৰৰ কাৰণে ভাৰতৰ ধৰ্মীয় সমাবেশত ইংৰাজে হস্তক্ষেপ কৰিছিল। অসমৰ শিলচৰৰ ময়দানত মহৰমৰ শান্তিপূৰ্ণ সমাবেশত চিলেট লাইট ইন্‌ফেণ্ট্ৰিৰ পুলিচে লাঠি চালনা কৰিছিল। আৰু সেই চনতে বিশ্বৰ বিখ্যাত শিল্পী ভিন্‌চেণ্ট ভান হুখৰ জন্ম হৈছিল।

: ওঠৰশ তেপন্নৰ জীৱনপঞ্জীচোন আপোনাৰ হাততে।

সি হাঁহি হাঁহি ৰগৰ কৰিবৰ যত্নেৰে কৈছিল যদিও অন্তৰেৰে কিন্তু ছোৱালীজনীৰ জ্ঞানৰ পৰিসীমা দেখি বিচুৰ্তি খাইছিল।

: আপোনাৰ ইতিমধ্যে প্ৰকাশিত গুৱাহাটীৰ ইতিবৃত্তৰ অংশ কেইটা পঢ়িলোঁ। কামৰূপ নগৰ পিচে সেই সময়ত গুৱাহাটীত নাছিল। বিল, লেভি এওঁলোকৰ হু্যুৱান ঝাঙৰ ভ্ৰমণ বৃত্তান্ত সম্বন্ধীয় টোকাৰ যি ব্যাখ্যা পাইছোঁ আৰু তাত ঠাইবোৰৰ যি দূৰত্ব দেখুৱা হৈছে আৰু কানিংহাম চাহাবৰ ভূগোলত যি দিয়া আছে তাৰ পৰা দেখা যায় এতিয়াৰ গুৱাহাটীৰ বহু পশ্চিমে আছিল সেই কামৰূপ নগৰ।

: তথাপি অসমৰ প্ৰাণকেন্দ্ৰ যেতিয়াই য'তেই নাথাকক লাগিলে সেয়ে গুৱাহাটী বুলি মই ধৰি লৈছোঁ।

: তেনেহলে মই ঠিকেই ভাৱিছিলোঁ। আৰু মোৰ বোধেৰে ধৰি লোৱাত অৰ্থাৎ আপুনি লোৱাৰ দৰে ধৰি লোৱাত ইতিহাসৰ একো ক্ষতি নহয়।

: গুৱাহাটীৰ পুৰাতত্ত্ব ইমান ধুৱঁলী যে, তাৰ যে আৰু কিবা ক্ষতি হব পাৰে, বিশ্বাস নহয়।

: আপুনি ঠিকেই কৈছে। কিন্তু যিবোৰ কথা প্ৰমাণে সিদ্ধ কৰিছে, তেনে কথা বিকৃত কৰাটো অনুচিত হব। ঔপন্যাসিকৰ অধিকাৰেৰেও নহয়। কালাপাহাৰে ধ্বংস কৰা কামাখ্যা মন্দিৰ বুলি যদি নীলাচল পাহাৰৰ এই কামাখ্যা মন্দিৰটোকে দেখুৱায় সেইটো অমাৰ্জনীয় ভুল হব।

: মানে? নহয় জানো? এই মন্দিৰটোকে কালাপাহাৰে ধ্বংস কৰাৰ পাচত ৰাজবংশী ৰজা নৰনাৰায়ণে সজাই দিয়া নাছিল জানো? ওঠটো কিঞ্চিত বেকা কৰি অসম্মতিসূচক ভংগী দি লাহে লাহে মূৰটো জোকাৰি তেওঁ কলে—

: উহুঁ। সেইটো ইয়াৰ পৰা প্ৰায় ডেৰশ মাইল পশ্চিমে মানকাচৰৰ ওচৰত আছিল। তাৰ কাষৰে পাজৰে প্ৰাচীন ভগ্নাৱশেষ আছে, কিছুমান টেৰাক'টা স্থাপত্যৰ। সেইবোৰ পোৰ্দ্ধৰ-ঘোল শতিকাৰ যেন লাগে। অৱশ্যে সঠিককৈ কোৱা টান।

: কিন্তু কিয় ভাবিলে পোদ্দাৰ-ঘোল শতিকাৰ বুলি? অনুমান কিয় কৰিলে বাৰু?

: কিয়নো ইয়াৰ লগত বাঁকুড়া বিষ্ণুপুৰৰ টেৰাকটাৰ মিল আছে।

সি তেওঁৰ এটাৰ পাচত এটাকৈ নতুন দিশ উন্মোচিত কৰা উত্তৰবোৰ শুনি অভিভূত হৈ পৰিল। ছোৱালীজনীৰ কথাই সঁচাকৈ তাক অনুৰক্ত কৰি দিছিল। সি অসমত আৰু ক'ত টেৰাক'টাৰ ভগ্নাৱশেষ আছে সুধিব খুজিছিল এনেতে তেওঁ হঠাতে কলে—

: আচৰিত, মইও এজনী! শুকক বেদ পঢ়াবলৈ গৈছোঁ। আপোনাক কবলৈ গৈছোঁ বাঁকুড়াৰ কথা।

: ৰব, পেংলাইখন নকৰিব। অসমৰ আৰু ক'ত আছে বাৰু টেৰাকটাৰ ভগ্নাৱশেষ?

: হোজাইৰ পশ্চিমে ন নাথত।

: আপুনি সঁচাকৈ মই যিটো ভাবিছিলোঁ সেইটো নহয় দেই।

: কিনো ভাবিছিল? মহাপণ্ডিত বুলি? সেই মদন কামদেৱত যে কথা পাতিছিলোঁ সেইদিনা চাগে ভাবিছিলে মই ব্ৰহ্মবাদিনী বুলি।

: মহা মুৰ্খ এটা চেটাৰিং বক্স্ বুলি।

তেওঁ কিন্তু তাৰ কথালৈ কাণ নকৰি মনোযোগেৰে পাহাৰৰ তললৈ কিবা চাই আছিল। সিহঁত বহি থকা শিলটোৰপৰা প্ৰায় ত্ৰিশ ফুট খিয় গৰা হৈ নামি যোৱা পাহাৰখন। ত্ৰিশ ফুটৰ তলত আন এটা পাহাৰৰ টিলা আছিল। টিলাটো মালভূমিৰ দৰে আহল বহল। তাৰপৰা আঢৈ শ নে তিনিশ ফুট তলত ব্ৰহ্মপুত্ৰৰ পাৰৰ চেউনি আলিটো। তেওঁ টিলাটোৰ এচুকত এটা গুহাৰ দৰে মন্দিৰলৈ চাই আছিল। তাত বোধকৰোঁ ধুনি বা ধূপ-ধুনা জ্বলোৱা হোৱা নাছিল। টিলাটোৰ গতিহীন নৈশব্দত মন্দিৰটোও যেন স্তব্ধ হৈ কৰবাত শব্দৰ কলৰৱ শুনাৰ কাৰণে বাট চাই আছিল।

সিও মন্দিৰটোৰ পিনে চোৱাৰ লগে লগে তেওঁ কৈছিল—

: সেই মন্দিৰ যেন গুহাটো কামাখ্যা মন্দিৰটো সজোৱাৰ বহু যুগৰ আগৰে হব পাৰে। সেইটো অৱশ্যে মোৰ নিজা ধাৰণা।

: কি প্ৰমাণৰ ভিত্তিত বাৰু ?

: আগেয়ে সোধক সেইটো কিহৰ গুহা।

: কিহৰ বাৰু ?

: তাত তন্ত্ৰৰ সাধনা চলে। শৰীৰটোৰ ওপৰত সকলোধৰণৰ পৰীক্ষা চলে। ভায়লেণ্ট চেক্স অৰ্গি পৰ্যন্ত। পুৰুষ নাৰীৰ যৌন সম্ভোগৰ জৰিয়তে ভূমানন্দ লাভৰ সাধনা চলে।

: কিন্তু মোৰ বোধেৰে ইযাত অৰ্থাৎ এই পাহাৰটোত যিমানবোৰ সাধনা-কেন্দ্ৰৰ প্ৰতিষ্ঠা হৈছিল, সেই সকলোবোৰ কামাখ্যা মন্দিৰক আশ্ৰয় কৰিহে হৈছিল।

: সাধাৰণতে তেনে ধাৰণাই হয়। কিন্তু কামাখ্যা মন্দিৰটো সজা হৈছিল পোন্ধৰ-ষোল শতিকাত। কিন্তু দেহ-তন্ত্ৰৰ সাধনা অসমত একাদশ-দ্বাদশ শতিকামানৰ পৰাই প্ৰচলিত হৈছিল। মদন-কাম-দেৱত যৌনক্ৰিয়াৰ যিবোৰ তক্ষণ শিল্পৰ নিদৰ্শন আছে, সেইবোৰ সেই সময়ৰে।

: কিন্তু তক্ষণ শিল্পত যৌন কাম ক্ৰিয়াৰ চিত্ৰ প্ৰথম শতিকামানৰ পৰাই আছিল বুলি অনুমান কৰাৰ যুক্তি আছে।

: মিষ্টাৰ চৌধুৰী, আপুনি ঠিকেই কৈছে। কোনো কোনো পণ্ডিতৰ মতে তাৰো আগৰে পৰাই আছিল। কিন্তু অসমত এই ৰেওৱাজ সোমাইছিল একাদশ শতিকামানত। তাৰ আগতে নহয়। সেই সময়তে অসমৰ নিৰ্জন পাহাৰৰ টিলাবোৰৰ নিজান কোণত, নিজম গুহাত এই সাধনা কেন্দ্ৰবোৰ গঢ়ি উঠিছিল।

: গুৱাহাটীৰ ওচৰত তেনে কেন্দ্ৰ

: তাকেতো কৰলৈ গৈছোঁ। এই পাহাৰত, কম্বাচলত আৰু পলাশবাৰীৰ পশ্চিমৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ অকলশৰীয়া পাহাৰটোত এনে

কেন্দ্ৰ গঢ়ি উঠাৰ প্ৰমাণ পোৱা গৈছে। মইতো ভাবোঁ সন্ধ্যাচলতো তেনে কেন্দ্ৰ আছিল। অৱশ্যে এইটো নহয় যে, সকলোবোৰ কেন্দ্ৰ একে সময়তে গঢ়ি উঠিছিল।

সি তেওঁৰ কথা শুনি সময়ৰ কথা পাহৰি গৈছিল। এনেতে কলেজীয়া ল'ৰাছোৱালী এজাক হুলস্থুল কৰি আহি যেনি তেনি বহি ললেহি। দুটা ল'ৰাই সিহঁত বহি থকা শিলটোত উঠি তললৈ চাই পুলকিত হৈ কিবা কিবি মন্তব্য কৰিলে। তলৰ ব্ৰহ্মপুত্ৰ নৈ খন পাগলা দিয়া নৈৰ দৰে সৰু দেখা গৈছিল। তলৰ আলিবাটৰ গাড়ীবোৰ গাহৰি কিছুমান শাৰীহৈ দৌৰাৰ দৰে লাগিছিল। সি অলপ তলে তলে চঞ্চল হৈ পৰিছিল।

তেওঁ কিন্তু পৰম নিৰ্লিপ্ততাৰে কৈছিল যে, অসমৰ প্ৰাণকেন্দ্ৰ প্ৰাচীন কালত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেহে আছিল। আৰু মদন-কামদেৱ বোলা মন্দিৰটো যে এই প্ৰাণকেন্দ্ৰৰ পৰিপাৰ্শ্বত আছিল সেই বিষয়েও তেওঁ নিঃসন্দেহ।

এনেতে তেওঁৰ কাষত বহি থকা ল'ৰাজনে উত্তেজিত হৈ তলৰ টিলাটোলৈ দেখুৱাই চিঞৰি চিঞৰি কলে—

: আবে চা, তইঁতে যে বিশ্বাস কৰা নাছিলি? সৌটো চা, দুৱাৰ মুখখন গুহাৰ দৰে দেখি যে, সেইটোৱে সাধুবাবাৰ ডেৰা, তাতে মাইজীও থাকে। মই যে কৈছিলোঁ। গাঁজা খোৱাত মাইজীক বাবাও নোৱাৰে বুলি। তাত শিৱৰাত্ৰিৰ দিনা বহুত সাধু সাধুনী আহে। এইচান গাঁজা খায় চবে!

: যাযা।

: আবে, মাইৰি! খোদাৰ কছম।

ল'ৰা দুজনৰ কথাত আটায়ে শিলটোত বহি তললৈ চাবলৈ হেতা-ওপৰা লগাই দিছিল। তাৰ অসহ্য হ'ল। সি তেওঁৰ মুখলৈ চাই কলে—

: যাওঁ বলক।

: আবে ভালে ভালে নামি আহ যদি আহ তাৰ পৰা। লোকক

ডিচ্টার্ব কৰিবি কিয়? ভাবুৱা লগাৰ নালাগে যদি আহ ভালে ভালে।

সিহঁতৰ পিচপিনে ল'ৰা ছোৱালীৰ জাকটোৰ পৰা কোনোবা এজনে সিহঁতৰ শিলটোত উঠা ল'ৰা দুজনক উদ্দেশ্য কৰি কলে। সি 'যাওঁ বলক' বুলি কোৱা শুনি সিহঁতে হয়তো তাক ডিচ্টার্ব কৰা বুলি ভাবিছিল। সি মনতে ভাবিলে।

তেওঁ কিন্তু তাৰ যোৱাৰ প্ৰস্তাবটো শুনি থিয় হৈ ঘূৰি নামিবলৈ লওঁতেই ল'ৰাছোৱালীজাকে হুট্ট গোল কৰি উঠিল—

: বাইদেউ আপুনি?

: অউ! তোমালোক? কিবা এক্স্কার্চন আছে নেকি?

: নাই, এনেয়ে ফুৰিবলৈকে আহিলোঁ।

: ভালেই কৰিলা। তোমালোক বহা, আমাৰ যাবৰ হ'ল। আমি কেতিয়াবাই আহিলোঁ।

সিও আটাইৰে মুখলৈ চাই অৰ্থহীন হাঁহি এটা মাৰি আহিবলৈ ওলাই তেওঁৰ লগত ল'ৰা ছোৱালী জাকৰ পৰা অলপ দূৰ আহিছিল। এনেতে ছোৱালী এজনী জাকৰ মাজৰ পৰা ওলাই আহি তেওঁক কলেহি যে তেওঁৰ এটা কথা আছিল। তেওঁৰ অনুমতি বিচাৰিলে কবৰ কাৰণে।

সেই ছোৱালীজনীও মাৰবিনাৰ দৰেই ধুনীয়া আছিল। কথাষাৰ কবলৈ অনুমতি বিচাৰোতে যি এক অপূৰ্ব ভংগী দি বিচাৰিছিল যে, মাৰবিনাই না কৰিলেও সিয়েই জোৰ দিলেহেতেন ছোৱালীজনীক কথাষাৰ কবলৈ অনুমতি দিয়াৰ বাবে। তেওঁ অৱশ্যে তাইক হতাশ নকৰিলে। তেৱেঁ এক অনুপম ভংগীৰে তাইৰ কথাষাৰ শুনাৰ কাৰণে অপেক্ষা কৰিলে।

: আপুনি বেয়া নাপাব আকৌ।

: নাপাওঁ দিয়া, কোৱাঁ।

: আপোনাক যে এমাহমানৰ আগতে আমি কথা এটা কৈছিলোঁ।

: কি কথা বাৰু ?

: সেই যে পিংগলেশ্বৰলৈ লৈ যোৱাৰ কথা আছিল ?

: কিবা দিন ঠিক কৰিছা নেকি ?

: দিনতো প্ৰতিটো দিনেই ঠিক কৰিব পাৰি, কিন্তু আচলটোহে ঠিক হোৱা নাই।

: মানে ?

: যাব কেনেকৈ ?

: কিমান দূৰ বাৰু ?

: চল্লিশ কিলোমিটাৰ গুৱাহাটীৰ পৰা। তিনি কিলোমিটাৰ খোজ কাটি যাব লাগিব। বাকীখিনিৰ কাৰণে বাচ আছে।

: তেনেহলে বাচত যাম।

: আপোনাৰ কষ্ট হয় নেকি ?

তেওঁ ছোৱালীজনীৰ উদ্বেগলৈ উপেক্ষা কৰি কলে পিচদিনা যোৱাৰ কাৰণে ঠিক কৰিবলৈ। তেওঁ সুধিলে—

: প্ৰথম বাচখন পুৱা কেতিয়া আছে বাৰু ?

: ঠিক সাত বজাত।

: চোৱা আমি ছটা পঞ্চাশত মাছখোৱাৰ বাচষ্টেণ্ড পোৱাকৈ আহিম।

: আপুনি অকলেহে আহিব, নহয় জানো ?

: নহয়, মোৰ লগত আৰু এজন আছে, অউ! মই তোমাৰ লগত এখেতৰ পৰিচয় কৰাই দিয়াই নাই। এখেত হ'ল

: এখেত হ'ল বখ্‌তিয়াৰ খালজীৰ দূত। এওঁ এখেতৰ অনুচৰ। কামৰূপৰ ৰাজবিষয়া গৰাকীয়ে সীমান্তৰ পৰীয়া সৈন্যই ঘেৰি লৈ অনা বিদেশী তিনিজনৰ মূৰৰ পৰা ভৰিলৈকে নিৰীক্ষণ কৰিলে। তিনিওৰে সাজ-পাৰৰ ধৰণ-ধাৰণ একেই কিন্তু দূত বোলাজনৰ কাপোৰবোৰ আছিল দামী মছলিনৰ। দেহত দীঘল জামা চোলা। মূৰত বগা পাগুৰি। কঁকালত বগা বহল ফিটা মৰা। চকুত কাজল, দীঘল চিকমিকীয়া ডাডিৰ মাজত অলক্তক লেপা ওঠ দুটা জিলিকি আছিল। ভৰিতো আছিল জিলিকি থকা জৰীৰ পয়জাৰ।

সহচৰজনৰ পোছাক-পাতিত ইমান জোলুস নাছিল। যিজনে এই দুজনক পৰিচয় কৰাই দিছিল, তেওঁৰ মুখত ডাডি নাছিল। মুখৰ আদলটো আছিল স্থানীয় মানুহৰ দৰে। মনৰ কৌতুহল চৰিতাৰ্থ কৰাৰ উদ্দেশ্যেই বিষয়াগৰাকীয়ে সুধিল—

: তোমাৰ পৰিচয়?

: মই বৰকন্দি নইৰ সিপাৰেই থাকোঁ।

: তোমাৰ নাম?

: আলি মেচ।

: কি ধৰ্মৰ মানুহ তোমালোক?

: ইচলাম। আমি মানে মই আৰু আমাৰ চুবুৰীৰ দহঘৰ মানুহ আগতে শিৱধৰ্মীয়ে আছিলোঁ। কিন্তু গৌড় ৰজাৰ মানুহবোৰে বৰকৈ ঘিণ কৰে আমাক। এনেতে এওঁলোক আহি পৰিল, নতুন ইচলাম ধৰ্ম লৈ। কাজেই ভাবিলোঁ—আমাৰ এনেও নাই তেনেও নাই, নতুন ধৰ্মটো লোৱাত নো ক্ষতি কি? লোকচানতো নহয়। হলে লাভেই হব।

: লাভ হোৱাতো দেখিছোঁৱেই। কি সুন্দৰ জামা-কাপোৰ পিন্ধিছা। পিচে তোমালোকৰ ধৰ্মৰ কিবা গুৰু-গোসাই আছে নে নাই?

: আছে, মালিক খোদাতাল্লাহ্ আছে, পয়গম্বৰ আছে। আমিবোৰ হলোঁ খোদাতাল্লাহৰ গোলাম।

আলি মেচে আৰু কিবা কবলৈ মুখ মেলিছিল, হঠাৎ দেখিলে গেৰুৱা বস্ত্ৰ পৰিধান কৰা মুনিহ-তিৰোতা আঠগৰাকী আলিৰ দাঁতিৰ জংঘলৰ পৰা ওলাই আহি বাটৰ দাঁতিত এনেদৰে স্তব্ধ হৈ বৈ গৈছিল যেন হঠাৎ চিকাৰী দেখি ভেবা লাগি চাই থকা এপাল ভেলেউীহে। ৰাজবিষয়াজনে বিদেশী তিনিজনক অলপ অপেক্ষা কৰিবলৈ কৈ আগবাঢি গৈ সিহঁতক সুধিলে—

: কোন তোমালোক?

সিহঁতে উত্তৰ দিয়াৰ আগতেই 'ওঁ মণিপদ্মে' বুলি অদ্ভুত শুনাকৈ হুংকাৰ দি জটাজুট চুলিৰে নগ্নপ্ৰায় সৰ্বশৰীৰ ভস্ম লেপ লোৱা মানুহ এটা আহি ৰাজবিষয়াৰ সম্মুখত থিয় হৈ সুধিলে—

: কি লাগে বেটা?

তাৰ হাতৰ মানুহৰ লাও খোলাটো ভালদৰে শুকোৱাই নাছিল। কৌপীনৰ মেখলাত চাৰিওপিনে আঁৰি লোৱা আছিল কেইডালমান জীয়ন্ত সাপ আৰু গুঁইসাপৰ ছাল। বয়সৰ চল্লিশৰ পৰা আশী পৰ্যন্ত যিকোনো এটাই হব পাৰে—বিষয়াজনে ঠাৱৰ কৰিবৰ চেষ্টা কৰি মনক সেইদৰেই প্ৰবোধ দিলে।

ৰাজবিষয়াগৰাকীয়ে তান্ত্ৰিকজনৰ চৰজাস্তা ভংগীৰে প্ৰভাবিত হোৱা যেন নেদেখুৱাই কলে—

: তোমাৰ শিষ্য নেকি ইহঁত? ক'ৰপৰা আহিছা তোমালোক?

বিষয়া গৰাকীৰ ভ্ৰুক্ষেপহীন প্ৰশ্নষাৰ শুনি তান্ত্ৰিকজনে থতমত খোৱা যেন লাগিল। তথাপি তাৰ স্বাভাবিক বেপৰোৱা সুৰেৰেই কলে—

: আমি গৌড়ৰপৰা আহিছোঁ বেটা। তীৰ্থ দৰ্শন কৰাৰ উদ্দেশ্যে। তোমালোকৰ দেশততো ভগবানৰ মন্দিৰ বহুত আছে।

গৌড়ৰপৰা অহা বুলি কোৱাৰ লগে লগে কিন্তু বিষয়াজন বৈ থকা নাছিল। তান্ত্ৰিক আৰু তাৰ চেলা-চামুণ্ডাহঁতৰ প্ৰতি বিষয়াজনৰ কৌতূহল নোহোৱা হৈ পৰিল। সি ঘূৰি আহি বিদেশী তিনিজনক

লগত লৈ যাবলৈ আৰম্ভ কৰিলে। আলি মেচে কিন্তু হাঁহি হাঁহি বিষয়াজনৰ পিনে চাই মন্তব্য কৰিলে—

: বৌদ্ধধৰ্মী আৰু পঞ্চবৰ্ণৰ মানুহখিনি গৌড়ত টিকাই টান হৈ পৰিছিল।

: পঞ্চবৰ্ণ মানে? আমি চতুৰ্বৰ্ণৰ কথাহে শুনিছো।

: পঞ্চবৰ্ণ মানে, সেই চাৰিটা বৰ্ণৰ ভিতৰত নপৰা, কায়িক শ্ৰম কৰি জীৱিকা উপাৰ্জন কৰা মানুহবোৰ। কৌলীন্য প্ৰথাৰ অত্যাচাৰ বাপেকৰ ৰাজত্বতকৈ পুতেক লক্ষণসেণৰ ৰাজত্বতহে বেচি হৈছিল। আমিতো সেই ভয়তে ইছলাম লৈছিলোঁ। এই বৌদ্ধতান্ত্ৰিকবোৰে যেনিবা আশ্ৰয় বিচাৰি তোমালোকৰ দেশলৈকে আহিছে। তোমালোকৰ কামৰূপীসকলেতো আশ্ৰয় বিচাৰি আহিলে কাকো বিমুখ নকৰা।

: আমাৰ মহাৰাজ পৰমেশ্বৰ শিৱিৰজাৰ দৰে মহানুভৱ।

: সেই বাবেইতো ইইঁতক সাহস কৰি লৈ আহিছোঁ মহাৰাজক দৰ্শন কৰাই দিবলৈ।

: উদ্দেশ্য কি বাৰু?

: জানিবাই নহয়, মহাৰাজক সাক্ষাত কৰাই দিয়াচোন আগেয়ে।

সি বিষয়াজনক প্ৰসংগান্তৰলৈ নিয়াৰ উদ্দেশ্যেই কামৰূপ নগৰখনৰ বিষয়ে বিভিন্ন প্ৰশ্ন সোধাত লাগি গৈছিল যাতে বিষয়াজনে আন কথাত মনোযোগ দিয়াৰ সুযোগ নাপায়।

সি বখ্‌তিয়াৰ খাল্‌জিৰ উদ্দেশ্যটোৰ বিষয়ে শুনিছিল, কিন্তু বুজা নাছিল। আৰু হয়তো কোনোদিনে নুবুজিবও। কিহৰ তাড়নাত খাল্‌জিয়ে ইমান দূৰত নিজৰ দেশ, পৰিয়াল পৰিজন এৰি কিছুমান ঘোঁৰা আৰু সৈন্য লৈ যে বিদেশে বিভূঁইয়ে এনেদৰে ঘূৰি ফুৰিব পাৰে সি ভাবি নেপায়। আৰু কৃত্ৰিম ল'ৰাধেমালিও নহয়। বখ্‌তিয়াৰৰ সাতজন অশ্বাৰোহী সৈন্য গৌড়ত সোমোৱা দেখি স্বয়ং গৌড়ৰাজ ৰাজধানী এৰি পলাই গৈ লখ্‌নঊতি নে ক'ত লুকাই থাকিবলৈ

বাধ্য হৈছিল। এইবাৰ আকৌ হেনো তিব্বত দেশ জয় কৰে। কামৰূপ বজাৰ সহায় বিচাৰি আহিছে। আন সহায় নহয়, কামৰূপ দেশৰ মাজেদি তিব্বতলৈ যোৱা পথটোৰে বখ্‌তিয়াৰ খাল্‌জিৰ অভিযান আগবাঢ়িবৰ কাৰণে অনুমতি লাগে।

খাল্‌জিৰ দূতজনে এনেধৰণৰ অৰণ্যৰ শোভা হয়তো আগতে কোনোদিন দেখা নাছিল। তাক আলি মেচে মতা সত্ত্বেও শুনা নাছিল, সি সহাৰি দিয়া নাছিল। সি আলিবাটৰ দুয়োকাষে গাচ শ্যামলিমা, বিচিত্ৰ ৰঙৰ ফুল, আৰু নিৰ্জনতা উপভোগ কৰি মগ্ন হৈ গৈ আছিল। আলি মেচে দুবাৰমান মতাৰ পাচতো সহাৰি নাপাই নিৰৱে গৈ থাকিল।

হাবিৰ মাজত হঠাতে দুই এটা এৰাপৰলিয়া মন্দিৰ সিহঁতৰ চকুত পৰিছিল। এখন গাওঁো পাইছিল। য'ত কাঠৰ খুটা চতি লগোৱা, বাহ আৰু খেৰৰ ঘৰ আছিল। বেৰবোৰ আছিল ইকৰাৰ, ওপৰত মাটি লেপি দিয়া।

দূতজনক এটা কথাই বিশেষভাৱে বিস্মিত কৰি দিছিল। গাওঁ-খনত বহুত ঘৰ, আৰু বহুত মানুহ। কিন্তু অৰণ্যৰ দৰেই নিস্তব্ধ। নিঃসাৰ নহয়, কিন্তু ইমান নিস্তব্ধ আছিল যে চকুদুটা মুদি দিলেই এক নিৰ্জন মৰুপ্ৰান্তৰত অকলশৰে বৈ থকা যেন ভয় লাগিছিল তাৰ।

: অঁ, তোমাৰ নামটোকে সোধা হোৱা নাই। কি নাম হে তোমাৰ?

কাণৰ কাষতে বিষয়াজনৰ ডাঙৰ মাতটো শুনি দূতজনে ঘূৰি চালে। এনেতে আলি মেচে সি বুজি পাব পৰাকৈ প্ৰশ্নবাৰ দোহাৰিলে। সি হঁহাৰ চেষ্টা কৰি কলে—

: চোলেইমান।

বিষয়াজনে দূতৰ মুখত নামটো শুনি আলিৰ পিনে চাই কলে—

: বৰ অদ্ভুত ধৰণৰ নামহে, কি কলে এওঁ?

: চোলেই—মান।

: চোলেই—মান।

: হয়।

নামটো বিষয়াজনে আকৌ এবাৰ মনে মনে আওৰালে।

: হেৰা, চোলেইমান, তোমালোকৰ নগৰবোৰ ক'ত আছে ?

সি প্ৰশ্নষাৰ শুনি আলিৰ পিনে চালে। আলিয়ে বুজাই দিয়াত সি পশ্চিমৰ পিনে দেখুৱাই কলে নদীটোৰ সিটো পাৰেই চাউনি পাতি আছে। আলিয়ে তাৰ কথাষাৰ বিষয়াজনে বুজাকৈ কৈ দিয়াৰ পাচতে বিষয়াজনে পুনৰ সুধিলে—

: তোমালোকৰ মানুহ কিমান ?

: সাত সহস্ৰমান হব। তদুপৰি ঘোঁৰা আছে শতাধিক।

এইবাৰ আলি মেচেই দিলে উত্তৰটো কিয়নো দূত চোলেইমান এইবাৰ ৰাজধানী চহৰৰ পৰিপাৰ্শ্বৰ সৌন্দৰ্য দেখি মুগ্ধ হৈছিল। সি গৌৰ্ড় পোৱাৰ আগতেই কামৰূপ নগৰীৰ কথা শুনিছিল। তাৰ ঐশ্বৰ্য আৰু অনুপম সৌন্দৰ্যৰ কথা হিন্দুস্তানৰ বহু মানুহেই জানিছিল। আৰু বিশেষকৈ ইয়াৰ মানুহবোৰৰ কথা। অমিত বিক্ৰমী অথচ শান্তিপ্ৰিয় উদাৰ ৰজাৰ কথা। সি ইয়াত এটা বিশেষত্ব লক্ষ্য কৰিছিল। চহৰখনত দেৱতাৰ মন্দিৰটো শৈলেৰে দীৰ্ঘস্থায়ীকৈ সঁজা, কিন্তু মানুহে ব্যৱহাৰ কৰা ঘৰবোৰ কাঠ-বাঁহৰ। অৱশ্যে অতিশয় সুদৃশ্য। ইয়াৰ সাধাৰণ মানুহবোৰো পিচপিনৰ পৰা চালে চায়ে থাকিবৰ মন যায়। মাত্ৰ মুখাবয়বৰ গঢন হিন্দুস্তান বা তাৰ পশ্চিমৰ মানুহবোৰৰ লগত সাধাৰণতে নিমিলে।

কথাবোৰ ভাবি সি সন্তৰ্পণে সিহঁতৰ দুয়োকাষে পাৰ হৈ যোৱা পথচাৰী বিলাকলৈ চালে। এনেতে আলি মেচে তাৰ নাম কাঢ়ি মতা শুনি সি আলি মেচৰ মুখলৈ চাই ৰৈ থাকিল। আলি মেচে কলে—

: চোলেইমান ভাই চাহাব, আমি ৰাজধানীৰ কাষ চাপিলোঁহি। ৰাজবিষয়াইতো কলে, বিদেশৰ পৰা দূতে ৰাজদৰ্শন বিচাৰিলে, ৰজাই অকণো বিলম্ব নকৰে। দেৰি হলে আমি ঘূৰি যোৱাত অসুবিধা হব। কিয়নো আমাৰ ঘোঁৰা কেইটা যি সীমান্ত চকীত এৰি আহিলোঁ। সেইখিনি পাওঁতেই ৰাতি হৈ যাব।

দুতজনে একো উত্তৰ নিদিলে। মাথোন চিন্তিত হ'ল। ৰাজ-বিষয়াজনে কিন্তু সিহঁতৰ চিন্তাৰ কাৰণটো অনুমান কৰিছিল। সেই-বাবে সি আশ্বাস দি কলে—

: তোমালোকে চিন্তা নকৰিবা। আমাৰ পিচে পিচেই তোমালোকৰ ঘোঁৰা কেইটা লৈ আহি আছে আমাৰ মানুহে। তোমালোকৰ বিলম্ব হবলৈ দিয়া নহয়।

হঠাৎ সুৰ সলাই সি আকৌ কলে—

: তোমালোক ইয়াতে খন্তেক অপেক্ষা কৰা, মই আহিছোঁ।

বিষয়াজনৰ কথা শুনিহে বিদেশী তিনিজনে চাৰিওপিনে চালে। সম্মুখৰ পিনে দেখিলে এটা প্ৰশস্ত আলিবাট, আৰু তাৰ দুয়োকাষে প্ৰকাণ্ড অট্টালিকাৰ শাৰী। সিহঁতে অৱশ্যে একেবাৰে পাৰ নোপোৱা পৰ্যন্ত মনেই কৰা নাছিল যে, সেই অট্টালিকাৰ শাৰী আৰু সিহঁতৰ মাজত এটা দুস্তৰ পৰিখা আছিল। পৰিখাটোৰ পাৰত থিয় হৈ সিহঁতে ভয়াবহ জন্তু এটাৰ সম্মুখত হঠাৎ পৰি গলে যিদৰে স্তব্ধ হয় সেইদৰে স্তব্ধ হৈছিল। এটা ডাঙৰ হাতীয়ে শুৰ দাঙিও ঠাৱনি নোপোৱা দ-পানী আছিল পৰিখাত। কিন্তু ইমান নিৰ্মল আছিল যে, তলত পুতি থৈ দিয়া, আগবোৰ পুৰি টান আৰু বেজিৰ আগৰদৰে চোকা কৰা, বাহৰ জোঙবোৰ এডাল এডালকৈ লেখিবপৰাকৈ দেখা হৈছিল।

সিহঁত ঘূৰি আহি পৰিখাটো পাৰ হৈ যেতিয়া নিজৰ নিজৰ ঘোঁৰাৰ পিঠিত বহি লৈছিল, কামৰূপ ৰজাই যে বখ্‌তিয়াৰ খাল্‌জিৰ প্ৰাৰ্থনা অগ্ৰাহ্য কৰিছিল সেই কথাই সিঁহতক অকণো বিচলিত কৰা নাছিল। কিয়নো ৰাজপুৰীৰ সৌন্দৰ্য দেখি, ৰজাৰ শিষ্টাচাৰ দেখি সিহঁত ইমান অভিভূত হৈ পৰিছিল যে, বহুত সময়লৈ ৰজা আৰু ৰাজপুৰীৰ কথাত বাদে আন কথা ভবাৰ সিহঁতে অৱকাশেই পোৱা নাছিল। বখ্‌তিয়াৰৰ প্ৰাৰ্থনাটো আচলতে একেবাৰে অগ্ৰাহ্য কৰা নাছিল। কিন্তু সময়টো যে তিব্বত অভিযানৰ বাবে অনুকুল নাছিল, সেইটোকে কৈছিল আৰু এইটোও কৈছিল যে অনুকুল

সময়ত আহিলে বজাই নিজেই সেই অভিযানৰ পথ নির্দেশ দিব।

সিহঁতে ভাবিছিল ঠিকেই যে বজাই থাল্‌জিৰ প্রার্থনা আচলতে স্বীকাৰ কৰি লৈছিল।

সিহঁত তিনিও আহি সীমান্তৰ বৰকন্দি নইখন পোৱাৰ আগতেই বেলি লহিয়াবলৈ আৰম্ভ কৰিছিল। এনেতে দেখিলে সেই কৌপীনধাৰী তান্ত্রিক আৰু তাৰ শিষ্য শিষ্যাক ঘেৰি এজুম মানুহে আলিবাটৰ সোমাজত কিবা কৰি আছে। কিনো ঘটনাটো—জনাৰ আগ্রহতে তিনিও নামি ঘোঁৰাকেইটা দাঁতিৰ গছত বান্ধি থৈ খোজকাটি ওচৰ চাপি গ'ল।

আলি মেচ বাকী দুজনতকৈ কিছু দূৰ আগত গৈছিল। সি দেখিয়েই ঘটনাটো কি বুজি পালে আৰু ঘূৰি আহি বাকী দুজনক কলে—

: জাদু খেল। কামৰূপ দেশ জাদুৰ কাৰণে বিখ্যাত। তান্ত্রিকজনে ওচৰৰ্ গাঁওখনৰ কোনোবা এজনক হেনো কিবা জাদু কৰি দেখুৱাইছিল। এতিয়া তান্ত্রিকক প্রত্যাহ্বান জনাই গাঁৱৰ জাদুকৰজনে বিচাৰি বিচাৰি আজি তাক বাটতে ধৰিলেহি।

: ব'লা অকণ তামাছাকে চাই যাওঁ।

দূতজনৰ ইচ্ছাৰ প্রতি সন্মান জনাই তিনিও তামাছা চাবলৈকে আগবাঢ়ি গ'ল।

: মই কি ইয়াত তামাছা চাবলৈ অহা বুলি ভাবিছে নেকি? কামৰূপৰ সেই বৰ্বৰ ৰজাটোৱে কি তামাছা পাইছে নেকি বখ্‌তিয়াৰ খাল্‌জিৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰিবলৈ?

দূতৰ মুখে সবিশেষ শুনি বখ্‌তিয়াৰৰ খং উঠি গৈছিল। কামৰূপৰ দৰে জংঘলী দেশ এখনৰ ৰজাই সুসভ্য তুৰ্কীজাতিৰ প্ৰখ্যাত বীৰ এগৰাকীৰ এনে এক সম্মানজনক প্ৰস্তাৱ এনেদৰে গ্ৰহণ কৰিলে যেন তেওঁ এই অভিযানত সাহায্য প্ৰদান কৰি তুৰ্কীজাতিক অনুগৃহীত হে কৰিব। ৰজাই কোৱা কথাবোৰ শুনি ভ্ৰূকুটি কুঞ্চিত কপালখন হাতেৰে ঘহি ঘহি সি কলে যে কামৰূপৰ দৰে সামান্য দেশ-এখনৰ সাধাৰণ ৰজা এজনৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত সিহঁতৰ অভিযানৰ ভৱিষ্যৎ নিৰ্ভৰ নকৰে।

লোকাচাৰৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিহে সি সুধি চাইছিল কামৰূপৰ ভিতৰেদি অভিযান আগবঢাই নিয়াৰ অনুমতি বিচাৰি। ৰজাই অনুমতি দিয়া-নিদিয়ালৈ সি মূৰ ঘমোৱা নাছিল। ৰজাই সন্মতি দিলেও নিদিলেও অভিযানৰ অগ্ৰগতি বন্ধ বা ব্যাহত নহব।

: ৰজাজনক কিন্তু বৰ সদাশয় ব্যক্তি যেন লাগিল। আৰু ৰাজপুৰীও আমি দেখা আনবোৰতকৈ বিতোপন যদিও ধন-সোণ মণি-মুক্তা আদিৰ প্ৰদৰ্শন বৰ কম। অবিঘ্নিত প্ৰশান্তি চাৰিও পিনে বিৰাজ কৰা যেন লাগে দেশখনত সোমালেই।

: চোলেইমান, তোমাৰ কথাবোৰ কামৰু ৰাজদূতৰ যেনহে শুনা গৈছে।

: গোস্তাখি মাফ কৰিব হুজুৰ। দেশখনৰ নিৰ্বিঘ্ন প্ৰশান্তিয়ে কিন্তু ৰজাজন যে পৰম পৰাক্ৰমী তাকে সূচায়। প্ৰজাসাধাৰণ যে ৰজাৰ একান্ত অনুগত আৰু ৰজাই যে পুত্ৰৰ দৰে তেওঁবিলাকক অকুণ্ঠ স্নেহেৰে পালন কৰে তাকো সূচায়। তেনে এখন দেশৰ শক্তিৰ বিষয়ে

বিশেষ নজনাকৈয়ে সেই দেশখনৰ সাৰ্বভৌম অধিকাৰত হস্তক্ষেপ কৰাটো কিমানদূৰ নিৰাপদ হব সেইটোও ভাবিবলগীয়া।

: চোলেইমান, তুমি যথেষ্ট প্ৰবীণ আৰু অভিজ্ঞ। তোমাৰ অভিমত মই সন্মান কৰোঁ। কিন্তু বখ্‌তিয়াৰ খাল্‌জিৰ তাকতৰ প্ৰতি তোমাৰ চোভা দেখি মই আচৰিত হৈছোঁ। তুমি যোৱা, বিশ্ৰাম লোৱাগৈ।

পাচদিনা চোলেইমান আৰু আলি মেচ দুয়ো অভিযানক বাট দেখুৱাই লৈ গৈ এটা দৃশ্যৰ সন্মুখীন হৈ বিস্ময় বিমূঢ় হৈ পৰিছিল। আৰু বখ্‌তিয়াৰ হৈ পৰিছিল হৃতোদ্যম। যিটো শুকান ধূলিময় বাটেৰে আগদিনা সিহঁতে অহাযোৱা কৰিছিল সেই বাটটো দেখিছিল একঁকাল পানীৰ তলত।

বখ্‌তিয়াৰে হতাশ হৈ কি কৰিব একো ভাবি পোৱা নাছিল। ঘোঁৰাবোৰেও আগবাঢ়িব খোজা নাছিল। আলি মেচে বখ্‌তিয়াৰৰ ওচৰলৈ গৈ কাণে কাণে কলে—

: এয়া বাতুৰ্ৰ কাণ্ড হব। অতিশয় বুদ্ধিমান আৰু শক্তিশালী এই দেশৰ সেনানায়ক। এইখিনিতে কালি এটা শুকান ধূলিময় আলিবাট আছিল। এতিয়া এয়া কাষতে একঁকাল দ' পানী। মাজত বা পানীৰ তলত আৰু কি আছে?

বখ্‌তিয়াৰে তাকে ভাবি বিমূঢ় হৈ পৰিছিল। সি এইবাৰ আলি মেচক সুধিলে। নদীৰ পাৰেদি আন কোনোবা ৰাস্তা আছে নেকি বুলি। আলিমেচে বহুত পৰ ভাবি কলে যে ৰাস্তা এটা আছে, কিন্তু পৰ্বত-কন্দৰৰে প্ৰায় দুৰ্গম। আৰু অহাবাটে ঘূৰি গৈ নদীৰ পাৰত থকা আন এটা বাটেদি যাব লাগিব। সেই বাটেদি ভালেমান দূৰ গৈহে সেই ৰাস্তা পোৱা যাব।

: হ'ক। আমি সেই পিনেই যাম।

তাৰ নিৰ্দেশমতে সৈন্যবিলাকে ঘূৰি অহাৰ বাবে আয়োজন কৰিলে। ঠিক তেনে সময়তে বৰযুণৰ দৰে বিভিন্ন ফালৰ পৰা তীক্ষ্ণ শৰ আহি মুহূৰ্তৰ ভিতৰতে কেবাটাও সৈন্য ধৰাশায়ী কৰিলে। ঘোঁৰা

কেইটামানো আহত হৈ পৰি গ'ল। দলটোৰ মাজত হুৱা-দুৱা লাগি পৰিল। খাল্‌জি আৰু পালি সেনাপতিসকলে ধৈৰ্যহাৰা নহৈ সৈন্যৰ দলটোক ঘূৰাই অনাত ব্যস্ত হৈ পৰিছিল।
দলটোৰ অধিকাংশ সেই মুহূৰ্ত্তত ঘূৰিবলৈ সমৰ্থ হৈছিল ঠিক সেই সময়তে অপ্ৰত্যাশিতভাৱে ঘটনাটো ঘটিছিল। কামৰূপী সৈন্যসকল কোনপিনেদি কেনেকৈ যে আহিছিল, প্ৰচণ্ড বাৰাবলিৰ দৰে তুৰ্কী সৈন্যৰ দলটোক আগুৰি ধৰি এপিনৰপৰা মানুহ, ঘোঁৰা যিহকে আগত পাইছিল সংহাৰ কৰি গৈছিল।
বখ্‌তিয়াৰ খাল্‌জিয়ে সপোনতো ভৱা নাছিল যে সি এনে এক চতুৰ আৰু প্ৰচণ্ড বিক্ৰমী শত্ৰুদলৰ সন্মুখীন হ'ব। সি বাৰে বাৰে প্ৰতিৰোধ কৰিবৰ চেষ্টা কৰিও কামৰূপী সৈন্যৰ অগ্ৰগতিক বাধা দিব নোৱাৰিলে। তাৰ সমস্ত প্ৰতিৰোধ ফুট্‌কাৰ ফেনৰ দৰে উৰলি গ'ল। আৰু এটা সময়ত প্ৰাণৰ ভয়ত যি অলপ সৈন্য আৰু ঘোঁৰা বাচি আছিল তাকে লৈ পলাবলৈ বাধ্য হৈছিল।
সেনানায়ক বাৰ্তু সম্বন্ধে অৱশ্যে খাল্‌জিৰ ধাৰণা ভুল আছিল। সি ভবাই নাছিল যে বাৰ্তু ইমান চতুৰ ৰণকুশলী হ'ব পাৰে। সি দল-বল সহ পলাই আহি যেতিয়া নদী পাৰ হ'বলৈ বুলি সাঁকোখন বিচাৰিলে, দেখিলে সাঁকোখন স্বাভাৱিক হৈ থকা নাছিল। তথাপি তাৰ চিন্তা কৰাৰ সময় নাছিল। সেই সাকোঁৰেই ঘোঁৰা আৰু আন সামগ্ৰীসহ দলটোক আগবঢ়াই দিছিল। ফলত যি হ'বলগীয়া আছিল সেয়ে হৈছিল।
বখ্‌তিয়াৰ আৰু মাত্ৰ জনদিয়েক সৈন্য সিপাৰ হ'বলৈ সমৰ্থ হৈছিল। বাকী সমস্ত বৰকন্দি নইৰ প্ৰবল সোতত বিলীন হৈ গৈছিল। লগে লগে দৰ্প চূৰ্ণ হৈছিল নিজকে অজেয় বুলি ইমান দিনে দৰ্প কৰি অহা দুৰ্দ্ধৰ্ষ তুৰ্কী অভিযানকাৰী দলটোৰ দলপতি বখতিয়াৰ খাল্‌জিৰ।
শিলৰ খুটাৰ ওপৰত কাঠ আৰু বাহেৰে সজোৱা এই অঞ্চলৰ আটাইত-কৈ পুৰণি সাকোঁখন কামৰূপৰ সেনাধিনায়কে ভাঙি দিছিল সঁচা,

কিন্তু তাৰ লগে লগে সেই দিনা কোনোৱে নেদেখাকৈ আৰু তাৰ পাচতো বহুদিনলৈকে অনুভৱ নকৰাকৈ আন এখন মজবুত সাঁকোৰ সৃষ্টি হৈছিল। সেইখন আছিল মনৰ সাঁকো। সেই সাঁকোখন আছিল আটাইতকৈ প্ৰাচীন এক মানৱ গোষ্ঠী আৰু একেবাৰে নতুন জ্ঞানৰ সন্ধানত পৃথিৱীক পাত পাত কৰিব খোজা এক নবোলব্ধ চেতনাৰে সমৃদ্ধ আন এটা গোষ্ঠীৰ মাজত।

সেইদিনা আচলতে কাৰো জয় পৰাজয় হোৱা নাছিল। মাত্ৰ এক নতুন সম্ভাৱনাৰ জন্ম হৈছিল।

: সেইদিনা দৰাচলতে এক নতুন সম্ভাবনাৰে, জন্ম হৈছিল। আপুনি ঠিকেই লিখিছে। আৰু সেই সম্ভাবনাৰ গৰ্ভতে থিত লৈছিল গুৱাহাটীৰ আত্মাই।

ভুৱনেশ্বৰীত লগ পোৱা ল'ৰা ছোৱালীৰ দলটোৰ ছটা ল'ৰা ছোৱালীক পিচপিনে সুমাই লৈ সিহঁত দুয়ো জীপখনৰ সন্মুখৰ চিট দখল কৰি পিংগলেশ্বৰ অভিমুখে গৈ আছিল। মাৰবিনাই কিছুদিনৰ আগতে প্ৰকাশ পোৱা তাৰ বখ্‌তিয়াৰ খাল্‌জিৰ তিব্বত অভিযান সম্বন্ধীয় লেখাটো নিশ্চয় পঢ়িছিল। মাৰবিনাৰ মন্তব্যটো আছিল প্ৰকৃততে তাৰেই। সেইবাবে সি তেওঁৰ কথাৰ উত্তৰত কৰলৈ কোনো কথা ভাবি নাপালে। তেওঁ আকৌ কলে—

: অৱশ্যে কামৰূপৰাজ ভাস্কৰ বৰ্মণৰ ওজাজনে মণ্ডল চাওতে যিমানে এন্ধাৰ নেদেখক, সঁচাকে কিন্তু ভাস্কৰৰ পিচৰ যুগ ইমান অন্ধকাৰাচ্ছন্ন নাছিল।

: আপুনি বোধকৰোঁ হৰ্জৰ বৰ্মণ, বলবৰ্মণ, শালস্তম্ভ—এইসকলৰ কথা কব বিচাৰিছে?

: আপুনি ঠিকেই অনুমান কৰিছে।

: মোৰ ধাৰণাত ভাস্কৰ বৰ্মণৰ মৃত্যুৰ প্ৰায় অব্যবহিত পাচতে দেশত প্ৰজাবিদ্ৰোহ হৈছিল, যাৰ ফলত কামৰূপ নামৰ ৰাজ্যখনৰ অস্তিত্বৰ বিলোপ হৈছিল। প্ৰাচীন কামৰূপৰ ঐতিহ্য পৰম্পৰাত ছেদ এটা আহি পৰিছিল।

: কিন্তু শালস্তম্ভ, হৰ্জৰবৰ্মণ আৰু বলবৰ্মণতো ভৌমবংশৰ বুলি পণ্ডিতসকলে কব খোজে।

: হয়তো ধাৰণাটো শুদ্ধও। কিন্তু সেয়ে হলেও মোৰ অভিমতটো খৰ্ব নকৰে।

: আচ্চা, ভৌমবংশৰ লোকসকল কোন জনগোষ্ঠীৰ আছিল বাৰু ?

সি বুজিছিল, মহিলাই কোনপিনে টোৱাইছিল। সি পিচে বাগডম্বৰ মকৰি মাথোন কলে—

: ভাস্কৰ বৰ্মণে নিজেই লীই পিয়াওক কৈছিল নহয়, তেওঁলোকৰ উপৰিপুৰুষ চীনৰপৰা অহা বুলি ?

: কিন্তু ইৰানীয় জনগোষ্ঠী এটাও চীনৰ পিনে গৈছিল, আৰু বহুতে অনুমান কৰে সেই জনগোষ্ঠীটোৱেই ভৌম বংশৰ সৃষ্টি কৰিছিল।

সি তেওঁক নিৰুৎসাহ নহবলৈকে কলে—

: আপুনি নিশ্চয় স্পুনাৰ চাহাবৰ সেই পুৰণি নিবন্ধটোৰ কথা কৈছে। পিচে এতিয়া ১৯১৫ চনৰ সেই ধাৰণাবোৰ সম্পূৰ্ণ বদলি গৈছে। তথ্যবোৰ যাচাই কৰাৰ পদ্ধতিও এতিয়া ভালেখিনি উন্নত। অলপতে থাৰ্মো লুমিনেসেন্ট্ ডেটিং টেকনিকৰ সহায়ত থাইলেণ্ডত এনে কেতবোৰ তথ্য প্ৰমাণিত হৈছে যাৰ ফলত মানবজাতিৰ পৰিক্ৰমণ সম্বন্ধে ইমান দিনে প্ৰতিষ্ঠিত বুলি গণ্য কৰা ধাৰণা কিছুমান বদলি গৈছে। খ্ৰীষ্টপূৰ্ব এহেজাৰ বছৰৰ আগেয়ে পূব দক্ষিণৰ পিনৰ পৰাহে বৰ্মা—অসম আদিৰ মাজেদি পশ্চিমৰ পিনলৈ বিৰাট মংগোলীয় জনস্ৰোত এটা গৈছিল। তাৰ প্ৰায় ন শ বছৰৰ পাচতহে ইৰাণীয় গোষ্ঠীৰ লোকৰ দল এটা আমুদৰিয়া অৰ্থাৎ অক্সাচ উপত্যকাই দি সিন্ধু উপত্যকাত সোমাইছিল। সেই দলটোৰ কিছু অংশ পূবে বাৰাণসী পৰ্যন্ত পাইছিলহি। চীনৰ পিনে যোৱা আৰু এই পিচৰ ইৰাণীয় দলটোৰ কোনো অংশই অসমলৈ অহাৰ কোনো প্ৰমাণ এই পৰ্যন্ত পোৱা হোৱা নাই।

: নৰক, ভৌম, বৰাহ এই ধাৰণাবোৰৰ বিষয়ে তেন্তে আপোনাৰ মতামত ?

: সাধাৰণতে ভবাৰ দৰে নহয়। নৰক হল বিক্ৰমাদিত্যৰ দৰে মিথিকেল চৰিত্ৰ। আৰু নতুন ৰাজবংশই মিথিকেল ৰজাৰ বংশোদ্ভৱ

বুলি জাহিৰ কৰা ৰীতি পুৰণি আৰু বহু প্ৰচলিত। ভূমি আৰু বৰাহৰ সংযোগত ৰাজবংশৰ সৃষ্টিৰ ধাৰণা ধৰিত্ৰী-বৰাহ মূৰ্ত্তি য'তে পোৱা গৈছে, তাতেই আছিল।

সি আৰু কিবা কব খুজিছিল হয়তো, কিন্তু তাৰ কথা বন্ধ হৈ গ'ল। কিয়নো পিচপিনৰ পৰা ল'ৰা এজনে মাত লগালে আৰু কলে যে, নামিবৰ হৈছে। জীপখন একেবাৰে পিংগলেশ্বৰলৈকে নাযায়। বাটতে নামি পথাৰ এখনৰ মাজেদি পোনাই দিব লাগিব। সিহঁতক অহাৰ সময়তে সেই কথা কোৱা হৈছিল।

গাড়ী ৰখালত, সিহঁতে আটায়ে গাঁও এখনৰ মাজত গাঁৱলীয়া আলিবাট এটাত নামিছিল।

ল'ৰা-ছোৱালীৰ দলটোৱে সিহঁতক আলিবাটেৰে কিছুদূৰ লৈ গৈ এখন পথাৰত নামিছিল। নামি অলপ যোৱাৰ পাচতে পিংগলেশ্বৰৰ মন্দিৰটো সিহঁতৰ দৃষ্টিগোচৰ হৈছিল।

এঘণ্টামান সময় জাদুঘৰৰ দৰে ঘৰ এটাত সজাই থৈ দিয়া মূৰ্ত্তিবোৰ এপিনৰ পৰা চাই গৈ এটা বিশেষ মূৰ্ত্তিৰ সম্মুখত তেওঁ থমকি ৰৈছিল।

: এইটো কি মূৰ্ত্তি বাৰু ?

সিও আহি মূৰ্ত্তিটো চালে, আৰু ভালদৰে নিৰীক্ষণ কৰাৰ পাচত উদ্বেলিত হৈ কলে—

: এইয়া চাওক, মই যে কৈছিলোঁ ধৰিত্ৰী-বৰাহ ?

এইটোৱে।

সি মূৰ্ত্তিটোৰ তাৎপৰ্য আকৌ দোহাৰি কলে যে, ভাস্কৰ বৰ্মণক যে ক্ষিতি তনয় নৃপতি বংশৰ নৰক ভগদত্তৰ বংশধৰ বুলি কয়— সেই কথা প্ৰতিপন্ন কৰাৰ উদ্দেশ্যেই এই মূৰ্ত্তিৰ, এই ধাৰণাৰ সৃষ্টি।

: মহামল্লপুৰম নে মহাবল্লীপুৰমতো এনে এটা মূৰ্ত্তি দেখা মনত পৰে।

তেওঁ চিন্তা কৰি কলে। সি হঠাৎ কোনো উত্তৰ দিয়া নাছিল

কিয়নো সি কাষৰ আন এটা মূৰ্তি চাই চিন্তিত হৈ পৰিছিল। সেইটো আছিল মানব আৰু পশুৰ যৌন সংগমৰ মূৰ্তি।

তাৰ পৰা কোনো সহাৰি নাপাই তেওঁ তাৰ পিচপিনে থিয় হৈ সি চাই থকা মূৰ্তিটোকে চাইছিল। তাৰ সো কাণৰ পিচফালে তেওঁৰ নিশ্বাসৰ মৃদু উমাল স্পৰ্শ লগাত সি এক অদ্ভুত ৰোমাঞ্চ অনুভৱ কৰিছিল। তেওঁৰ দেহৰ মৃদু সুবাসে তাৰ মনৰ গভীৰতাত কঁপনি তুলিছিল।

সি মনৰ চাঞ্চল্য আঁতৰাবলৈকেই সেই মূৰ্তিটো পাৰ হৈ আন এটা মূৰ্তিৰ সম্মুখত থিয় হৈছিল। অৱশ্যে তেওঁৰ দেহৰ সুবাস সেই মুহূৰ্ততো তাৰ নাকত লাগি আছিল। খন্তেক পাচতে পুনৰ মানুহজনী প্ৰায় তাৰ-গাতে গা লগাই পিচপিনে থিয় হ'লহি। সি দেহৰ সিৰাই সিৰাই এটা উত্তেজনা অনুভৱ কৰিলে।

: অকণ বাহিৰত বহোঁগৈ বলক। ভিতৰত কিবা উশাহ-নিশাহ বন্ধ হৈ যাব যেন লাগিছে।

সি কৈয়ে তেওঁৰ প্ৰতিক্ৰিয়ালৈ বাট নোচোৱাকৈয়ে বাহিৰত থকা পুখুৰীটোৰ পাৰত বহি ললেহি। তাৰ পিচে পিচে তেওঁ ওলাই আহিল। ইপিনে সিপিনে চাই তাৰ কাষতে বহি ললে।

তেওঁ বহি লৈয়ে ছোৱালীজনীক কলে কেণ্টিনটো খুলিবলৈ।

: ভোকে পিয়াহে আগুৰি ধৰিছে। তোমালোকৰ চাগে' নাডী ভুৰি হজম হোৱাৰ উপক্ৰম।

স্নেহেৰে কাষত বহা ল'ৰাহঁতৰ দলটোলৈ চাই তেওঁ কলে। ছোৱালী-জনীয়ে লগত অনা খোৱাৰ টেমাবোৰ খুলি তাৰ সম্মুখত, মাৰবিনাৰ সম্মুখত, আৰু পাচত লৰা'কেইটাৰ সম্মুখত ধৰি, সকলোৱে খোৱা বস্তু লৈ খাবলৈ আৰম্ভ কৰাৰ পাচত তাইও এটা চেণ্ডুইচলৈ খোৱাত বহিল।

: মই কথা এটা চিন্তা কৰিছোঁ।

: কি কথা বাৰু ?

: এই পিংগলেশ্বৰত কোনো প্ৰাচীন মন্দিৰ নাছিল।

: আপুনি ঠিকেই ধৰিছে। এই মূৰ্তিবোৰ কামৰূপ নগৰৰ পৰা আনি ৰখা হৈছে। মদন-কামদেৱ মন্দিৰটো প্ৰায় পাঁচশমান বছৰৰ পৰাই ভাগিবলৈ আৰম্ভ কৰিছিল, ওঠৰ শ চোৱাল্লিশ আৰু তাৰ পাচৰ ভূমিকম্পবোৰত মন্দিৰটোৰ যি অলপ অংশ থিয় হৈ আছিল সেইখিনিও ভাগি পৰিছিল। তাৰ পৰাই এই মূৰ্তিবোৰ অনা হৈছে।

: মদন-কামদেৱ নামটো আঁচহুৱা যেন নালাগেনে বাৰু?

: কিন্তু সেই নামটো নিদিলেযে, কামৰূপ এই নামটোৰ পৌৰাণিক ব্যাখ্যা দিব পৰা নহব। কামদেৱ ভস্মহৈ পুনৰ ৰূপ লাভ কৰিহে কামৰূপ হৈছে।

কথাটোত কি জানো ৰহস্য পালে মাৰবিনাই খিল্‌খিল্ কৰি হাঁহি দিলে। সি অৱশ্যে গহীন হৈ কলে—

: আপোনাৰ কেমেৰাত কি ৰীল আছে বাৰু?

: কিয় বাৰু? আপুনি ভাবিছে নেকি মই শিলৰ ফটো তুলিবলৈ কালাৰ ৰীল লৈ আহিম? ব্ল্যাক এণ্ড্ হোৱাইট। এনেতে ল'ৰাছোৱালীৰ দলটোৱে বিদায় ললে। সিহঁতে হেনো ওচৰৰ গাঁওখন পাৰ হৈ আন এখন গাঁৱলৈ যাব।

তাতে হেনো ছোৱালীজনীৰ ঘৰ। আজি সিহঁতে তাইৰ ঘৰতে আলহী হব। কাইলৈহে উভতিব।

সি কিন্তু এই গোটেইটো মাৰবিনাৰ চাল বুলি সন্দেহ কৰিলে। ভাবিলে, তাক একান্তে পোৱাৰ উদ্দেশ্যেই এই চাল খেলিছে। আৰু তেওঁৰ মনৰ আচল উদ্দেশ্য প্ৰকাশ কৰিবলৈ এইটোকে মোক্ষম সুযোগ বুলি তেওঁ হয়তো ভাবিছে। সি সেইদৰে ভাবি তলে তলে অস্থিৰ হৈ পৰিল। তেওঁ এনেতে হাঁহি হাঁহি কলে—

: আপুনি সুনয়নাক ক'ত পালে কিন্তু কোৱা নাই।

কথাষাৰ শুনি তাৰ সন্দেহ দৃঢ়তৰ হ'ল। সি মনৰ চাঞ্চল্য লুকাই থৈ গহীন হবলৈ চেষ্টা কৰি কলে—

: ইতিহাসে দিছে সুনয়নাক। ভাস্কৰ বৰ্মণৰ উপপত্নী আছিল

একাধিক। ধৰি লওক, তেওঁলোকৰ ভিতৰত শ্ৰেষ্ঠা গৰাকীৰ নাম আছিল সুনয়না।

তেওঁ কিন্তু সুনয়না প্ৰসংগটো তাতে এৰি থৈ প্ৰসংগান্তৰলৈ গ'ল। তেওঁ হাঁহি হাঁহি অভিযোগৰ সুৰত কলে যে, সি কামৰূপ দেশখনক স্বৰ্গীয় শান্তিৰ দেশ হিচাপে দেখুৱাবলৈ যত্ন কৰিছে। ভাৰতবৰ্ষত আনঠাইত ডকাইত আছে প্ৰবঞ্চক আছে, অথচ কামৰূপত সেইবোৰ একো নাই, একেবাৰে ৰামৰাজ্য। এইবোৰ ইতিহাস সন্মত অভিমত জানো?

এইবাৰহে সি সমস্ত সন্দেহ পৰিহাৰ কৰি তেওঁৰ পিনে মুকলিকৈ চালে। মাৰবিনাৰ মুখত আছিল জিজ্ঞাসাৰ শিশুসুলভ চাঞ্চল্য। তাৰ অন্তৰত তেওঁৰ প্ৰতি এক বিশ্লেষণ কৰিব নোৱৰা স্নেহৰ অনুভূতি হ'ল। সি অৰণ্যে ৰহস্যময় কৰি কলে—

: পাট পলুৱেই সৰ্বনাশৰ মূল।

: কি আকৌ যা তা কথাবোৰ কৈছে। পাটপলুৰ লগত আকৌ মোৰ প্ৰশ্নটোৰ কি সম্বন্ধ থাকিব পাৰে?

: আছে, উত্তৰ ভাৰত আৰু পশ্চিম, মধ্য আদি অঞ্চলবোৰত বিশেষকৈ জানপদী সংস্কৃতিৰ প্ৰসাৰে স্পৰ্শ কৰা ঠাইবোৰত শ্ৰেণী বিভক্ত সমাজে বিস্তাৰ লাভ কৰিছিল। লগে লগে ইয়াৰ ফলস্বৰূপে গ্ৰামাঞ্চলত কৃষকৰ সংখ্যা কমি গৈছিল। সেই ক্ষতি পুৰাবলৈ শূদ্ৰ-সকলেও লাহে লাহে কৃষিকৰ্ম কৰিবলৈ আৰম্ভ কৰিছিল।

ইপিনে জনপদসমূহে গুপ্তযুগৰ পৰাই চীলমোহৰৰ ব্যৱহাৰ আৰু নিজা মুদ্ৰা তৈয়াৰ আৰু প্ৰচলনৰ অধিকাৰ লাভ কৰিছিল। মৌৰ্য্য-যুগৰ নিগমৰ কটকটীয়া শাসনৰ বান্ধ গুপ্ত যুগত একেবাৰে শিথিল হৈ পৰিছিল। বেশ্যালয়, মদৰ দোকানৰপৰা আৰম্ভ কৰি বৈদেশিক বাণিজ্যলৈকে সমস্ত অধিকাৰ জনপদে লাভ কৰিছিল। অকৃষি ভিত্তিক শ্ৰেণী-সমাজবোৰে যিদৰে শ্ৰেষ্ঠীৰ সৃষ্টি কৰিছিল সেইদৰে কেতবোৰ পৰজীৱি বণুমলাবো সৃষ্টি কৰিছিল। তথাপি দেশখনৰ অৰ্থনৈতিক

পৰিস্থিতি যি পৰ্যন্ত অস্থিৰ হৈ পৰা নাছিল তেতিয়ালৈকে সমাজত বৰ বেচি বিশৃংখলাৰ সৃষ্টি হোৱা নাছিল।

তেওঁ ইমান মনোযোগ দি শুনিছিল যে, তেওঁ যে তাৰ ওচৰত বহি আছিল সি অনুভৱেই কৰা নাছিল। সি কৈ গ'ল কিদৰে ভাৰতৰ অৰ্থনীতি বিশেষকৈ নিৰ্ভৰ কৰিছিল বহিৰ্বাণিজ্যৰ ওপৰত, ভাৰতৰ ৰপ্তানি সামগ্ৰী আছিল ৰেচম, মছলা আৰু গন্ধদ্ৰব্য। ভাৰতৰ ৰেচমে ইউৰোপৰপৰা ইমান সোণ টানিছিল যে, ৰোমৰ বুদ্ধিজীৱিসকলে আতংকিত হৈ ৰেচমৰ ব্যবহাৰ কমাবৰ অৰ্থে কলম তুলি লবলৈ বাধ্য হৈছিল। তদুপৰি সোণৰ বহিৰ্গমন ৰোধ কৰিবলৈ আইন কৰা হৈছিল। তেতিয়া বাইজান্টিয়ান শাসনৰ কাল। জাস্টিনিয়ান আছিল বাইজান্টিযান সম্ৰাট। ষষ্ঠ শতাব্দীৰ মাজ ভাগত তেওঁৰ উদ্যোগতে চীনৰপৰা পাটপলুৰ কণী চুৰি কৰি অনা হৈছিল। স্থানীয়ভাৱে ইউৰোপত পাটখেতি কৰাৰ ফলত ভাৰতবৰ্ষই বহিৰ্বাণিজ্যত ক্ষতিৰ সম্মুখীন হৈছিল। তাৰ প্ৰত্যক্ষ ফল স্বৰূপে দেশত মুদ্ৰাৰ অভাব ঘটিছিল।

: কামৰূপত তাৰ প্ৰভাব কিয় পৰা নাছিল ?

সি সপ্ৰশংস দৃষ্টিৰে মাৰবিনালৈ চালে। ছোৱালীজনীৰ বিশেষ গুণ হ'ল তেওঁৰ উপলব্ধিৰ ক্ষমতা। তেওঁ উপযুক্ত ক্ষেত্ৰত আটাইতকৈ উপযুক্ত প্ৰশ্নটোকে কৰিছিল। সি কলে যে, তাৰ কাৰণ তিনিটা। প্ৰথম হ'ল—ইয়াত বৰ্ণব্যৱস্থা নাছিল। গতিকে শ্ৰেণী-বিভক্ত সমাজো নাছিল, দ্বিতীয়তে ইয়াত জানপৰী সংস্কৃতিয়ে গা কৰি উঠা নাছিল। কামৰূপৰ নগৰীৰ প্ৰশাসন কেন্দ্ৰ-নিগমেই আছিল সমস্ত কৰ্মপদ্ধতিৰ নিয়ন্ত্ৰক। তৃতীয়তে ৰেচম ব্যৱসায় ভাৰতবৰ্ষৰ দৰে কেৱল পাট আৰু তচৰৰ ব্যৱসায়েই নাছিল, পাট আৰু তচৰ চীন দেশতো আছিল। কামৰূপত আছিল এৰী আৰু মুগাও। এই ছুয়োবিধ ৰেচমৰ কামৰূপেই আছিল আদিম উৎস স্থল। এই কেইটা কাৰণতেই কামৰূপৰ অৰ্থ-নীতিৰ বুনিয়াদ বিক্ষিপ্ত হৈ পৰা নাছিল। সি কলে যে, ভাস্কৰ বৰ্মণৰ পাচত নিগমৰ শক্তি দুৰ্বল হৈ পৰিছিল আৰু ফলত কামৰূপৰ অৰ্থনীতিও বিক্ষিপ্ত হৈ পৰিছিল। সেইদিনতো সামৰিক শক্তি আৰু

বাণিজ্যৰ সা-সুবিধাৰ দ্বাৰাহে এখন ৰাজ্যই আন্তৰ্দেশীয় ক্ষেত্ৰত স্বীকৃতি লাভ কৰিব পাৰিছিল। ভাস্কৰ বৰ্মণৰ মৃত্যুৰ পাচত এই ছয়োটা দিশতে কামৰূপ হীনবল হৈ পৰিছিল। যাৰ ফলস্বৰূপে কামৰূপ একেবাৰে মৰ্যাদাহীন হৈ গৈছিল। কথাবোৰ কৈ যাওতে সি সময়ৰ কথা পাহৰি আছিল। এটা মুহূৰ্ত্তত সি হঠাৎ সচেতন হৈ পৰিল আৰু তেওঁক কলে পোহৰ যোৱাৰ আগতে ধৰিত্ৰী-বৰাহ আৰু ইবোটিক মূৰ্ত্তি কেইটাৰ ফটো তুলি আনিবলৈ।

সি মন্দিৰটোৰ চাৰিওপিনে থকা গ্ৰাম্য শোভা উপভোগ কৰাত ব্যস্ত হৈ পৰিল। পুখুৰীটোৰ উত্তৰ পাৰে থকা মণিকূটটোৰ উকা, জনহীন প্ৰাংগনখন আবেলিৰ ৰ'দে দুহাতেৰে ভৰাই দিছিল। পুৱাৰ বেলি যেন ৰঙা ফুলৰ ভৰত দো খাই থকা ক্ষীণ লাস্যময়ী জবাফুল জোপাই ৰ'দৰ হেঁচাতেই যেন ক্লান্ত হৈ পৰিছিল। পুখুৰীৰ আনটো পাৰত থকা বুঢ়া গুলচী জোপাই পৰম নিৰ্লিপ্ততাৰে কেৱল অভ্যাসবশতঃ যেন পুখুৰীৰ পানীলৈ পাহে পাহে ফুলবোৰ ছটিয়াই আছিল।

সি ছোৱালীজনীয়েনো কি কৰিছে বুলি ভাবি পিচপিনে ঘূৰি চালে। দেখিলে কেমেৰাটো কোচত লৈ তেওঁ মূৰ্ত্তি থকা ঘৰটোৰ সন্মুখৰ খটখটিত অন্যমনস্ক হৈ বহি আছে। যেন খাজুৰাহোৰ কোনোবা সুৰসুন্দৰীহে। ছোৱালীজনীক অদ্ভুত ভাল লাগি গ'ল তাৰ।

: কি, গুৱাহাটীৰ কিতাপখন মোৰ মুখলৈ চাই থাকিলেই লেখা শেষ হব নেকি ?

: এনেদৰে চাই থাকিবলৈ পালে গুৱাহাটীহে নালাগে পৃথিবীৰ আৰু কত কিতাপ লেখি শেষ কৰি দিব পৰা হব।

সিও যে তেওঁলৈ চাই একেবাৰে আপোন পাহৰা হৈ গৈছিল তাৰ খেয়ালেই নাছিল। তেওঁৰ ৰগৰত সি থতমত খাইছিল, কিন্তু মুহূৰ্ত্ততে নিজকে চম্ভালি লৈ ওলোটা জবাব দিছিল একে আয়াসেৰে।

তেওঁ তাৰ কথাৰ উত্তৰত একোকে নকৈ খটখটিৰ পৰা উঠি হাতেৰে আলফুল কৰে পিচপিনে কাপোৰ জোকাৰি ললে। তাৰ কাষ চাপি আহি কলে—

: মোৰ কাম শেষ। আৰু কিবা আছে নেকি?

: আছে। আহক ইয়ালৈকে। বহক।

তেওঁ তাৰ কাষত আয়মেৰে বহি লৈ কলে—

: কওক কি কৰিব লাগিব।

: এতিয়া অপেক্ষা কৰিব লাগিব।

: কাৰ কাৰণে?

: অপেক্ষা কৰক, দেখিবই নহয়।

অগত্যা তেওঁ মনে মনে বহি থাকিল। তাৰ মনত জোৱাঁৰ উঠিছিল। তেওঁৰ মাতত যে ইমান নাৰীসুলভ কমনীয়তা আছিল, প্ৰথম মদন-কামদেবত লগ পোৱাৰ দিনা ক'ত যে লুকাই আছিল এই কণ্ঠস্বৰ— সি ভাবি আচৰিত হৈ গৈছিল। সাজপাৰত তেওঁৰ কোনো ধৰণৰ চৌখীনতা নাছিল, কিন্তু এনে এক স্নিগ্ধ পৰিপাট্য আছিল যে, চালে চকু ঘূৰাই অনা টান হৈ পৰিছিল।

বহুত সময় অপেক্ষা কৰাৰ পাচত তেওঁ কিবা এটা আবেশত বিহ্বল হৈ পৰাৰ দৰে দুৰ্বলভাৱে কলে—

: ক'তা কোনো নাহিল চোন?

: আহিছিল, কিন্তু এইমাত্ৰ চক খাই আঁতৰি গ'ল।

: কোন বাৰু?

: নিৰ্জনতা। আহি একেবাৰে জমি গৈছিল। হঠাৎ আপোনাৰ মাতত চক খাই গুচি গ'ল।

তাৰ কথা শুনি তেওঁ খিল্ খিল্ কৰি হাঁহি দিছিল। মন্দিৰৰ চাৰিওপিনে ঘেৰি থকা নিৰ্জনতা তেওঁৰ হাঁহিৰ শব্দত থান বান হৈ গৈছিল।

: আপুনি একেবাৰে তৃতীয় শ্ৰেণীৰ মানুহ দেই।

হাঁহি হাঁহি কৈছিল যদিও তেওঁৰ কথাষাৰে তাক কিন্তু বাৰুকৈয়ে আঘাত দিছিল। সি তেনেদৰে তেওঁ কিয় কলে তাৰ কাৰণটো সুধিব খোজোতেই কলে—

: এই তৃতীয় শ্ৰেণীৰ নিৰৰ্থক কথাবোৰত সময় খৰচ কিয় কৰে

বাৰু? আপুনি ইমানবোৰ ভাল কথা জানে, লেখিব পাৰে, এনে ধৰণৰ তৃতীয় শ্ৰেণীৰ কথাবোৰত সময় বৰবাদ নকৰিব? মোৰে শপত আপুনি লেখক।

: হৈছে বাৰু। চাৰমন জাৰি কৰিব নালাগে।

তাৰ তিৰ্যক কথাষাৰ শুনি হতাশাৰ ভাব দেখুৱাই তেওঁ মনে মনে থাকিল। বেলিটো ক্ৰমে নিস্তেজ হৈ পৰিছিল। পুখুৰীৰ নিশ্চল পানীখিনিত মাজে মাজে একোচাটি বতাহে শিহৰণ তুলি গৈছিল।

ইমান পৰে সি লক্ষ্যই কৰা নাছিল যে, পানীখিনিত শিহৰণ তোলা বতাহৰ চাটিবোৰ ঘন হৈছিল আৰু পানীবোৰ হঠাৎ কজলা হৈ পৰিছিল। উত্তৰ পশ্চিম চুকৰ পৰা ক'লা মেঘৰ ডবাটোৱে যে ইতিমধ্যে আকাশৰ ভালেখিনি ছানি ধৰিছিল সি মনেই কৰা নাছিল। সি যাবৰ বাবে সাজু হৈ তেওঁৰ পিনে চাই কলে—

: নেযায় নে?

: যাওঁ, মই পিচে নিৰ্জনতা বেয়া নাপাওঁ। কিন্তু নিৰ্জনতাত কেৱল নিৰ্জনতাৰ কথাকে ভাবিম, এন্ধাৰত কেৱল এন্ধাৰৰ কথাকে ভাবি চমৎকৃত হ'ম—সেইটো মই ভাল নাপাওঁ।

সি বুজিলে ইমানপৰে তেওঁ তাক কোৱা কথাখিনিকে ভাবি আছে। সি আঘাত পোৱা বুলি ভাবি তাক সান্ত্বনা দিয়াৰ যত্ন কৰিছে। সেই সম্বন্ধে কোনো মন্তব্য নিদি সি মাথোন কলে—

: বলক, বেলিটো মেঘত অলপ পাচতে ঢাক খাই পৰিব, তেতিয়া মোৰ মনটো বেয়া লাগিব। বলক তাৰ আগতে ইয়াৰপৰা ওলাই যাওঁ। মই পিচে পোহৰে থাকোতেই এন্ধাৰৰ কথা ভাবিছোঁ।

তেওঁ বিৰক্তি নে হতাশাত এটা দীঘল হুমুনিয়াহ কাটি যাবলৈ সাজু হ'ল।

গুৱাহাটীত ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আছি উত্তৰ পাৰে ক'লা হৈ নামি

অহা মেঘৰ তলত কোনখিনিত পিংগলেশ্বৰ আৰু মদন-কামদেৱ পৰিব পাৰে তাকে সি মনে মনে ঠাৱৰ কৰিবৰ যত্ন কৰিছিল। তাৰ পাচত চিলা চকী, মোমাই কটা গড, বৰমৰে, আগিয়াঠুটী চব এটা এটাকৈ ঠাৱৰ কৰাৰ চেষ্টা কৰিছিল। সি ইমান অন্যমনস্ক হৈ পৰিছিল যে, গুৱাহটীৰ কোনখিনি পালেহি সি ধৰিবই পৰা নাছিল।

গাড়ীখন হঠাৎ বৈ যোৱাতহে সি সজাগ হৈ পৰিল।

: কিয় ৰখালা ড্ৰাইভাৰ?

: মই নামিম।

উত্তৰটো তেওঁ দিলে।

: এন্ধাৰ হ'ল চোন, ঘৰত থৈ আহিমনে?

: নাই নাই নালাগে। এয়া ওচৰতে, মই অকলেই পাবিম।

তেওঁৰ কথাখিনি চকখাই কোৱাৰ দৰে শুনা গৈছিল। সি কি কব ভাবি নোপাওঁতেই এটা এন্ধাৰ গলিত তেওঁ অদৃশ্য হৈ পৰিছিল।

ক'ত যে হেৰাই অদৃশ্য হৈ গ'ল অৰণ্যৰ এন্ধাৰত তেওঁৰ পিচে পিচে আহি থকা গা ৰখীয়াৰ দ'লটো। তেওঁ নিজেই ঘূৰি ঘূৰি ইপিনে সিপিনে চালে কিন্তু কতো মানুহ থকাৰ লক্ষণ নেদেখিলে। শেষত বিচাৰি বিচাৰি অৱশ হৈ বিয়াগোম শিল এটাত উঠি তেওঁ বহি ললে। খন্তেক জিৰাই লৈ তেওঁ শিলটোত থিয় হৈ চাৰিওপিনে চাই পঠিয়ালে।

তেওঁ এতিয়াহে সচেতন হ'ল যে, জংঘলৰ তলত দুৰ্ঘোৰ এন্ধাৰ যেন লাগিলেও আচলতে বেলি মাৰ যাবলৈ তেতিয়াও ভালেখিনি সময় আছিল, তেওঁলোক যিখন নৈযেদি আহিছিল তেওঁ ভাবিছিল তেওঁ উঠি থকা পাহাৰটো নৈৰ পৰা ভালেমান দূৰ হব। এতিয়া দেখিলে, নৈখনে পাহাৰটো চুই বৈ গৈছে। অৱশ্যে তেওঁ থকাৰ পৰা পাহাৰৰ টিলা ছুটা পাৰ হলেহে নৈৰ পাৰ পোৱা যাব। আৰু এতিযা সেইটো কৰিবলৈ গলে, নৈৰ পাৰ পায় মানে ৰাতি আন্ধাৰ হৈ যাব।

শিলটোত উঠি তেওঁ অৰণ্যখনৰ পৰিসীমা ঠাৱৰ কৰিবলৈ যত্ন কৰিলে। ঠিক কোন পিনেদি তেওঁলোকে প্ৰকাণ্ড হৰিণাটো খেদি পাহাৰটোত উঠিছিল। কিন্তু তেওঁ দেখিলে উত্তৰে বিশাল নৈখন, দক্ষিণে সীমাহীন পাহাৰ, পূবে নদীৰ পাৰে পাৰে বহুদূৰ বিস্তৃত তৰা, টঙা বৰতাবনৰ দুৰ্ভেদ্য জংঘলে ঘেৰা আৰু গভীৰ নিশ্চল পুনি, পদুম আৰু ভেঁটফুলৰ জাহনিৰে ভৰা দীঘল জলাশয়। পশ্চিমেও অৰণ্য আৰু পাহাৰ।

চাৰিওপিনে চাই বহু সময়ৰ পাচতো যেতিয়া তেওঁ দলটো কোনপিনে ক'ত যাব পাৰে একো অনুমান কৰিব নোৱাৰিলে, তেওঁ ভাবিলে, ৰাতিটো শিলটোতে কটাই পাচদিনা পুৱাৰ পৰা আকৌ ভালদৰে বিচাৰিব লাগিব। মনৰ উৎকণ্ঠা আঁতৰাই মনটোক সুস্থিৰ কৰিবৰ তেওঁ যত্ন কৰিলে। শিলটোত বহি থকাতকৈ গছ এজোপাৰ ওপৰত

ৰ'হি লব পাৰিলে, হয়তো ৰাতি নিশাচৰ জন্তুৰ পৰা বেচি নিৰাপদ হব, তেওঁ মনতে ভাবিলে আৰু কাষৰে পাজৰে থকা গছবোৰলৈ চালে, ক'ত বহাটো আৰামদায়কো হব আৰু নিৰাপদো হব। তাকে ভাবি চাৰিওপিনে লাহে লাহে চকু বুলাই লৈ যাওতে এটা অদ্ভুত দৃশ্য তেওঁৰ চকুত পাৰিল। তেওঁ দেখিলে এটা ওখ টিলাত এজোপা বিয়াগোম চাম-কঠালৰ তলত অকলশৰে বুঢ়ী মানুহ এজনীয়ে আমন জিমনকৈ ৰ'দ পুৱাই আছে। জংঘলৰ পাতৰ ফাকেদি দৃশ্যটো হঠাৎ তেওঁৰ চকুত পৰাত তেওঁ স্তব্ধ হৈ ৰৈ গৈছিল আনকি তেওঁৰ বুকৰ ধপধপনিও বন্ধ হৈ গৈছিল হঠাৎ।

তেওঁৰ দৃঢ় বিশ্বাস হ'ল, মানুহজনী নিশ্চয় মানুহ নহয়, অশৰীৰী প্ৰেতিনী বা যখিনী হব।

তেওঁ হাতত খোলা তৰোৱাল লৈ শিলটোৰ পৰা নামি আগবাঢ়ি গ'ল। অলপ ওপৰলৈ উঠাৰ পাচতে তেওঁৰ ভুল ভাগি গৈছিল। দেখিলে যেনি তেনি সজা কেইটামান ঘৰ। দহঘৰমান মানুহৰ এটা সৰু চুবুৰী। বুঢ়ীজনীয়ে নিজৰ ঘৰৰ সম্মুখত বহি আছিল।

পিয়াহত তেওঁৰ অণ্ঠকণ্ঠ শুকাই গৈছিল। কাষ চাপি গাওঁখনত মাইকী মানুহ বাহিৰে মতা মানুহ এজনো নেদেখিলে। নিৰুপায় হৈ তেওঁ বুঢ়ীকেই এবাতি পানী খুজিলে।

: এই গধূলিখন তোৰনো কি মৰ-পিয়াহটো লাগিল আকৌ? ক'ৰ পৰা আহিছ?

: মই বহুদূৰৰ পৰা আহিছোঁ। আমি কেবাজনো আহিছিলোঁ। কিন্তু মোৰ লগকেইটা হেৰাল। সিহঁতক বিচাৰি বিচাৰি পিয়াহত মোৰ অণ্ঠ কণ্ঠ শুকাই গৈছে।

তেওঁ বুঢ়ীৰ পিনে নোচোৱাকৈয়ে কৈছিল কথাকেইটা। বুঢ়ীয়ে বহি থকাৰ পিনে চাই দেখিলে যে বুঢ়ী তাত নাই। ইতিমধ্যেই বুঢ়ীয়ে কাষৰ জৰাজীৰ্ণ পজাঘৰটোৰ পৰা বাতি এটাত এবাতি পানীলৈ আহিছে।

: হোঁ খা। তোৰ নাম কি অ'? বিয়াবাক কৰাইছ নে নাই? নে ডুঙুৰা-বৰলা হৈয়ে আছ?

: মই বিয়া কৰাইছোঁ, মোৰ ল'ৰা ছোৱালীও আছে। মোৰ নাম বিশ্বসিংহ।

: কি কলি নামটো? ইমান বেয়া নাম! তোক দেখোন মাতিবলৈকে টান। তই তাৰ মানে আমাৰ মেচ মানুহ নহয়। দেখিলে কিন্তু তোক মেচ নহয় বুলি কোনেও কব নোৱাৰে। কি কলি নামটো? আকৌ এবাৰ ক চোন।

: বিশ্বসিংহ।

: হ'ক দে 'পাই। নামটোলৈ কি আছে? জাতিটোও নো কি? মানুহেহে লগাই লোৱা। তোৰ মংগল হ'ক বাছা।

: গছ জোপাৰ গুৰিত সেই ঢিপটো কিহৰ আইতা?

ওচৰৰ চাম কঠাল জোপাৰ গুৰিত মচি কাচি থোৱা মাটিৰ ঢিপ এটা আছিল। কাষত দিনতো কোনোবাই আগবঢ়োৱা নৈবেদ্যৰ ফুল পাতবোৰ পৰি আছিল।

: সেয়া দেৱতাৰ থান বাছা। সাক্ষাত জাগ্ৰত দেৱতা। যিহকে মানত নকৰ লাগিলে, যদি সঁচাকে মনে প্ৰাণে কৰিছ, তাৰ ফল তোক দেৱতাই হাতে হাতে দিব।

'মনে প্ৰাণে' বুলি কৈ তাই যে অন্তৰৰ শ্ৰদ্ধাৰ কথা বুজাইছিল তাকে বুজাবলৈ তাই নিজৰ শোতোৰাপৰা হাতখন বুকত দিছিল তেওঁক কথাখিনি কোৱাৰ সময়ত।

: মই তেনেহলে এতিয়াই পূজা কৰিম যাতে মোৰ হেৰাই যোৱা লগ কেইজনক পাওঁ।

: বহচোন, ইমান অধৈৰ্য হৈছ কেলেই। গোসায়ে দিনৰ দিনটো মানুহৰ মানত পূৰা কৰি নিশ্চয় ভাগৰি পৰিছে। ৰাতিটো অকণ জিৰণি লব। তই আজি আমাৰ পঁজাতে থাক। পুৱাতে আমি তোৰ পূজাৰ যোগাৰ কৰি দিম। ময়ে এই থানৰ দেওধনি। দেউৰীক মই আজিতে কৈ থম। তই বাক গাহৰি নে কুকুৰা চৰাই বলি দিবি।

: যিটো ভাল হয়।

: গাহৰিকে দে।

: হব।

: বল তোক এতিয়া মই গাওঁবুঢ়াৰ তালৈ লৈ যাওঁ। আজি ৰাতিটো তই তাতে থাকিবি।

পাচদিনা পুৱা ষোড়শপচাৰে পূজা হ'ল। গাহৰি কাটি তাৰ তপত তেজেৰে টিপটো তিয়াই দিয়া হৈছিল। তেওঁ তেতিয়াহে লক্ষ্য কৰিছিল, টিপটোৰ তলত শিল এটাৰ ফাটেদি পানীৰ নিজৰা এটা বৈ আছিল। পূজাৰ অন্তত দেউৰীয়ে তেওঁক নির্দেশ দিলে সাষ্টাংগে প্ৰণিপাত জনাই দেৱতাৰ ওচৰত তেওঁ মনেদি বিচৰা কথাটো প্ৰকাশ কৰি প্ৰাৰ্থনা জনাবলৈ।

তেওঁ প্ৰণিপাত কৰি উঠিছিল হে মাথোন, এনেতে দেখিলে টিলাটোৰ তলৰ জংঘলবোৰ ভাঙি ভাঙি তেওঁৰ হেৰাই যোৱা লগ কেইটা থানৰ কাষত ব্যস্ত হৈ থকা মানুহ জুমকে লক্ষ্য কৰি উঠি আহিছিল। তেওঁ অভিভূত হৈ আকৌ এবাৰ দেৱতাৰ প্ৰতি সাষ্টাংগে প্ৰণিপাত জনালে।

তেওঁৰ প্ৰণিপাত কৰা ভংগীটো দেখি যাত্ৰীসকলৰ বহুতেই আমোদ পাইছিল। ডেকা লৰা ছুটামানে ফিচিঙা ফিচিঙও কৰিছিল। তেওঁ কিন্তু সেইবোৰৰ প্ৰতি একেবাৰে নিৰ্বিকাৰ আছিল। পিচপিনে ভীৰৰ মাজত সিও সোমাই আছিল। তেওঁ তাকো দেখা নাছিল।

তেওঁ কোনোপিনে নোচোৱাকৈ দৈত্যকায় এটা যন্ত্ৰ কজ্জাবোৰ খুলি সৰু কৰি দিয়াৰ দৰে, তেওঁ প্ৰথমে প্ৰসাৰিত হাতছুটা কোঁচাই আনিলে, তাৰ পাচত ভৰিকিটা কোঁচাই আনিআঠু কাঢ়ি ললে। তাৰ পাচত হাত কিটাত ভৰদি আঠু কাঢ়ি বহি ললে আৰু লাহেকৈ টিকাটো দাঙি মানুহজন থিয় হ'ল। লগে লগে তেওঁ শাৰীৰ ভিৰত সোমাই পৰিল। ইমান শকত মানুহজন সাষ্টাংগে প্ৰণিপাত কৰি উঠিল কিন্তু তেওঁক অকণো ক্লান্ত যেন নালাগিল।

শাৰীটোৰ পিচপিনে তেৱোঁ যে আহি আছিল। তাৰো বহুত পিচত থকা দেখি সি লক্ষ্য কৰা নাছিল। কিন্তু প্ৰদক্ষিণ কৰোতে লিংগ-পীঠৰ ছুয়ো পিনে যেতিয়া ছুয়ো মুখামুখি হ'ল তেতিয়াহে সি তেওঁক লক্ষ্য কৰিলে। তাৰ চকুৱে চকুৱে পৰাৰ লগে লগেই মাৰবিনাই ইংগিতেৰে সুধিলে—সি তেওঁৰ মহাকক দেখিলেনে নাই বুলি। সি দেখা বুলি কৈয়ে শাৰীৰ ভিৰত আগবাঢ়ি গৈছিল। পিচ পিনে মাৰবিনাই চিঞৰা শুনিছিল—'বাহিৰত ৰব দেই' বুলি।

বাহিৰলৈ আহি সি বেচি পৰ ৰবলগীয়া হোৱা নাছিল। সি ভাবিছিলেই, মাৰবিনাও তাৰ দৰেই দেৱতাক প্ৰণাম নজনোৱাকৈয়ে আহিব। সি আহি মন্দিৰৰ সম্মুখৰ এডোখৰ খোলা ঠাইত ছুবৰিয়নিত বহি লৈছিল। অলপ পাচতে মাৰবিনাও আহি বহি ললেহি। কোনো পাতনি নেমেলাকৈয়ে কলে—

: মহাদেউক দেখিলেনে? তেখেত কিন্তু একেবাৰে ক্লান্ত নহয়

এইবোৰ কামত। এতিয়া চাগে' আৰু কোনোৱা দেৱী-দেৱতাৰ আগত গদ গদ হৈ চকু মুদি পৰি আছে।
তাৰ শিৱলিংগৰ সম্মুখত প্ৰণাম কৰি উঠিবলৈ লওতে দৈত্যকায় এটা যন্ত্ৰৰ কজাবোৰ এফালৰ পৰা খুলি সক কৰি লৈ যোৱাৰ দৰে দেখা প্ৰিন্সিপাল বৰুৱাৰ ছবিটো মনলৈ আহিল। সি কলে—

: তেখেতসকলৰ দৰে মানুহৰ আচল শক্তি হ'ল আন্তৰিক নিষ্ঠাৰ শক্তি।

: এতিয়া বাদ দিয়ক সেইবোৰ। আপোনাৰ কামাখ্যা মন্দিৰৰ কাহিনীটো পঢ়িলোঁ। মন্দিৰটো যে প্ৰথমে কোচবেহাৰৰ ৰজা বিশ্বসিংহই সজাইছিল সেইটো বহুতেই নাজানে। বিশ্বসিংহই সেইদিনা থানৰ সেই জাগ্ৰত দেৱতাক পূজা কৰাৰ ফল হাতে হাতে পাইছিল। তেওঁৰ হেৰোৱা লগ কেইটা পূজা শেষ হোৱাৰ লগে লগে ওলাইছিলহি। তেওঁ কৃতাৰ্থ হৈ প্ৰতিজ্ঞা কৰিছিল যে, সেই থানতে তেওঁ সোণেৰে এটা মন্দিৰ সজাই দিব।
তাৰ ভালেই লাগিছিল নে বেয়াই লাগিছিল সেইবোৰলৈ ভ্ৰুক্ষেপ নকৰি মাৰবিনাই কৈ গৈছিল কিদৰে ৰজা বিশ্বসিংহই বহু চেষ্টা কৰিও নিজৰ প্ৰতিজ্ঞা পূৰণ কৰিব পৰা নাছিল। তেওঁ মন্দিৰটো সাজিছিল, কিন্তু সোণেৰে নহয়, ইটাৰেহে। অৱশ্যে দেৱতাৰ সাক্ষাতত প্ৰতিজ্ঞা কৰা হেতুকেই গোটেইটো সোণেৰে নেসাজিলেও প্ৰতিডোখৰ ইটাতে একোৰতিকৈ সোণ দিছিল।

তেওঁ অৱশ্যে মন্দিৰ সাজি দিয়ে ক্ষান্ত থকা নাছিল। ৰাজ্যৰ ৰজা হিচাপে প্ৰজাৰ আধ্যাত্মিক ক্ৰিয়া কৰ্মত যাতে কোনো ধৰণৰ ত্ৰুটী নঘটে তালৈ লক্ষ্য ৰাখি থানৰ চাৰেক মেচ দেউৰীসকলক গুচাই তাত পশ্চিমৰ পৰা পূজাৰী ব্ৰাহ্মণ অনাই থাপিছিল। সেয়ে এতিয়াৰ কামাখ্যা মন্দিৰ।

: পোন্ধৰ শ তেপন্ন খৃষ্টাব্দত সেই মন্দিৰ হেনো কালাপাহাৰে ভাঙিছিল। তাৰ পাচত পোন্ধৰশ পয়ষট্টি খৃষ্টাব্দত বিশ্বসিংহৰ পুত্ৰ ৰজা নৰনাৰায়ণে ভায়েক বীৰ চিলাৰায়ৰ উদ্যোগত এগৰাকী

পশ্চিমীয়া ৰাজমিস্ত্ৰীৰ দ্বাৰা পুনৰ মন্দিৰটো আগৰ ঠাইতে সজাই দিয়াইছিল।

তাৰ মন্তব্য শুনি মাৰবিনাই চিন্তা কৰি কলে—

: খৃষ্টীয় ষোল শতিকাৰ দ্বিতীয় দশকত কোচ ৰাজবংশী ৰজাই যেতিয়া প্ৰথমে কামাখ্যাৰ আৱিষ্কাৰ কৰিছিল তেতিয়া গুৱাহাটীৰ প্ৰতি কোনেও মনোযোগ দিয়া নাছিল যেন লাগে।

: আপুনি ঠিকেই ধৰিছে। মাত্ৰ পোন্ধৰশ তিৰানৈবে খৃষ্টাব্দ মানত চিলাৰায়ৰ নাতি পৰীক্ষিত নাৰায়ণে যেতিয়া কোচ-ৰাজবংশী ৰাজ্যৰ সংকোষ নইৰ পূৰ পিনৰ অংশৰ ৰজা হৈছিল—তেতিয়া তেওঁ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে গুৱাহাটী নগৰৰ প্ৰতিষ্ঠা কৰিছিল আৰু দক্ষিণ পাৰে পাণ্ডুত এটা সামৰিক ঘাটি কৰিছিল।

সি কৈ গ'ল যে, পাণ্ডুত ঘিলা-বিজয়পুৰৰ কোছ—ৰাজবংশী ৰজা পৰীক্ষিত নাৰায়ণে সামৰিক ঘাটি কৰিছিল যদিও যি পৰ্যন্ত ভাৰতৰ অধিকাংশত ৰাজত্ব কৰা প্ৰবল পৰাক্ৰমী মোগল শক্তিৰ সতে, পূৰ্ব-ভাৰতৰ প্ৰবল পৰাক্ৰমী সুদীৰ্ঘতম শাসনৰ প্ৰৱৰ্তক আহোম শক্তিৰ সংঘৰ্ষ হোৱা নাছিল সেই পৰ্যন্ত গুৱাহাটীয়ে সামৰিক গুৰুত্ব লাভ কৰা নাছিল।

: চৌধুৰী, লওক প্ৰসাদ।

সিংহৰ গৰ্জনৰ দৰে মাতটোৰ লগে লগে এখন বিশাল ক'লা হাত এনেদৰে তাৰ সম্মুখলৈ আহিছিল যে, আগেয়ে নজনা যি কোনো এজনেই হৃৎক্ৰিয়া বন্ধ হোৱা অৱস্থাৰ সম্মুখীন হ'লহেতেন। কিন্তু সি প্ৰিন্সিপাল বৰুৱাৰ মাতষাৰেই নহয়, প্ৰসাৰিত হাতখনকো চিনি পাইছিল।

বৰুৱা কাষতে বহি ললে। শ্ৰীমতী বৰুৱাক সি ইমানপৰে দেখা নাছিল। মাৰবিনাৰ কাষত বহাৰ লগে লগেহে দেখিলে। সি সৌজন্য ৰক্ষাৰ অৰ্থে শ্ৰীমতীবৰুৱাক সুধিলে—

: অ' আপুনিও আহিছে?

: নাহি পাৰোঁ জানো? মই পিচে এওঁৰ লগত শিৱলিংগত

পূজা দিবলৈ যোৱা নাই। শিৱৰাত্ৰিৰ মেলা চাবলৈ আহিছোঁ উমানন্দ-লৈ; লিংগত প্ৰণিপাত জনাবলৈ অহা নাই।
সি বুজিছিল পৰম বিৰক্তিত তেখেতে তেখেতৰ ধৰ্মপ্ৰাণ স্বামীৰ বিৰুদ্ধে বিষোদগাৰ কৰিছিল। সি তেখেতৰ কথাৰ উত্তৰত একো নকৈ শিৱৰ প্ৰসাদ খোৱাত ব্যস্ত হৈ পৰিল। সি আৰু এটা কথা লক্ষ্য কৰিছিল যে, মহাক আহি বহাৰ লগে লগে মাৰবিনাজনী বতাহ ওলাই যোৱা এটা বেলুনৰ দৰে লেতু সেতু হৈ পৰিছিল। মহাকেও এনে এটা ভাব দেখুৱাইছিল যেন তেওঁ মাৰবিনা তাত থকা কথাটো নাজানেই, মাৰবিনাক যেন তেওঁ দেখাই নাই।

: বুজিছে চৌধুৰী, সোতৰ শতিকাৰ আগডোখৰত সেই ৰাজবংশী দদায়েক ভতিজাক হালৰ যদি কাজিয়া নেলাগিলহেতেন গুৱাহাটীয়ে ইতিহাসত ঠায়ে নাপালেহেঁতেন।

: কিন্তু ইয়াৰ বাণিজ্যিক গুৰুত্ব ?

: গুৱাহাটীৰ বাণিজ্যিক গুৰুত্বও বিশেষ নাছিল সেই সময়ত। কিয়নো কোচ হাজোত থিতাপি লোৱাৰ পাচত মোগল শাসনে বাই-হাটাত এখন ডাঙৰ হাটৰ প্ৰতিষ্ঠা কৰিছিল। কামৰূপৰ প্ৰসিদ্ধ তামোল-পান, বেত-বাহৰ বস্তুৰ ব্যৱসায় কেন্দ্ৰ আছিল বাইহাটা। পুঠিমাৰী নদীয়েদি বাণিজ্য সামগ্ৰী ব্ৰহ্মপুত্ৰলৈ নিয়া হৈছিল। কামৰূপৰ আৰু এটা পৰম মূল্যবান সামগ্ৰী আছিল বৰনগৰৰ ফুলাম পাটৰ শাড়ী। সেই সামগ্ৰী গৈছিল মানাহ নদীপথেদি। উজনি-নামনি, উত্তৰপাৰ-দক্ষিণপাৰ সমগ্ৰ অসমৰ ৰাজ আলি আছিল ব্ৰহ্মপুত্ৰ নদীপথ। একোটা মাহত এই নদীপথেদি বত্ৰিশ হেজাৰখন ব্যৱসায়ী নাও অহাযোৱা কৰিছিল। কিন্তু গুৱাহাটীৰ বিশেষ তাত অৰিহনা নাছিল। ৰাজবংশী ৰজা লক্ষ্মী নাৰায়ণ আৰু পৰীক্ষিত নাৰায়ণে কাজিয়া কৰি মোগলৰ শৰণাপন্ন নোহোৱাহেঁতেন আৰু ককায়েকৰ ইজ্জত ৰচাবলৈ বলী নাৰায়ণে যদি আহোম শক্তিৰ কাষ নাচাপিল-হেতেন তেনেহলে গুৱাহাটীৰ আজি নাম গোন্ধেই নৰ'ল হেতেন। বলী নাৰায়ণে হয়তো ঠিকেই কৰিছিল। দুৰৰ বৌ বৰালি, ওচৰৰ

পুঠি-খলিহা। আহোম শক্তি পিচে ওচৰৰ হলেও পুঠি-খলিহা নাছিল। বৌ-ববালিয়েই আছিল। বলীনাবায়ণৰ আমন্ত্রণত আহোম শক্তিয়ে কামৰূপত প্রবেশ কৰি গুৱাহাটীৰ কাষৰ পাণ্ডুত কোঠ মাৰিছিল। ইপিনে পৰীক্ষিত নাৰায়ণেও মোগলৰ দ্বাৰা প্রত্যাখ্যিত হৈ মৰণপণ কৰি মোগলৰ বিৰুদ্ধে যুঁজিছিল। মোগলে তেওঁক পৰাস্ত কৰি খেদি আহি ব্রহ্মপুত্ৰৰ উত্তৰে শৰাইখাট আৰু দক্ষিণে পাণ্ডুৰ কোঠত আক্রমণ কৰাত আহোম শক্তিয়ে ফেৰ পাতি ধৰিলে, পোন প্রথমে আহোমৰে জয় হ'ল। কিন্তু মোগল সৈন্যাধ্যক্ষ মকৰম খা আৰু চৈয়দ বাবাকৰে নেৰিলে। কোচবেহাৰৰ সৈন্য সকলো মোগলৰ লগ লাগিল। আৰু শেষত ষোলশ আঠত্রিশ খৃষ্টাব্দত গুৱাহাটীৰপৰা আহোম অপসৃত হ'ল। গুৱাহাটীত মোগলৰ স্থানীয় প্রশাসন কেন্দ্র গঢ়ি উঠিল।

প্রিন্সিপাল বৰুৱাই কথাবোৰ কৈ থাকোতে মাৰবিনাই এনেদৰে উঠি গৈছিল যে, সেইটোৱে সকলোৰে দৃষ্টি আকর্ষণ কৰিছিল। শ্রীমতী-বৰুৱাই তেওঁৰ পিচে পিচে উঠি গৈছিল। বৰুৱাই হঠাতে সুধিলে—

: আপুনি বোৰ হোৱানাই তো?

: নাই, নাই, আপুনি কৈ যাওক।

তাৰ সঁচাকে বৰুৱাৰ কথাবোৰ ভাল লাগিছিল। বৰুৱাই হঠাতে কোৱা বন্ধ কৰে বুলি সি ভয় খাই গৈছিল। তেওঁ আশ্বস্ত হৈ মহা আয়মেৰে পুনৰ তেওঁৰ অসমাপ্ত কাহিনী আৰম্ভ কৰিবলৈ লৈছিল এনেতে অলপ আঁতৰৰপৰা পত্নীয়ে মাত লগালে—

: আজি কি উমানন্দতে ৰাতি কটাওঁ বুলি ভাবিছে নেকি?

: তেনে ভাগ্য ক'ত এই পোৰা কপালত। সহধর্মিনীয়েই যেতিয়া ধর্মপ্রাণা নহয় তেনে সৌভাগ্য হবই বা কেনেকৈ?

: মই মৰাৰ পাচত আহিব দিয়ক তেনে সৌভাগ্য,—পেপাৰত লিখিবই নহয়, ধর্মপ্রাণা, সৰবৰহী মহিলা আছিলেঁ। বুলি।

বৰুৱা দম্পতিয়ে তাৰ ওচৰৰ পৰা বিদায় লৈ গৈছিল। মাৰবিনা কিন্তু

নগল। মাহীয়েকে হাঁহি হাঁহি সুধিলে যে তেওঁৰ উমানন্দত নিশিপালনৰ মন আছে নিশ্চয়। তেখেতে তেওঁক সতর্ক কৰি দি গ'ল যে, 'হাচিচ' পর্যন্ত 'এলাও' কৰিব পাৰি কিন্তু "ব্ৰাউন চুগাৰ, নো"। কোৱাৰ ধৰণত তেওঁ জ্বলি গৈছিল আৰু সি হাঁহিত ৰব নোৱৰা হৈছিল। যাবৰ সময়ত অৱশ্যে শেষ এটা সিদ্ধান্ত দিয়াৰ দৰে মাহীয়েকে কলে—

: বুজিছে চৌধুৰী, তাইক জোৰ কৰি হলেও আপুনি লৈ আহিব লগত। নহলে তাই হয়তো দুই তিনিদিন উমানন্দতে ৰৈ যাব। যি হে আপোন ভোলা ছোৱালী।

তেওঁলোক ঘাটলৈ বুলি নামি যোৱাৰ পাচত সি মাৰবিনাৰ পিনে চাইছিল। তেওঁ কিছু দূৰত হাত দুটাৰে আঠুদুটা সাবটি মূৰটো খুজি নিশ্চল হৈ বহি আছিল। কিছুদূৰ কাষ চাপি সি আকৌ এবাৰ ভালদৰে চালে। আৰু স্তব্ধ হৈ ৰৈ গ'ল। তেওঁৰ সমস্ত দেহ কঁপি কঁপি উঠিছিল। তেওঁ নিশ্চয় কান্দিছিল। কি কৰিব, কি নকৰিব ভাবি সি বিমোৰত পৰিল।

বিমোৰত পৰিছিল মোমাই তামুলী বৰফুকনেও। সুদীৰ্ঘ পঁচিশ বছৰ জুৰি আহোম আৰু মোগলৰ যুঁজ চলিছিল কামৰূপ বিশেষকৈ গুৱাহাটীৰ কৰ্তৃত্বক কেন্দ্ৰ কৰি। গুৱাহাটীৰ সামৰিক, বাণিজ্যিক সকলো দিশৰ পৰা গুৰুত্ব বাঢ়ি গৈছিল। উত্তৰকোলে শৰাইঘাটত আছিল ইয়াৰ কুলি খাঁ, বৈৰাম খাঁ আছিল অশ্বক্ৰান্তত, সত্ৰাজিত আছিল আগিয়াঠুঁটিৰ মাজুলীত। অৰ্থাৎ মোগলে গুৱাহাটীখন ঘেৰি আছিল।

কিছুদিনৰ কাৰণে যদিও পাণ্ডুত আহোমে কোঠ মাৰিছিল, সেই স্থিতি আছিল একেবাৰে অস্থায়ী। ইপিনে অসমত বিভিন্ন বিশৃংখলাৰ সৃষ্টি হৈছিল। মোগল আৰু আহোমৰ সীমা সম্বন্ধে এটা শান্তিপূৰ্ণ, স্থায়ী সমাধান নহলে মোগলৰ সতে কৰা যুদ্ধ-বিগ্ৰহত আহোম জয়ী হলেও সেয়া অসমৰ কাৰণে ক্ষতিকৰ হে হব।

মোগল বিষয়া মিৰ্জা নাথুলাই যুদ্ধ বিৰতিৰ অৰ্থে যিবোৰ সৰ্ত আৰোপ কৰি সন্দেশ পত্ৰ পঠাইছিল, বৰফুকনে আগতেই জানিছিল অসমৰ ৰজাই তাত সন্মত নহয়। আৰু সেয়ে হ'ল। স্বৰ্গদেৱ সন্মত নহ'ল। ইপিনে ৰাজবংশী ৰজাক আহোম শক্তিৰ লগ হৈ মোগলক খেদিবলৈ যেতিয়া আমন্ত্ৰণ কৰা হ'ল, তেতিয়া ৰজাই কলে যে, কামৰূপ দেশ তেওঁলোকৰহে, তাত তেওঁলোকৰ জন্মস্বত্ব বৰ্তিছে। তাক মোগলৰ হাতৰ পৰা উদ্ধাৰ কৰিব তেওঁলোকেহে তাৰ বাবে আকৌ আহোমৰ সহায় লব কেলেই।

কথাবোৰ চিন্তা কৰি বৰফুকন সঁচাকৈ বিমোৰত পৰিল। শান্তি প্ৰস্তাব আগবঢ়ালেই মিৰ্জা নাথুলা বা গুৱাহাটীৰ থানাদাৰ আল্লা ইয়াৰ খাঁনে মানি লব, কিন্তু শান্তিপ্ৰস্তাব মনোৱাই চব নহয়, আচল দৰকাৰী কথা হ'ল গুৱাহাটীখন কোনে ৰাখে, কাৰ ভাগত পৰে সেইটোহে।

আল্লা ইয়াৰ খানেও একেদৰেই ভাবিছিল। চামধৰাই বোলক, কাজলীয়েই বোলক বা হাজোৱেই বোলক, গুৱাহাটীৰ দৰে নদীপৰীয়া এনে এখন জেগা নাই য'ত চাৰিওপিনে সুবিধা আছে। ইয়াত দুয়োপাৰে পাহাৰ থকাই নহয়, এই পাহাৰত উত্তৰা দক্ষিণাকৈ বেলেগ পাহাৰে স্বাভাৱিক গড়ৰ দৰে কাম কৰিছে। তদুপৰি ইয়াত খৰালিও নদীখন বহুদূৰলৈ নৌ পৰিবহনৰ কাৰণে উপযোগী হৈ থাকে। গুৱাহাটীত খোপনি পুতি ললে শত্ৰু যিমানে প্ৰবল নহওক শত্ৰুৱে যুদ্ধত জয় লাভ কৰা অতিশয় কঠিন হৈ পৰে।

আল্লা ইয়াৰ খানে সেইবাবে শান্তি আলোচনাত কলে যে, মোগলে উত্তৰকূলত বৰনদী পৰ্যন্ত দখল এৰি দিব আৰু দক্ষিণ কূলত এৰি দিব অসুৰৰ আলি পৰ্যন্ত। মোগলে ইমান দূৰ নিজৰ দখল এৰি দিয়াৰ পাচতো আৰু দুই ক্ৰোশ বেচিকৈ এৰি দি গুৱাহাটীখনো এৰি যাবলৈ কৰলৈ স্বাভাৱিকতে বৰফুকনৰ বেয়া লাগিল। ন্যায় বিচাৰৰ পিনৰ পৰাও সেইটো ঠিক নহব বুলি ভাবি আল্লা ইয়াৰ খানৰ প্ৰস্তাবতে ৰাজি হ'ল তেওঁ।

গুৱাহাটীত নিগাজি হৈ বহি লৈ আল্লা ইয়াৰ খানে আলিবাট সজাত আৰু নদীৰ ঘাটবোৰ ভাল কৰাত লাগিল। নদীৰ দুয়োপাৰে বিশ্বাসী মানুহৰ গাঁও বহুৱালে কিছুমান ডাঙৰ নাও সজালে। তেওঁৰ মনত আছিল তেওঁৰ পূৰ্বসূৰী বীৰ মকৰম খাঁৰ শোচনীয় মৃত্যুৰ কথা। চিকাৰ কৰোঁ বুলি ব্ৰহ্মপুত্ৰ পাৰ হৈ যাওতে তেওঁ পানীত ডুবি মৰিছিল। নাওখন টুলুঙা পাতল আছিল গুণেই এই ঘটনা ঘটিছিল।

মোমাই তামুলী বৰফুকনেও নিজৰ দেশত কেতবোৰ আমূল পৰিবৰ্তন অনাত লাগিল। তেওঁৰ একমাত্ৰ ক্ষোভ আছিল গুৱাহাটীখন দখল কৰিবলৈ অক্ষম হোৱাত। গতিকে তেওঁ এটা সুদূৰ প্ৰসাৰী ৰচনাত্মক আচনিত হাত দিছিল। কাজলী, কুকুৱা, চামধৰা, কলিয়াবৰ, সলা আদি নদীপৰীয়া কোঠবোৰ ভালদৰে সংগঠন কৰিছিল, গড়বোৰ দৃঢ়তৰ কৰিছিল। আৰু প্ৰজাসাধাৰণক যাতে অতি কম সময়ৰ

ভিতৰতে প্ৰতিৰক্ষাৰ যুদ্ধ আৰু তাৰ আনুষংগিক কাম কাজৰ কাৰণে উলিয়াই আনিব পৰা হয় সেই উদ্দেশ্যে তেওঁ হাজৰিকা, শইকীয়া, বৰা আদিৰ গোটবোৰ গঠন কৰিছিল। আচলতে এই যুদ্ধ-বিৰতিৰ যি এক চুক্তি সম্পাদিত হৈছিল সেয়ে প্ৰদান কৰা শান্তিৰ পৰিবেশৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰা হৈছিল যুদ্ধ-প্ৰস্তুতিৰ অৰ্থে।

সি তাৰ এই সুদীৰ্ঘ টোকাটো একান্তমনে পঢ়ি আছিল। তাৰ মতে আল্লা ইয়াৰ খান আৰু মোমাই তামুলী ফুকনৰ যুদ্ধ-বিৰতি চুক্তিখনেই গুৱাহাটীৰ গুৰুত্বৰ বিষয়ে সেইকালৰ অগ্ৰণীসকলৰ ধাৰণা বদলাই দিছিল।

সুনীলে কামকাজৰ পৰা সেইদিনা অকণ আহৰি পাই তাৰ তালৈ আহিছিল। আৰু তাক একান্তমনে পঢ়ি থকা দেখি আমনি কৰা নাছিল। মনে মনে তাৰ সন্মুখৰ চকী এখনত বহি চিগাৰেট হুপি আছিল।

তাৰ পঢ়া হলত সুনীলে কলে যে, তাৰ উপলব্ধি শুদ্ধ হোৱা যেন অনুমান হৈছে। যোলশ আঠত্ৰিশ খৃষ্টাব্দৰ পৰা যোলশ আঠাৱন্ন খৃষ্টাব্দলৈকে এই সুদীৰ্ঘ বিশ বছৰ কাল গুৱাহাটী মোগলৰ নিৰ্বিবাদ কৰ্তৃত্বাধীনত আছিল। সেই সময়তে ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে মুছলমান লোকৰ গাঁওবোৰ বহিছিল। হাজোৰ আশে পাশে থকা গাওঁবোৰৰ পৰা মানুহ আনি এই গাঁওবোৰ পতা হৈছিল। গুৱাহাটীৰ বুঢ়া মছজিদ যিটো সম্প্ৰতি আমবাৰীৰ পূব পিনে পুৰণি ছত্ৰাকাৰ ঘাটলৈ নিয়া উজানবজাৰৰ ৰেল আলিৰ দাঁতিত, সেই সময়তে প্ৰথমে প্ৰতিষ্ঠা কৰা বুলি জনা গৈছে। এতিয়া য'ত জেলখানা আছে তাৰ ওচৰতে ফৌজদাৰ আল্লা ইয়াৰ খাঁৰ দক্ষিণ পাৰৰ কোঁঠটো আছিল। সেই সময়ত অৱশ্যে মুখ্য গুৱাহাটী নগৰখন আছিল ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰেহে। তেতিয়া তাৰ নাম আছিল গুৱাহাটা।

: মই সেই কথাবোৰ এতিয়াই কব খোজা নাই।

: কিন্তু ক'ৰবাততো কবই লাগিব।

: গুৱাহাটীখন সুস্থিৰ হবলৈ এতিয়াও ভালেখিনি সময় আছে,

সুস্থিৰ হলেহে এনেবোৰ বিষয়ৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰিব পৰা হব। কিয়নো চুক্তিৰ ঠিক কুৰি বছৰৰ পাচত অৰ্থাৎ ষোলশ আঠাৰম খৃষ্টাব্দত আহোম আহিছিল। পুনৰ ষোলশ বাষষ্টিত মোগল আহিল। আকৌ ষোলশ সাতষষ্ঠিত আহোম, ষোলশ বাসত্তৰত পুনৰ মোগল। ষোলশ একাশী খৃষ্টাব্দত স্বৰ্গদেৱ গদাধৰ সিংহৰ দিনত আহোমে স্থায়ী-ভাৱে, নিষ্কণ্টকভাৱে গুবাহাটী দখল নকৰালৈকে বেচেৰা গুৱাহাটীখন যি এক ভাগ্য বিপৰ্যযৰ সন্মুখীন হৈছিল, যি এক অভূতপূৰ্ব অভিজ্ঞতাৰ সন্মুখীন হৈছিল তাক কথাৰে বৰ্ণনা কৰিব নোৱাৰি।

ষোলশ সত্তৰৰ পৰা ষোলশ আশীলৈকে এই দহোটা বছৰত অসম দেশত যি এক অনিশ্চয়তা বিৰাজ কৰিছিল, তাৰ প্ৰতিফলনো গুবাহাটীত নপৰাকৈ থকা নাছিল , সেইদৰে ষোলশ সাতাৰম খৃষ্টাব্দৰ পৰা ষোলশ একষষ্টি খৃষ্টাব্দলৈকে দিল্লী মছনদক কেন্দ্ৰ কৰি সৃষ্টি হোৱা অস্থিৰতাৰ প্ৰতিক্ৰিয়াইও গুবাহাটীৰ ভাগ্যক প্ৰভাবিত কৰিছিল।

: অৰ্থাৎ প্ৰকাৰান্তৰে এইটো কব পৰা হব যে গুৱাহাটীয়ে সমগ্ৰ ভাৰত উপমহাদেশৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

: মই প্ৰকাৰান্তৰে বুলি কোৱা নাই, প্ৰত্যক্ষভাৱেই বুলি কৈছোঁ।

: তাৰ মানে গুবাহাটীৰ সংগ্ৰাম-ক্লিষ্ট ইতিহাস আৰম্ভ হৈছিল ষোলশ আঠাৰম চনত।

: আচলতে কোনো বিশেষণ নিদিয়াকৈ কেৱল ইতিহাস বুলি কলেও ভুল নহয়।

সেইটো ভুল বুলি কবই লাগিব। প্ৰথমতে অৱশ্যে তেওঁ ভাবিছিল যে তেওঁ যিটো কৰিছিল, শান্তিৰ স্বাৰ্থত তেওঁ ঠিকেই কৰিছিল। কিন্তু ৰজা-প্ৰজা সকলোৰে গৰিহনা খোৱাৰ পাচত তেওঁ স্বীকাৰ কৰিছিল যে তেওঁ ভুল কৰিছিল।

লালুক সোলা বৰফুকনক এই ভুলৰ অনুশোচনাই জীৱনৰ অন্তিম মুহূৰ্তলৈকে এৰি দিয়া নাছিল। তেওঁ যি কৰিছিল পৰিস্থিতিৰ বাধ্যত পৰি কৰিছিল। ভুল প্ৰকৃততে তেওঁ স্বজ্ঞানে কৰা নাছিল। স্বজ্ঞানে তেওঁ ভাল কৰিবলৈহে বিচাৰিছিল, কিন্তু ভাল নহৈ ভুল হৈছিল পৰিস্থিতিৰ হেঁচাত পৰি।

ডেকাফুকনৰ কথাষাৰে বৰফুকনক নতুনকৈ ভাবিবলৈ বাধ্য কৰিছিল। তেওঁ দোপদৰটোৰ চাৰিওপিনে দৃষ্টি দিলে। বেৰত আঁৰি থৈ দিয়া হেংদানখনত দৃষ্টি পৰাত হঠাৎ তেওঁৰ মনত পৰিল লাচিত বৰফুকনৰ কথা। যিয়ে এই দোপদৰটো সজাইছিল আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণকুলত ইটাখুলিৰ এই টোলটোৰ প্ৰতিষ্ঠা কৰিছিল। তামুলী বৰবৰুৱাৰ সপ্তম পুত্ৰ লাচিত যে এদিন ইমান ক্ষমতাশালী, এনে ধৰণৰ দুৰ্জয় যোদ্ধা, ইমান পাৰ্গত ৰণকুশলী হৈ উঠিব তেওঁ স্বপ্নতো ভবা নাছিল।

: তুমি কি ক'লা ?

: মহামান্য বৰফুকন ডাঙৰীয়া, মই কৈছিলোঁ ফুকনক ভাঙিব পাৰে স্বৰ্গদেৱেহে। যিদৰে স্বৰ্গদেৱেহে কেৱল পাতিবও পাৰে।

লালুকসোলাই ডেকাফুকনজনৰ কথাখিনি আন কোনোবাই শুনিব পাৰে বুলি আকৌ এবাৰ দোপদৰৰ চাৰিওপিনে চালে।

: ডেকাফুকন, সাবধান, সৰুকৈ কোৱা। বেৰৰো কাণ আছে।

: নহয়, মই কৈছিলোঁ আমাৰ ডাঙৰীয়াসকলকতো তেনে অধিকাৰ দিয়া হোৱা নাই। মোক আজি ভাঙিছে, কালিলৈ আপোনাকো ভাঙিব।

: হৈছে হৈছে, মই তোমাৰ কথাটো বুজিব পাৰিছোঁ।

খন্তেক থমকি বৰফুকনে কিবা এটা চিন্তা কৰিলে আৰু আঁৰি থোৱা হেংদানখনলৈ ডেকাফুকনৰ দৃষ্টি আকৰ্ষণ-কৰি সুধিলে—

: সৌ বেৰত আঁৰি হোৱা হেংদানখন কাৰ তুমি জানানে ?

: জানো। সেইখন আমাৰ পৰম পূজনীয় বীৰ লাচিত ফুকনৰ।

: তেওঁ কি কৰিছিল জানানে ?

: গুৱাহাটীখন দক্ষিণ পাৰেও লৈ আহিছিল।

: সেইটোতো আল্লা ইয়াৰ খানেই আৰম্ভ কৰিলিল। তেওঁ অহমৰ ৰাজ্যখনক সুনীয়া সঁফুৰা কৰি তুলিছিল। বাপেকপুতেক দুয়োজনে। এই গুৱাহাটীখনৰ কথাই, কোনে ভাবিছিল আগতে। কিন্তু আজি ? বুজিছা, আজিৰ পৰা প্ৰায় একুৰি বছৰৰ আগতে, তেতিয়া খহুৱা গোঁহাই আছিল আমাৰ স্বৰ্গদেউ। দিল্লীৰ সিংহাসন লৈ দুৰ্ঘোৰ কাজিয়া। মোগল ৰাজ্যৰ চাৰিওপিনে অস্থিৰতা। কাজলীত তেতিয়া টংচু সন্দিকৈ, উত্তৰ কুলত পিক্‌চাই চেতিয়াফুকন। মোগলৰ মির্জা নাথুলা গুৱাহাটীত। গুৱাহাটী পর্যন্ত সেইখন আছিল কোছ হাজো। কিন্তু কোছ ৰাজ্যৰ সমাজপতিসকলৰ মাজত সেই সময়ত পাৰম্পৰিক বিদ্বেষ ইমান তীব্ৰ হৈ উঠিছিল যে তাৰ প্ৰভাব পৰিছিল প্ৰজাসাধাৰণৰ ওপৰত। গতিকে আহোমৰ কাৰণে গুৱাহাটী লোৱাটো একেবাৰে উজু হৈ পৰিছিল। কিন্তু শুনিলে হয়তো বিশ্বাসে নকৰিবা, যে প্ৰথম প্ৰথম গুৱাহাটীখন লবলৈ বুলি কোনেও চিন্তা নকৰাকৈয়ে এনেয়ে গুৱাহাটীখন আমাৰ হাতত পৰিছিল। আহোম, কোছ ৰাজবংশী, মোগল আমি চবেই যেন দবাৰ ছকৰ ঘুটি হৈ বহি আছিলোঁ। কোনোবা অদৃশ্য দবাৰুৱে যেন আমাক তাৰ খুচিমতে চলাই নিছিল।

তেওঁ কৈ গৈছিল কিদৰে কোছৰ প্ৰাণনাৰায়ণৰ হাতত যুদ্ধত হাৰি নাথুলা গুৱাহাটীত লুকাই আছিল হি, এনেতে দৰঙী ৰজা দুৰ্লভ নাৰায়ণে স্বৰ্গদেৱৰ ওচৰত সাহায্য প্ৰাৰ্থনাৰ কাৰণে আহিব খোজা

দেখি, তেওঁক আগবঢাই আনিবলৈ বুলি নাও, অস্ত্র-শস্ত্র আদিৰ যোগাৰ কৰাত তংচু সন্দিকৈ ব্যস্ত হৈ পৰিছিল। তাকে দেখি মির্জা নাথুলাই হেনো ভাবিছিল যে, কোছে, আহোমে দুই পিনৰ পৰা তেওঁক আক্রমণ কৰাৰ বাবে আঁচনি কৰিছে। গতিকে এদিন ৰাতি আন্ধাৰৰ আশ্রয় লৈ পলাল। আৰু পাচত তংচু সন্দিকৈ আৰু পিকচাই চেতিয়াহঁতে শৰাই আৰু পাণ্ডুৰ চকী অধিকাৰ কৰিছিলহি। তাৰ পাচত এদিন মাজুম খাঁ আহিছিল। আৰু আহিছিল ৰামসিংহ। সকলোৰে দৃষ্টি আছিল গুৱাহাটীত।

: এইবোৰ ঘটনাতো তোমালোকে জানাই।

কথাখিনি কৈয়ে হঠাৎ উৎকর্ণ হৈ তেওঁ বৈ গ'ল। ডেকাফুকনক মনে মনে কলে

: বেৰৰ জোলোঙাৰে ভালদৰে চোৱাচোন, কোনোবাই পানী-শলখা ছোৱা যেন শুনিলোঁ!

ডেকাফুকনে গৈ জোলোঙাৰে নদীৰ পিনলৈ চাই পঠিয়ালে। সৰু-বৰ বিভিন্ন আকৃতিৰ নাও আৰু ভুৰ দেখিছিল অজস্র। ইটাখুলিৰ পাহাৰত লাগি থকা নদীৰ ঘূলিটোত। ঘূলিটোৰ মুখত দীঘল দীঘল শলখা মাৰি বন্ধ কৰি থোৱা আছিল। তাৰে শলখা খুলি পানীফুকন আৰু কোনোবা কোনোবাই নিজৰ নাওবোৰ চপাইছিল।

: সৰু পানীফুকন আৰু কোনোবা কোনোবা আহিছে।

কথাষাৰ শুনাৰ লগে লগে বৰফুকন নীৰৱ, গহীন হৈ গ'ল। ভেঁটা নাক আৰু সৰু সৰু চকু দুটাত মনৰ ভাবৰ কোনো প্রতিফলন হোৱা নাছিল। মাত্র বহল, বগা কপালখনত দুটা কুঞ্চন ৰেখা দেখা গৈছিল। ডেকাফুকনে ভয়ে ভয়ে কলে—

: সকলোৰে চিন্তা হৈছে ডাঙৰীয়া।

: চিন্তাতো হৈছেই। মই কি কৰলৈ গৈছিলোঁ?

তেওঁ খন্তেক আগৰ বিমর্ষ ভাবটো আঁতৰাই কলে—

: অঁ' অসম ৰাজ্যক সুনীয়া সঁফুৰা কৰা। হাদিৰাত অহম আৰু

বঙালৰ সীমা নিৰ্দ্ধাৰণ কৰি তেওঁ বহি থকা নাছিল, পাণ্ডুৰ ভাটিৰ পিনে খন্দাজান এটা একে ৰাতিতে খনাইছিল গুৱাহাটী সুৰক্ষিত কৰাৰ উদ্দেশ্যে। গুৱাহাটীৰ চাৰিওপিনে প্ৰাচীৰ, চাকি জ্বলাবৰ কাৰণে ঠায়ে ঠায়ে চাকিদানি কৰি দিছিল।

: কিন্তু চুহুংফা স্বৰ্গদেৱেহে গুৱাহাটীখন সজা বুলি কয়।

: হে'ৰা! সেয়া হ'ল সিজা শাকত লোণ দিয়া। কিছুমান গড় সাজি, আলিবাট বন্ধাই গুৱাহাটী নগৰখনৰ সৌন্দৰ্য বৃদ্ধি উদয়াদিত্যে বজাই কৰা নাই বুলি নকও। কিন্তু গুৱাহাটীখন অসমৰ কৰি থৈ গ'ল লাচিত ফুকনেহে। চুপুংমুং স্বৰ্গদেৱৰ সাহসত তেওঁ সৈন্যৰ ৰচদ পাতিৰ কাৰণে কামৰূপৰ ঠায়ে ঠায়ে গোলাঘৰ পাতিছিল আৰু কামৰূপীলোকৰ আগশাৰীৰ নেতাসকলৰ জনদিয়েকক ফুকন, সেনাপতি আদি পাতি কামৰূপীলোকৰ মাজত অহম শাসনৰ যে তেওঁলোকো অংশীদাৰ এনে এক চেতনাৰ সঞ্চাৰ কৰা হ'ল। আনকি সুদূৰ যোগীৰ ঘোপাৰ ভাটিৰ পিনে এখন অহম নগৰ পতা হৈছিল তেওঁৰ দিনতে। অৰ্থাৎ গুৱাহাটীক আগৰ দৰে অহম ৰাজ্যৰ এমূৰত নহয়, মাজমজিয়াত বহুৱা হ'ল।

ডেকাফুকনে কিবা এষাৰ ক'ব খুজিছিল, এনেতে সৰু পানীফুকন, পানীদিহিঙীয়া লেহেতীয়া ফুকন প্ৰমুখ্যে ৰাজবিষয়া জনদিয়েকে আঠু ললেহি। বুঢ়া বৰফুকনে হাতেৰে তেওঁলোকক উঠি বহিবলৈ ইংগিত দি সুধিলে—

: সকামটোনো কি?

: গুৱাহাটীৰ ৰক্ষাত আমি থকাৰ আদেশ প্ৰাৰ্থনা কৰিবলৈকে আহিছোঁ।

: বৰ সজ কথা। তোমালোক ডেকাসকলে দেশ ৰক্ষাৰ ভাৰ লবলৈ আগবাঢ়ি আহিলে হেজাৰ বঙালেও আমাৰ একো কৰিব নোৱাৰে।

এনেতে গুঁই মেলা বৰগোহাঁই ফুকন, চৰগুৱাল বুঢ়া গোহাঁই ফুকন,

আমুনচেং নেওগ কমলাবৰীয়া আহি আঠু ললেহি। বৰগোঁহাই ফুকনে কলেই—

: আমি হলে ইমান দিন এই ঢেকেৰী ৰাজ্যত থাকিব নোৱাৰোঁ বৰফুকন দেউতা। আমাৰ ৰাজ্যততো ৰজা নোহোৱা হৈ যোৱা নাই, নীতি-নিৰ্বন্ধ নোহোৱাকৈ থকা নাই। শৰাই, পাণ্ডু, গুৱাহাটী, কাজলী য'তে নহ'ক ভাটিৰ চকীত থকা বিষয়াক এটা সময়ত উজনিলৈ বদলি কৰাৰ নীতি-নিৰ্বন্ধ থকা সত্বেও আমাৰ ক্ষেত্ৰত আকৌ তাৰ ব্যতিক্ৰম কিয়? দেউতাই দোষ নধৰিব, বৰবৰুৱা দেউতা আৰু বুঢ়াগোঁহাই দেউতাৰ কৰ্মকাণ্ডই আমাক অতিশয় সন্ত্ৰস্ত কৰি তুলিছে। মোৰতো সন্দেহেই হৈছে, উভতি গৈ লৰা-তিৰোতাক ঠিকে ঠাকে পাওঁ নে নেপাওঁ।

ডেবেৰা বৰবৰুৱা আৰু আতন বুঢ়াগোহাঁইৰ বিষয়ে ইমান সদৰিকৈ কোৱা দেখি বৰফুকনে পেটে পেটে ভাল নেপালে। বুঢ়াগোঁহাই ফুকনে কিন্তু ঠিকেই ধৰিলে। তেওঁ কথাবাৰৰ তীব্ৰতা কমোৱাৰ উদ্দেশ্য কলে—

: সেইসকল আমাৰ নমস্যজন। হয়তো সেই সকলে যিটো কৰিছে ৰাজকাৰ্যৰ খাতিৰতে কৰিছে। তেলিয়া ডোঙাৰ গড়টো, বহুতে কয়, মিছামিছি সাজিবলৈ লৈছে। হযতো তাৰ বাবে বহুতৰ খেতিৰমাটি চন পৰি ৰব। বৰবৰুৱা দেউতাই হয়তো ৰাইজৰক্ষাৰ খাতিৰতে দুদিনৰ কাৰণে এজনক সন্দিকৈ পাতি তাক ভাঙি বা মৰাই আন এজনক পাতিছে। কিন্তু ভাল কথা এটাও ইমান ঘনাই হলে মানুহৰ মনত আশংকাৰ উদ্ৰেক হয়।

: তাৰমানে তোমালোকেও গুৱাহাটী এৰি যাব খোজা?

: দেউতা সৰবজান। আমাৰ পেটৰ কথা ঠিকেই ধৰিছে। বঙামাটিৰ বঙালকেইটাই গোটেই কামৰূপখন ঘিটঘিটাই ফুৰিছে। নিতৌ কামৰূপৰ ঢেকেৰীমখাৰ গোচৰকেনো কিমান শুনিব! আজি অমুকত অমুকটোহে কাণ্ড হল, কালি তচুকত তচুকটোহে হ'ল। সিহঁতৰ নিজৰ কোনো পুৰুষাৰ্থই নাই। সমস্ত আমাৰ ওপৰতে নিৰ্ভৰ।

বুঢ়াফুকনে কথাবোৰ শুনিছিল আৰু তেওঁলোকৰ মন জুখিছিল। তেওঁ গোপনে ৰঙামাটিৰ নবাব আজমতৰাৰ সতে যোগাযোগ কৰিছিল। নবাবে অৱশ্যে কেৱল গুৱাহাটীয়ে নহয়, একেবাৰে কলিয়াবৰ পৰ্যন্ত অহমে এৰি দিয়াটো দাবী কৰিছিল। তেওঁ সেইটোলৈ বিশেষ মূৰ ঘমোৱা নাছিল। আচল শক্তি হ'ল চামধৰা কোঠত। কলিয়াবৰো অহমৰ হাততে থাকিব। গতিকে চিন্তাৰ কোনো কাৰণ নাই।

সেইবাবেই তেওঁ গুৱাহাটী এৰি গৈছিল। তেওঁ লগত লৈ গৈছিল সিহঁতক যিকিটাই গুবাহাটী ৰক্ষা কৰাৰ বাবে থাকিবলৈ গাত লৈছিল। আৰু থৈ গৈছিল সিহঁতক যি কেইটাই যাবৰ কাৰণে মন কৰিছিল। বিশেষ কথা এটা চিন্তা কৰিহে তেওঁ তেনে কৰিছিল। ৰাজধানীত যি ধৰণৰ অস্থিৰ অৱস্থা বিৰাজ কৰিছিল তেওঁ অতিশয় সতৰ্ক হবলগীয়া হৈছিল।

কিন্তু যিয়ে হলেও এদিন গুৱাহাটী এৰি যোৱাৰ কাৰণে বুঢ়াফুকন অনুতপ্ত হবলগীয়াত পৰিছিল। তেওঁ ঘৰে পৰে ইমান শত্ৰুৰ সৃষ্টি কৰি লৈছিল যে, নিজে সৰ্বেসৰ্বা হৈও এটা ৰাতি তেওঁ শান্তিৰে শুব পৰা নাছিল।

সেইদিনাও মেটেকাৰ তেওঁৰ নিজা ঘৰত গা-ৰখীয়া পৰীয়াৰে বেষ্টিত প্ৰকোষ্ঠত পাটিত পৰি পৰি বহু নিশালৈকে গুৱাহাটী এৰি যোৱাৰ দিনাৰ পৰা ঘটা ঘটনাবোৰৰ কথাই ভাবিছিল।

গুৱাহাটী এৰাৰ দুদিন আগতে তেওঁক সাক্ষাত কৰিবলৈ অহা ফুকনহঁতক আৰু আন বিষয়াসকলক বঁটা বাহন দি বিদায় দি ভাবিছিল, তেওঁ যি কৰিছিল ভালকে কৰিছিল। কিন্তু ভালেই যে এইদৰে কাল হৈ তেওঁৰ কলিজা খুলিখুলি খাব, তেওঁ সেইদিনা জনাই নাছিল।

পাটিত পৰি এইবোৰ কথাকে পাগুলি মাজনিশালৈকে বুঢ়াফুকন উজাগৰে আছিল। কিন্তু কালনিদ্ৰাই তেওঁৰ চকুত ভৰ দি ধৰিছিল। আৰু সেই নিদ্ৰাই বুঢ়াফুকনৰ মহানিদ্ৰাত পৰিণত হৈছিল জনদিয়েক গুপ্ত ঘাটকৰ সৌজন্যত।

: সৌজন্য হয়তো নাছিল। মোৰ সৌজন্যহীন আচৰণে আপোনাক হয়তো আঘাতো দিছিল। মই কিন্তু নিৰুপায়। মই কান্দিব নোৱাৰোঁ।

: মহায়েক মাহীয়েকৰ পৰা তেনেধৰণৰ ব্যৱহাৰ পোৱাৰ পাচতো যে কোনোবাই দেহত কঁপনি উঠাকৈ উদ্বাউল হৈ হাঁহিব পাৰে, সেয়ে মোৰ প্ৰথম অভিজ্ঞতা হৈছিল।

: মই হাঁহিছিলোঁ। কিয় জানে ?

: কবতো নোৱাৰোঁ।

: আপুনি জানেনে মাহীদেউ মহাৰ প্ৰেমত বলিয়াহৈ পৰিছিল, আপুনি মাহীক দেখি, মাহীৰ কথা শুনি বিশ্বাস কৰিব পাৰেনে তেওঁ যে কাৰোবাৰ প্ৰেমত পৰিব পাৰে।

: কিয় ? কিয় নোৱাৰে ? মইতো বুজি পোৱা নাই ?

সি আচলতে বুজিও পাইছিল। আৰু কিয় যে নোৱাৰে সেই কথাটোও ধৰিব পাৰিছিল। কিন্তু মাৰবিনাৰ মাহীয়েকক তেওঁ যিদৰে অশুৱনি, অকাব্যিক বুলি ভবাবলৈ গৈছিল সি তেনেদৰে ভাবিব খোজা নাছিল। মানুহগৰাকী ইমান সাদৰী যে মাৰবিনাৰ কথাষাৰ তাৰ অসহ্য লাগিছিল। উমানন্দত সেইদিনাৰ মাৰবিনাৰ দৃশ্যটো মনৰ পৰা মচি পেলাবলৈ সি যত্ন কৰিছিল। এনেতে ইমানপৰে বন্ধহৈ থকা তাৰ টেবুল ফেনখন হঠাৎ কাৰেণ্ট অহাত সশব্দে ঘূৰিছিল। তাৰ সন্মুখৰ পিনে চোফা এখনত পোন হৈ বহি থকা মাৰবিনাজনীয়ে এইবাৰ পিচ পিনে হেলান দি আৰাম কৰি বহি ললে।

: আজি বেচ গৰম পৰিছে দেই!

তাৰ কোঠাত সি লেখি আছিল। পুৱাৰ চিফ্‌টত ক্লাচ ছুটা কৰি আহি সি ঠিক কৰিছিল অন্ততঃ এক বজালৈ লিখিব। তাৰ পাচত খাই অকণ জিৰণি লৈ সি নৈৰ পাৰলৈ, শুক্লেশ্বৰ ঘাটলৈ যাব। এনেতে

এঘাৰমান বজাত একেবাৰে অপাৰ্থিৱ সময় এটাত মাৰবিনা আহি দুৱাৰত নক্ কৰিছিলহি। অকলে।

সি প্ৰথমতে হতভম্ব হৈ পৰিছিল। কিন্তু খন্তেক পাচতে দুৱাৰখন খুলি দিছিল। সোমায়েই তেওঁ তাৰ ওচৰত ক্ষমা খুজিছিল সেইদিনা উমানন্দত তেওঁৰ অভদ্ৰজনোচিত আচৰণৰ বাবে। মাৰবিনাৰ মন্তব্যৰ ঠেক ধৰি সি কলে—

: গৰমেই নহয, কিবা এটা গুপগুপনি উঠিছে।

: সেইদিনা মই যে অভদ্ৰৰ দৰে হাঁহিছিলোঁ আপুনি চাগে' মোক ক্ষমা কৰিব পৰা নাই। ইমান গুৰুজনৰ মাজত মই যে সৌজন্য দেখুৱাব পৰা নাছিলোঁ। সঁচাকে মোৰ অনুশোচনা হৈছে।

: গতস্য শোচনা নাস্তি। বাদ দিযক সেইবোৰ।

• গত হোবা নাই নহয়? এয়া আৰম্ভণিহে। মাহীদেউৰ আপোনাৰ সন্মুখত অৰ্গল খোল খালে যেতিযা আপোনাৰ আৰু ৰক্ষা নাই।

সি অৱশ্যে মন কৰিছিল মাহীযেকে বাৰে বাৰে লিংগৰ আগত মহাকে প্ৰণিপাত কৰাৰ কথা কোবাটো। সি মনতে আচৰিতো হৈছিল। তথাপি আলোচনাটো সি ভাল পোৱা নাছিল। গতিকে সি কলে—

: কওক আপোনাৰ খবৰ।

: মোৰ গা-মুৰ ভালে আছে।

তেওঁৰ উত্তৰটো শুনি তলে তলে জ্বৰ ঘামে সি ঘামি গৈছিল। উত্তৰযাৰৰ আচল মৰ্ম যে কি হবগৈ পাৰে ভাবি তাৰ মুৰ ঘূৰি গৈছিল। কষ্টেৰে স্বাভাবিকভাৱে কবৰ চেষ্টা কৰি সুধিলে

: ক'ৰবালৈ গৈছিল নে?

: নাই পোনে পোনে আপোনাৰ ইয়ালৈকেই আহিছোঁ?

: কিবা কথা আছিল?

: কথা কিটো থাকিব? মোৰ নিজাকে কোনো কথাই নাথাকে। বলক এপাক শুক্লেশ্বৰৰ পৰা আহোঁ।

সি হতবুদ্ধি হৈ গ'ল কথাযাৰ শুনি। সিতো ইমানপৰে তাকেই

ভাবিছিল। তেওঁ কেনেকে অনুমান কৰিলে বাৰু? সি চিন্তা কৰি পাৰ নেপালে। মনৰ ভাব লুকাই সি সুধিলে—

কিয়? আজি শুক্লেশ্বৰত বিশেষ কিবা আছে নেকি?

: শুক্লেশ্বৰৰ মণিকুলাশ্রমত কিবা এটা হৈ আছে। বহুত পণ্ডিত-ভক্তৰ সমাগম হৈছে।

: অ' হয় নেকি? যাম তেনেহলে। কিন্তু মই যে ভাত খোৱা নাই।

: তাতে কি হ'ল? মইও খোৱা নাই।

: তেনেহলে ৰবচোন। ৰামস্বৰূপ। অ'ৰামস্বৰূপ।

: ৰামস্বৰূপে আকৌ হঠাৎ কি জগৰখন লগালে যে ইমানকে নামধৰি চিঞৰিবলগীয়া হ'ল?

মাৰবিনাৰ প্রশ্নষাৰৰ উত্তৰ দিয়াৰ কথা ভাবোতেই ৰামস্বৰূপ উধাতু খাই আহি সোমাল। আৰু আদেশৰ অপেক্ষাত ৰ'ল। সি তাৰ আৰু মাৰবিনাৰ কাৰণে ভাত দিবলৈ কলে। মাৰবিনাই মুগুনা ভাও জুৰি টেবুলৰ কাগজ এখন চাই থাকিল।

শুক্লেশ্বৰলৈ আহি দেখিলে তাত কতো একো হোৱা নাছিল। মণিকুলাশ্রম, শুক্লেশ্বৰ দেৱালয় চব স্বাভাবিকেই আছিল। সি কিন্তু মাৰবিনাক একো কোৱা নাছিল। মাত্র তলে তলে বিস্মিত হৈ ভাবিছিল মাৰবিনাই কেনেকৈ জানিলে সি তালৈ অহাৰ যে আচনি কৰিছিল সেই কথাটো। সি তো তাৰ বন্ধু সুনীলত বাদে কাকো কোৱা নাছিল। সি বহুত ভাবিও ৰহস্যটোৰ সমাধান কৰিব পৰা নাছিল। এনেতে তাৰ চিন্তা ব্যাহত কৰি মাৰবিনাই কলে—

: বলক, নদীৰ পাৰত বহোঁগৈ।

তাৰ মনত আকৌ এবাৰ পুৰণি সন্দেহটোৱে উক দিছিল। তথাপি নীৰবে, বিনা প্রতিবাদে তেওঁ যি কৈছিল তাকেই কৰিছিল। নদীৰ পাৰত বহিলৈ বহুত সময়লৈকে দুয়ো কথা পতা নাছিল, এনেতে তেওঁ হঠাৎ কলে, যেন মনৰ মুখৰতা দমাব নোৱাৰি হঠাতে মুখ খুলি দিবলৈ বাধ্য হ'ল—

ঃ এই নইখনেই গুৱাহাটীৰ সৰ্বস্ব।

ঃ কিয় ? এই পাহাৰবোৰে কি জগৰ লগালে ?

ঃ নহয়, আপুনি এটা কথা ভাবি চাওকচোন। ৰাত্তিপুৱা চাৰে তিনিমান বজাৰ পৰা ৰাতি বাৰ বজালৈ কি প্ৰচণ্ড গতিত চলে গুৱাহাটীখন। বাচ, ট্ৰাক, কাৰ, ৰিক্সা, স্কুটাৰ, অটো, ঠেলা, মানুহ' বজাৰ, দোকান-পোহাৰ, আলিবাট চবতে অনুভৱ কৰিব জীৱনৰ যেন তৰণি নাই, জীৱনে যেন থৰকাছুটি এৰিছে। যেন এটা পগলা ফাটেক হে। অথচ আলিবাট এৰি আপুনি খন্তেক নদীখনৰ পাৰত বহি ললেই অনুভৱ কৰিব চব যেন থমকি ৰৈছে। পগলাফাটেকখন যেন হঠাৎ শান্ত নিৰিবিলি হৈ পৰিছে। বিশৃংখল এটা কোলাহল প্ৰচণ্ড গতিৰে আহি যেন এই মাত্ৰ স্তব্ধ হৈ গ'ল।

ঃ এটা প্ৰকাণ্ড বেৰিৰ দৰে চাৰিওপিনে ঘেৰি ৰখা পাহাৰবোৰে যেন এই ভয়াবহ কোলাহলৰ সংক্ৰমণ বাহিৰলৈ যাব নিদিয়াকৈ ৰক্ষা কৰি আছে। পাহাৰবোৰ দেখিলে মোৰ তেনে এটা অনুভৱো হয়।

ঃ এসময়ত আকৌ এই পাহাৰবোৰৰ এটা ওলোটা প্ৰভাৱো আছিল। মানুহৰ মনত এই পাহাৰ আৰু নদীখনে এটা দুৰ্জয় নিৰাপত্তাৰ অনুভৱ সঞ্চাৰ কৰিছিল। আগৰদিনত অসমৰ ৰজাসকলে গড়গাঁৱত কিবা গোলমাল হলেই গুৱাহাটীলৈ আশ্ৰয়ৰ কাৰণে আহিছিল। মোগলৰ ফৌজদাৰসকলেও ৰঙামাটিতকৈ এই গুৱাহাটীতহে বেচি নিৰাপদ অনুভৱ কৰিছিল।

ঃ ভাল কথা মনত পেলাই দিলে। মনচুৰ খাঁৰ হাবেলি বাৰু কোনপিনে আছিল ? অসমৰ ৰজাঘৰীয়া একাধিক ডা ভাঙৰীয়াই সেই হাবেলিত দীৰ্ঘদিনীয়া আতিথ্য গ্ৰহণ কৰিছিল বুলি বুৰঞ্জীত পাওঁ।

ঃ মোক সুধিলে হব কিটো ? তথ্য পাতি গোটাই কিতাপ লিখিছে আপুনি, মই আকৌ জানিম কেনেকৈ ? চিন মোকাম চৰজমীনততো একোৱেই নাই। তথাপি মই ভাবোঁ গুৱাহাটী ইটাখুলিৰ ভাটিত ব্ৰহ্মপুত্ৰৰ আনটো পাৰে আছিল সেই সময়ত।

নদীপৰীয়া কোঠ আৰম্ভ হৈছিল পূবে সলাৰ পৰা। সলা আছিল বিশ্বনাথ ঘাটৰ ওচৰত। তাৰ পৰা ভাটিত দক্ষিণে কলিয়াবৰ, অৰ্থাৎ চামধৰা, তেজপুৰৰ আনটো পাৰে। তাৰ ভাটিত দক্ষিণপাৰে কাজলী-মুখৰ কাষত কাজলী। আকৌ তাৰ ভাটিত উত্তৰ পাৰে কুকুৰা, দক্ষিণপাৰৰ তকুৰা চকী জয়ন্তুৰাৰৰ পোনে পোনে থকা কুকুৰা পাহাৰৰ তলত। কুকুৰাৰ ভাটিত দক্ষিণে ইটাখুলি, আৰু ইটাখুলিৰ ভাটিত উত্তৰপাৰে গুবাগাটী। গুবাহাটীৰ ভাটিত দক্ষিণ পাৰে পাণ্ডু চকী। পাণ্ডুৰ ভাটিত উত্তৰ পাৰে আগিয়াঠুঁটিৰ অলপ পশ্চিমে, আলাবৈৰ পোনে পোনে ব্ৰহ্মপুত্ৰৰ মাজালীত আৰু এটা সৰু চকী আছিল।

ঃ মাজালী মানে ?

ঃ মাজুলি।

ঃ মনচুৰ খাঁৰ হাবেলিতো গুৱাহাটীতহে আছিল। এবাৰ লালুক-সোলা বৰফুকনে ষোলশ উনাশী খৃষ্টাব্দৰ পহিলা ফেব্ৰুৱাৰীৰ দিনা মোগলৰ সতে গোপনে মিত্ৰতা কৰি গুৱাহাটীখন মোগলক এৰি দিছিল। মোগল ফৌজদাৰ মনচুৰ খাঁই গুৱাহাটীতে নিগাজিকৈ হাবেলি কৰি লৈছিল। ষোলশ উনাশী খৃষ্টাব্দৰে জুন মাহত চলাৰ মাধচৰণ আৰু আন এজনক ৰঙামাটিৰ মোগল চুলতান আজম তৰালৈ কিবাকিবি উপঢৌকন দি কটকীস্বৰূপে পঠাইছিল। তেওঁলোক দুয়ো কাজলীৰ পৰা গৈ মনচুৰ খাঁৰ হাবেলিত উঠি তাতে দহদিনমান আছিল। এই হাবেলিটো পুৰণি আমিনগাঁৱৰ অলপ পূব-উত্তৰে আছিল যেন নালাগেনে বাৰু ?

কথাখিনি কৈ তাৰ পৰা কোনো সহাৰি নাপাই তেওঁ তাৰ পিনে ঘূৰি চালে, দেখিলে সি তেওঁৰ মুখলৈকে ভেবা লাগি চাই আছে। তেওঁ টপৰাই কলে—

ঃ মোৰ মুখত মনচুৰ খাঁৰ হাবেলি থকা বুলি ভাবিছে নেকি ?

ঃ মনচুৰ খাঁৰ বুলি ভবা নাই, সৰস্বতীৰ হাবেলি থকা বুলি ভাবিছোঁ। আমাৰ ইতিহাসৰ এনেধৰণৰ খুতিনাতিবোৰ আন

কোনোবাই জানে যদিও মই অন্ততঃ লগ পোৱা নাই। আপোনাৰ কণ্ঠত সঁচাকে এই মুহূৰ্তত সাক্ষাৎ সৰস্বতীয়ে ভৰ কৰা যেন লাগিছে।

ঃ আপুনি দেখিছোঁ অলপ অব্‌চ্‌কিউৰেণ্টিষ্ট্‌।

তেওঁ মন্তব্যষাৰ দিয়ে নৰ'ল। কৈ গ'ল যে সেইসময়ত পানীখাইতি, পানবাৰী, সোনাপুৰ আদিতো চকী আছিল। ইটাখুলি শুক্লেশ্বৰ দেৱালয়ৰ পূবে নদীৰ পাৰে পাৰে নাওজান পৰ্যন্ত বিস্তৃত আছিল। আৰু পূবলৈ জানটোৰ পাৰেদি দক্ষিণৰ পিনে হেদায়েৎপুৰ, আমবাৰী পৰ্যন্ত তাৰ উপকণ্ঠৰ বিস্তাৰ হৈছিল। আল্লা ইয়াৰ খাঁ আৰু মনচুৰ খাঁই এতিয়া য'ত জৰ্জ ফিল্ড, কটন কলেজ আছে সেইবোৰতো মুছলমানৰ কেতবোৰ খেল বহুৱাইছিল, ইটাখুলিৰ পশ্চিমৰ মূৰেও দক্ষিণলৈ একেবাৰে এতিয়া য'ত জেলখানা আছে সেই পৰ্যন্ত গাঁও বহুৱা হৈছিল। তাত ফৌজদাৰ গাঁও নামৰ গাঁও এখন এতিয়াও আছে।

এসময়ত কথাবোৰ কৈ কৈ তেওঁ নীৰৱ হৈ গ'ল। সি পশ্চিম আকাশত ৰঙৰ বিৰাট আয়োজন কৰি মহাসমাৰোহেৰে ডুব যাব ধৰা বেলিটোলৈ চাই আছিল। শৰৎকালৰ ভৰুণ নৈখন ইমান শান্তভাৱে বৈ আছিল যে মাজে মাজে নৈ খনৰ অৱস্থিতিৰ কথা সি পাহৰি গৈছিল। দেবালত আঁৰি থোৱা এখন ছবিৰ ফ্ৰেমত থকাৰ দৰে নিশ্চল দেখা গৈছিল দূৰত নৈৰ পানীত বৈ থকা মাছমৰীযাৰ চাৰিখন নাও।

হঠাৎ তাৰ সময়টোলৈ মনত পৰিল। সন্তৰ্পণে মাৰবিনাৰ পিনে চালে। তেওঁ আঠু দুটা সাৱটি পিচপিনে হালি নদীৰ মাজলৈ নে সিপাৰৰ কৰবালৈ একেথৰে চাই আছিল। সি কিন্তু ধৰিব পাৰিছিল তেওঁৰ মনত কিবা এটা উদ্বেগে আমনি দি আছিল। মুখখনত অকণ চিন্তাৰ ছাঁ পৰিছিল।

সি ভাবিলে তেওঁ নিশ্চয় ঘৰৰ কিবা কথাত উদ্বিগ্ন হৈ পৰিছে। সেয়ে সি কলে—

: বলক যাওঁ।

: কেনি ?

: ঘৰলৈ।

: ইমান সোনকালে গৈ কিটো কৰিব ? আমাৰতো আৰু গৰু বান্ধিবলগীয়া, লেম্প চাকি জ্বলাবলগীয়া নাই।

: তথাপি। এন্ধাৰ হলেই। অলপ পাচতে এই ঠাইবোৰ ঘোপমৰা এন্ধাৰ হৈ পৰিব। তাতে আজি কৃষ্ণা দশমী।

: আপোনাৰ কৃষ্ণা দশমীৰ ঐতিহাসিক ৰাতি এটাৰ কথা মনত আছেনে ? ইটাখুলিত পাতি থোৱা মোগলৰ কামানবোৰত যে অসমৰ উদ্যোগী সেনা জনদিয়েকে এনে এটা ৰাতিৰ ঘোপমৰা এন্ধাৰৰ সুযোগ লৈ পানী ভৰাই দিছিল ?

: মনত পৰিছে। অসমৰ সমৰকুশলীসকলে সঁচাকে বহুত অভিনৱ ৰণকৌশলৰ উদ্ভাৱন কৰিছিল।

: এইটো কৌশল পিচে কছাৰী ৰাজ্যৰ সৈন্যসকলেহে উদ্ভাৱন কৰিছিল অসমৰ বিৰুদ্ধে যুদ্ধ কৰোঁতে। অৱশ্যে ওপৰৰ পৰা গধুৰ কাঠৰ টুকুৰা পেলাই শত্ৰু সৈন্যক মৰা অসমৰ সৈন্যই প্ৰথমতে কৰিছিল।

সি তেওঁৰ মুখলৈ চাই খন্তেক থমকি ৰ'ল। এন্ধাৰ হৈছিল যদিও ইমান ঘোপ মৰা নাছিল। তেওঁ তাক চাই থকা দেখি সুধিলে—

: কি হ'ল ?

: আমি বুৰঞ্জীত বাদে আন কথা পাতিব নোৱাৰোনে ?

তেওঁ হয়তো কিবা কলেহেঁতেন। এনেতে এটা মানুহ কোমোৰা বাগৰা দি মাটিত বাগৰি বাগৰি নদীৰ পাৰলৈ আহি আছিল, পিচে পিচে কেইজনমান মানুহে ঢোলোক আৰু খুটিতাল বজাই আহিছিল। আচলতে তাল ঢোলোকৰ শব্দত ভালদৰে চাওঁতেহে বাগৰি অহা মানুহটোক সিহঁতে দেখিছিল। তেওঁ খন্তেক থমকি ৰ'ল। আৰু পাচত স্বাভাৱিকভাৱে সুধিলে—

: কি কথা বাৰু ?

: এই নইখন, এই এন্ধাৰখিনি এইবোৰৰ কথাও তো পাতিব পাৰোঁ।

: মোৰ দুগালেদি দুখন লুইত, কপালত অকণ বঙা মেঘৰ সম্ভাৱনা।

কবিতা আবৃত্তি কৰাৰ সুৰত তেওঁ ক'লে। অচানক উত্তৰ হোৱা তেওঁৰ ৰোমাণ্টিক মুডটোত ব্যাঘাত জন্মাব পাৰে বুলি ভয়তে সি নীৰৱে আছিল। তেওঁ অৱশ্যে ক'লে, তাৰ নীৰৱতাৰ প্ৰচ্ছন্ন ইংগিতটো বুজিব পাৰিছে যেন আকৌ কলে—

: মধ্যযুগত অৰ্থাৎ ত্ৰয়োদশ শতিকাৰ পাচৰ পৰা ওঠৰ শতিকাৰ শেষলৈ অসমৰ অগ্ৰগামীসকলে ফকৰা, যোজনা, পটন্তৰ, নীতিবচন, শ্লোক আদিৰে ভাবৰ আদান-প্ৰদান চিত্তাকৰ্ষক কৰি তুলিছিল। মইও ভাবিলোঁ। বোলো, আপোনাৰ কাব্যিক মনোভাবৰ প্ৰতি অকণ কাব্যিক প্ৰকাশেৰে স্বাগতম জনাও।

: আপুনি ঠিকেই কৈছে আমাৰ অগ্ৰগামী সকলৰ মাজত পত্ৰৰ আদান-প্ৰদানত যি ধৰণৰ ৰস আৰু ৰুচিবোধৰ পৰিচয় পোৱা যায় ভাবিলে আচৰিত লাগে। কমতেশ্বৰ প্ৰাণনাৰায়ণ আৰু স্বৰ্গদেৱ জয়ধ্বজসিংহৰ মাজত কামৰূপ, বিশেষকৈ গুৱাহাটীখন আহোমে অধিকাৰ কৰা লৈ দীৰ্ঘদিন ধৰি যিধৰণৰ পত্ৰালাপ হৈছিল, পঢ়িলে আচৰিত নহৈ নোৱাৰি। তাত দুয়োপক্ষৰে দ্ব্যৰ্থহীন অভিযোগ আছে। তাত প্ৰাণনাৰায়ণে অভিযোগ কৰিছে যে, আহোমে গুৱাহাটী-কামৰূপ অধিকাৰ কৰি নীতিসম্মত কাম কৰা নাই। গুৱাহাটী-কামৰূপ চিৰদিন ৰাজবংশীসকলৰ। পৃথিবীত কাৰোবাৰ যদি ন্যায়সম্মত অধিকাৰ আছে সেয়া হ'ল ৰাজবংশীসকলৰ। মোগলক তাৰ পৰা আহোমে খেদালে বুলিয়েই যে গুৱাহাটী-কামৰূপ আহোমৰ হৈ যাব এনে কোনো নীতি নাই। তাৰ উত্তৰত জয়ধ্বজ সিংহই কৈছিল, যে, গুৱাহাটী-কামৰূপ ৰাজবংশী ৰাজপুৰুষ সকলৰ অক্ষমতা আৰু লোণহাৰামীৰ কাৰণেই আহোমে লাভ কৰিলে। মকৰধ্বজ, ভবনাথ কাৰ্জি আদিয়ে যি ধৰণৰ লোণহাৰাম কৰিলে,



১০

ৰাজ্য আৰু ৰাইজক বচাই ৰাখিবলৈ সেইটো কৰাত বাদে আহোমৰ আন উপায় নাছিল। তাত প্ৰাণনাৰায়ণে আহোমক পূৰ্ব ভাৰতৰ শ্ৰেষ্ঠ শক্তি বুলি উল্লেখ কৰি কৈছিল—"তুমি কৃষ্ণদেৱ, মঞি তোমাৰ বশঙ্কৰ অৰ্জুন হেন জানিবা বুজিয়া যেখন যে বোল তাক মই সৰ্বথা কৰিম।"

আনহাতে ৰাজ্যচ্যুত কমতেশ্বৰ প্ৰাণনাৰায়ণক জয়ধ্বজসিংহই উদগণি দিছে এই বুলি—"সূৰ্য্যক ৰাহুএ আগ্ৰহণ কৰিয়া থই। তথাপিতো সূৰ্য্যৰ পুনৰ প্ৰকাশ নাকৰে?"

: পিচে আৰু এটা নতুন ৰাহুৱে আন এটা নতুন সূৰ্য্যক গ্ৰাস কৰাৰ ফন্দি পাতিছে।

তেওঁৰ ইংগিততে কোৱা কথাষাৰ তাৰ ভাল নালাগিল। ইমান অৰুচিকৰ লাগিছিল যে সি তৎক্ষণাৎ উঠি কলে—

: যাওঁগৈ বলক।

: কলৈ?

: কলৈ আকৌ! ঘৰলৈ।

: মই কলৈ যাম? আপোনাৰ ঘৰ আছে ঘৰলৈ যাব, মই যাম কলৈ?

: তেনেহলে আপুনি থাকক, মই যাওঁ। এন্ধাৰত অকলে অকলে বহি কিমান তৰা লেখি থাকে লেখি থাকক।

: য'ক।

: কি বলিয়ালিখন কৰিছে আকৌ, ব'লক।

: বলিয়া এতিয়াও হব পৰা নাই, কিন্তু নিশ্চিন্ত থাকক হ'ম, আৰু বেচি দিন নাই।

: আপোনাৰ মহায়েকে মোৰ ইমান অন্যায় কৰিব লাগেনে, এগৰাকী বলিয়া হবলৈ যোৱা মহিলাক মোৰ সহায়িকা কৰি দিছে।

সি হাঁহি হাঁহি কলে। তেওঁ কিন্তু অদ্ভুত শান্তভাৱে সুধিলে—

: মহাদেৱে কি কৈছিল আপোনাক মোৰ বিষয়ে?

: বহুত কথাই কৈছিল। মোৰতো এই মুহূৰ্ত্তত সকলোখিনি মনত পৰা নাই। আপুনি গুৱাহাটীৰ বিষয়ে অনুসন্ধান কৰাত মোক বিশেষভাৱে সহায় কৰিব পাৰিব সেই কথাটো কিন্তু বাৰে বাৰে কৈছিল আৰু আপোনাক মোৰ তালৈ পঠাই দিয়াৰ প্ৰতিশ্ৰুতি দিছিল।

: উহ্ প্ৰতিশ্ৰুতি দিছিল! মোৰ হৈ তেওঁ আকৌ প্ৰতিশ্ৰুতি দিয়ে! কোন তেওঁ মোৰ হৈ প্ৰতিশ্ৰুতি দিবলৈ! সাহস আছে কাৰোবাৰ! কেতিয়াবা কি যে ভীষণ কাণ্ড হৈ যাব পাৰে কোনেও ভবাই নাই।

সি হতভম্ব হৈ গ'ল মাৰবিনাৰ গৰ্জন শুনি। তেওঁৰ কথাবোৰ ইমান অপ্ৰত্যাশিত আছিল যে, সি কি কৰ ভাবি নেপালে। এটা অদ্ভুত আশংকাই তাক আচ্ছন্ন কৰি দিছিল। সি বোবা নিথৰ হৈ ৰৈ গৈছিল।

তেওঁ কিছুপৰ নীৰৱে বহি থাকিল। তাৰ পাচত লাহেকৈ উঠিল আৰু ধীৰ খোজেৰে আলিবাটৰ পিনে উঠি আহিল। আলিবাটৰ দাঁতিত লাইটৰ পোহৰ পৰিছিল। তেওঁ দাঁতিত থিয় হৈ কিবা পাহৰি থকা কথা এটা মনত পৰাৰ দৰে ঘূৰি চালে—

: হেৰি, ক'ত গ'ল? আহক আপুনি চোন ঘৰলৈ যাবৰ কাৰণে ইমান পৰে খপজপাই আছিল।

ইমান স্বাভাৱিক শান্ত স্বৰত তেওঁ কথাষাৰ কৈছিল যে সি চমকিত হৈ গ'ল। সি তলৰ পৰা আলিৰ দাঁতিত তাৰ বাবেই অপেক্ষা কৰি থকা মাৰবিনাৰ মুখলৈ চাইছিল। তাতো সি লক্ষ্য কৰিছিল তেওঁৰ স্বাভাৱিক চটুলতা। সি মন্ত্ৰমুগ্ধৰ দৰে তেওঁৰ পিনে লক্ষ্য কৰি উঠি আহিছিল। এন্ধাৰৰ পৰা পোহৰলৈ। মনৰ চিন্তাবোৰ খেলি মেলি হৈ গৈছিল।

সি আহি তেওঁৰ কাষ পোৱাৰ লগে লগে তেওঁ উদ্বাউল হৈ চিঞৰি দিলে—

: হেৰি পট্‌কে ঘূৰি চাওক। নদীলৈ, এহ্ আপুনি এতিয়া

মিছেই কৰিব। সৌৱা অকণ অকণ চাকি কেইটা জ্বলি আছে যে নাও কেইখনত ? দেখিলে।

: দেখিলোঁ। কিয় বাৰু ?

: উস্ ৰক্ষা! আপুনি মিছ কৰে বুলি মই ভয় খাইছিলোঁ।

: কি হ'ল বাৰু ?

: গুৱাহাটীত প্ৰথম প্ৰয়োগ কৰা, অসমৰ এটা পুৰণি সমৰ কৌশলৰ কথা মনত পেলাই নিদিয়েনে বাৰু দৃশ্যটোৱে ?

সি অবাক হৈ মাৰবিনাৰ মুখৰ পিনে ভেবা লাগি চাই থাকিল। মাৰবিনাক তাৰ একেবাৰে অচিনাকি কোনোবা যেন লাগিল।

ইমান অচিনাকি কাৰোবাক ব্যৱহাৰ কৰাৰ দৰে কৰিলে যে, তেওঁ হতাশ বিভ্ৰান্ত হৈ গৈছিল। দক্ষিণপাটৰ বনমালী বাপুৰ ওচৰলৈ গদাপাণি কোৱঁৰে নিজৰ বিচাৰ বুদ্ধিমতে যোৱা নাছিল। চেতিয়া ফুকন প্ৰমুখ্যে নানাজনে নিশ্চিতভাৱে কোৱাতহে তেওঁ বনমালী বাপুৰ সহায় বিচাৰি কাষ চাপিছিল। কোৱঁৰে নিজৰ লৰা-তিৰোতাৰ কথা, নিজৰ কথা ভাবি এনেদৰে দিহিঙে দিপাঙে ঘূৰি ফুৰা নাছিল। ল'ৰা দুটা নগাচাওত নিৰাপদেই আছিল। আৰু তেওঁৰ পত্নী জয়মতী গৰ্ভাৱস্থাত চাউদাওৰ অত্যাচাৰত নগুৰ-নাগতি হৈ মৰিল। তেনেস্থলত তেওঁ নিজেও কৰবাত আওমৰণে মৰি যোৱাহেতেনেই চব লেঠা শেষ হ'লহেতেন।

কিন্তু গুৱাহাটী সমন্বিতে ৰাজ্যৰ সমানে আধা মোগল-বঙালৰ গ্ৰাসত। চাৰিং ৰজা, সৰু জনা ফুকন, আতন গোহাঁইহঁতে অহো পুৰুষাৰ্থ কৰি যিখন অসম দেশ গঢ়ি তুলিছিল তাৰ এতিয়া চিন-মোকামেই নাই। মোগলৰ হাতৰ পৰা নিজৰ পিতৃভূমি উদ্ধাৰ নকৰালৈকে তেওঁৰ জীৱনে শান্তি নাপায়।

সেই উদ্দেশ্যেই তেওঁ ব্যক্তিগত ইমান অশান্তি সত্ত্বেও হাল ছাৰি দিয়া নাছিল। সত্ৰ, গোসাই এনেবোৰ অনুষ্ঠানৰ প্ৰতি তেওঁৰ বিশেষ শ্ৰদ্ধা নাছিল, তথাপি এই এটা উদ্দেশ্যৰ কাৰণেই নিজৰ ভাল-লগা, বেযা-লগা এনেবোৰ কথালৈ ভ্ৰূক্ষেপ নকৰি বনমালী বাপুৰ ওচৰ চাপিছিল। বাপুৱে ভালদৰে কথা-বতৰাতো নহলেই, থাকিবলৈ দিলে আকৌ অচিনাকি বিদেশীক দিয়াৰ দৰে উদাসীনৰ হাটীৰো বাহিৰত। খোৱাৰ যা-যোগাৰো দিছিল সামান্য, নগণ্য-ইতৰ লোকক দিয়াৰ দৰে। গদাপাণি কোঁৱৰে আৰু এটা অসাধাৰণ কথা লক্ষ্য কৰিছিল। তেওঁৰ প্ৰতি যদিও বাপুৱে নিৰ্লিপ্ত ভাব প্ৰকাশ কৰিছিল আচলতে কিন্তু তেওঁ ৰাজ-বিষয়ক কথা বতৰাত গভীৰভাৱে জড়িত আছিল। ধৰ্ম মন্দিৰৰ গৰাকী এনেদৰে ৰাজনীতিত জড়িত হোৱাৰ কথা কোঁৱৰে তাৰ আগতে

শুনা নাছিল। তেওঁ দেখিছিল বনমালী বাপুৰ ৰাজনৈতিক কাৰ্য-কলাপৰ একমাত্ৰ উদ্দেশ্য আছিল ৰজাজনৰ তথা নিজৰ ব্যক্তিগত কল্যাণ, ৰাজ্যৰ কল্যাণ নহয়।

গড গাঁৱৰ সিংহাসন লাভ কৰাৰ পাচতে এই তুংখুঙীয়া ফৈদৰ কোঁৱৰ জনাই পোণ প্ৰথমে চাৰিটা কাম হাতত লৈছিল আৰু তাৰে ভিতৰত এটা আছিল সত্ৰ আৰু মহন্ত সকলৰ বিষয়ে এটা বিশদ তদন্ত কৰা। আৰু আনটো আছিল গুৱাহাটী কামৰূপ উদ্ধাৰ কৰা। ভাদ মাহৰ দিন আছিল সেইটো। কিন্ কিন্ কৰে বৰষুণ দি আছিল। কাৰেঙৰ অন্তৰ মহলত বহি স্বৰ্গদেৱ গদাধৰ সিংহই এই কথাবোৰকে চিন্তা কৰিছিল। সেইদিনা পুৱাতে দেওধায়ে মংগল চাই কৈছিল যে, ভাদত যুদ্ধযাত্ৰা হৈ আছে, বঙালক জিনি কামৰূপ ভোগ কৰিব লাগে। এহি যোগে পূৰ্বে ৰামচন্দ্ৰ সমুদ্ৰ তৰি ৰাৱনক বধ কৰিছে।" গদাপাণি কোঁৱৰে সিংহাসনত উঠি গদাধৰ সিংহ নাম লৈছিল। আৰু গদাধৰ সিংহ হৈয়ে তেওঁ ডা-ডাঙৰীয়াসকলক কৈছিল পৃথিবীত জীয়াই থাকিলে সিংহ হৈ জীয়াই থাকিব লাগে। কুকুৰ-মেকুৰী হৈ নহয়। গুৱাহাটী-কামৰূপ বঙালৰ হাতৰ পৰা কাঢ়ি লবই লাগিব। শত্ৰুৰ অধীন হৈ জীয়াই থকাতকৈ মৰাই ভাল।

ডা-ডাঙৰীয়াসকলে একেমুখে স্বৰ্গদেৱৰ কথাত হয়ভৰ দিছিল। দেওধায়ে মঙল চাই যেতিয়া নিশ্চিত আশা দিলে যে যুদ্ধত জয় অৱশ্যম্ভাৱী তেতিয়া আৰু এটা দিনো বিলম্ব কৰাৰ তেওঁৰ ধৈৰ্য নাছিল। লানমাখৰু চেতিয়া ফুকন, দিলিহিয়াল বুঢ়াগোহাঁইৰ ঘৰৰ চেংলাই ফুকন, ফুলবৰুৱাৰু পুতেক পানীফুকন, সলাল বৰগোহাঁই প্ৰমুখ্যে বছা বছা সমৰকুশলীৰ দল এটা গুৱাহাটী অভিমুখে পঠাই দিছিল।

পঠাই দি আজৰি হৈ স্বৰ্গদেৱে অন্দৰমহলত অকণ বিশ্ৰাম লোৱাৰ অৰ্থে সুস্থিৰ হৈ বহি লৈছিল। বিশ্ৰাম অৱশ্যে দেহৰ হে হৈছিল। মনটোৱে অনুক্ষণ এৰি অহা দিনবোৰৰ কথাকে পাগুলি আছিল। এসময়ত তেওঁ মনতে গুৱাহাটী-কামৰূপ অন্যায়ভাৱে অধিকাৰ কৰি

থকা নবাব মনচুৰ খাঁ, আলি আকবৰ প্ৰমুখ্যে মোগলবোৰক কিদৰে পৰাস্ত কৰিব পৰা যাব তাৰ আঁচনি প্ৰস্তুত কৰিছিল আৰু মনচুৰ খাঁৰ প্ৰতি তেওঁৰ অদ্ভুত এটা হিংসাৰ ভাব মনত জাগৰূক হৈছিল।
কামৰূপত অজ্ঞাতবাসত থাকোতেই গুৱাহাটীৰ মনুচুৰ খাঁৰ হাবেলি তেওঁ দেখিছিল। তাৰ সুৰক্ষা ব্যৱস্থাই তেওঁৰ নিজৰ নিৰাপত্তা হীনতাৰ বিষয়ে তেওঁক সচেতন কৰি তুলিছিল। সেইবাবেই চেতিয়া ফুকনহঁতক তেওঁ নিৰ্দেশ দিছিল আক্ৰমণ ছিদ্ৰহীনভাৱে কৰিবলৈ। কুকুৰাৰ চকীৰ লগতে তকুৱা সৈন্যৰা চকী বাহবাৰীৰ কথাও ভাবিব লাগিব। দক্ষিণে কাজলীৰ লগতে সোনাপুৰ, জযন্তুৰাৰ আদি তকুৱা চকীৰ কথাও পাহৰিব নালাগিব।
ডিমৰীয়া, পাণবাৰীৰ কাৰ্বি ৰজাক নিজৰ ফলীয়া কৰি লব লাগিব। নিজৰ থাপিত সঞ্চিত বেলতলা, ৰাণীৰ ৰাইজকো ছুৰিয়াই আনিব লাগিব। পানীখাইতি, উমানন্দ, শৰণীয়া সাধাৰণ বুলি অৱহেলা কৰিব নালাগিব।
কথাবোৰ চিন্তা কৰি তেওঁ সঁচাকে উদ্বিগ্ন হৈ পৰিছিল। তেওঁ পাচত ভাবি চিন্তি স্থিৰ কৰিছিল চামধৰা পৰ্যন্ত আগবাঢ়ি গৈ কামৰূপৰ বতৰা লবলৈ। এনেদৰে যুদ্ধলৈ পঠালে যুদ্ধত জয় হলে, কেতবোৰ উচ্চাকাংক্ষী মানুহ আছে, সিহঁতে প্ৰায়ে প্ৰচলিত শাসন ব্যৱস্থাৰ বিৰুদ্ধে ষডযন্ত্ৰত লিপ্ত হৈ পৰে। বিভিন্ন দুশ্চিন্তাই এইদৰে তেওঁক উদ্বিগ্ন কৰি তুলিছিল। যি চাৰিঙীয়া ফুকনে গদাধৰ সিংহৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি বেত্তমেলা শইকীয়া, নাৰদ বৰাহঁতে গোপন খবৰ দিছিল, সেই চাৰিঙীয়া ফুকনো সেই সময়ত গুৱাহাটীত। গতিকে তেওঁ নিজেই আগবাঢ়ি গৈ খা খবৰ লোৱাটো শ্ৰেয় বিবেচনা কৰিলে।
বাটত সলাতে তেওঁ গম পালে যে নবাব মনুচুৰ খাঁই ইটাখুলিৰ পৰা গৈ গুৱাহাটীত আশ্ৰয় লৈছিল। কিন্তু অসমৰ সৈন্যৰ আক্ৰমণত তিষ্টিব নোৱাৰি প্ৰাণ লৈ তাৰ পৰাও পলাই গৈএকেবাৰে ৰঙামাটি পালেগৈ। চেতিয়া বৰফুকন হেনো গুৱাহাটীতে আছে।

মনত সন্দেহ আছিল যদিও ভাবিছিল, তেওঁ সন্দেহ কৰা মতে একোৱে নঘটিব। তেওঁৰ উদ্যোগতে কামৰূপ-গুৱাহাটীৰ পৰা মোগলক খেদি আটায়ে নিশ্চয় তেওঁৰ প্ৰতি শ্ৰদ্ধাত, কৃতজ্ঞতাত মুগ্ধ হৈ পৰিছে। কিন্তু চামধৰাৰ গড পাই যেতিয়া বগতিয়াল হৰিধন পাঁচনিৰ মুখে গুৱাহাটীৰ সমস্ত বৃত্তান্ত শুনিলে তেওঁৰ আৰু বুজিবলৈ বাকী নাথাকিল যে তেওঁ যি সন্দেহ কৰিছিল সেয়ে ঘটিল।

তেওঁ ইতিমধ্যে চেতিযা ফুকনক বৰফুকন পদৰ পৰা আঁতৰাই সন্দিকৈ ফুকনক গুৱাহাটীৰ বৰফুকনৰ বাব দিছিল। চাৰিঙীয়া ফুকনৰ নেতৃত্বত চেংৰাই ফুকন, নামডঙীয়া ফুকন আটায়ে নিজ নিজ লোক লৈ নতুন বৰফুকনৰ বিৰুদ্ধে কেৱল অসহযোগ কৰাই নহয় প্ৰকাশ্য বিৰুদ্ধাচৰণ কৰিছে। সৰুজনা ফুকনৰ দিনৰ পৰাই দক্ষিণপাৰে ইটাখুলিৰ দোপদৰত মেল পতাৰ নিয়ম আছিল। এই ফুকন তিনিজনাই সেই নিয়ম ভংগ কৰি খেয়াল খুচিমতে উত্তৰ পাৰে আগৰ গুৱাহাটীৰ দোপদৰত মেল পাতি আনকি বৰফুকনকহে তালৈ মাতিলে।

হৰিধন পাঁচনি আছিল বৰ সতৰ্ক আৰু নোম-টেঙৰ লোক। তেওঁ দুদিন গুৱাহাটীত থাকিয়ে সমস্ত সম্ভেদ লৈ স্বৰ্গদেৱক দিছিলগৈ। গুৱাহাটীখন ফুকনহঁতে ৰাজদ্ৰোহীৰ আশ্ৰয় স্থল কৰি তুলিছিল। স্বৰ্গদেৱে কিন্তু আনপ্ৰকাৰেহে চিন্তা কৰিলে। তেওঁ ভাবিলে, চাৰিঙীয়া ফুকনৰ এইটো হ'ল দ্বিতীয় ৰাজদ্ৰোহৰ ঘটনা। কিন্তু চাৰিঙীয়া ফুকন আৰু তেওঁৰ লগৰ ফুকন দুগৰাকী হ'ল সমাজৰ অগ্ৰগামী লোক। নিৰ্মল ৰাজখোৱা আৰু এই দ্ৰোহত লিপ্ত থকা থকা হাজৰিকাহঁতো আগশাৰীৰ লোক। তেওঁৰ স্বাভাবিক মহানুভৱতাৰে তেওঁ ভাবিছিল ফুকনহঁতৰ দৰে লোকক প্ৰাণে নামাৰি, কিছুদিন ক্ষমতাচ্যুত কৰি থব পাৰিলেই তেওঁবিলাকৰ অনুশোচনা হব আৰু শেষত তেওঁলোকৰ শুধৰণি হব।

কিন্তু তেওঁলোকৰ অপৰাধ ইমান গুৰুতৰ আৰু ইমান অমাৰ্জনীয় হৈ পৰিছিল যে, স্বৰ্গদেৱে তেওঁলোকৰ অধিক সংখ্যককে প্ৰাণদণ্ডেৰে দণ্ডিত কৰিছিল।

গুৱাহাটী কণ্টকমুক্ত কৰি গদাধৰ সিংহই স্বস্তিৰ নিশ্বাস কাঢ়িছিল। আৰু এদিন তেওঁ মুক্ত শংকাহীন মনেৰে গড় গাঁৱলৈ উভতি গৈছিল। কিয়নো আতন গোঁহাইৰ দৰে তেওঁ অনুভৱ কৰিছিল 'গুৱাহাটীৰ গুৰুত্ব, গুৱাহাটীৰ প্ৰাসংগিকতা। গুৱাহাটীত এবাৰ ভৰি পিছলিলে যে ৰাজ্যখনৰ কতো খোপনি পুতিবৰ জেগা নাথাকে সেইটো তেওঁ উপলব্ধি কৰিছিল।

: গুৱাহাটীৰ প্ৰাসংগিকতা মোৰ বোধেৰে কিন্তু ভালদৰে উপলব্ধি কৰিছিল স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহইহে। আহোমসকলে পোন প্ৰথম বাৰৰ বাবে গুৱাহাটী অধিকাৰ কৰিছিল যোলশ ছয়ত্ৰিশ খৃষ্টাব্দত। তাৰ পয়ত্ৰিশ বছৰৰ পাচত চুল্যুৎ ফা ৰজাই গুৱাহাটীৰ নিৰাপত্তাক লৈ বিশেষ উদ্বিগ্নতা প্ৰকাশ কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱেই পোন প্ৰথমে গুৱাহাটীত পদাৰ্পণ কৰিছিল। এওঁৰ আগতে কোনো জনা স্বৰ্গদেৱেই গুৱাহাটীলৈ অহা নাছিল। প্ৰমত্ত সিংহই তো শুক্ৰেশ্বৰ দেৱালযৰ মন্দিৰ সজাই দিছিল। কিন্তু সোতৰ শ চৌষষ্টি খৃষ্টাব্দত ৰাজেশ্বৰ সিংহই গুৱাহাটীৰ প্ৰতি যি কৰিছিল তাৰ তুলনা নাছিল।

সি বজাৰত কেইটামান ফটো ডেভেলপ কৰাই লবৰ বাবে গৈছিল। ষ্টুডিঅ'ত সোমাব খোজোতেই প্ৰিঞ্চিপাল ইন্দ্ৰনাথ বৰুৱাক ফটোৰ পেকেট এটা লৈ ওলাই অহা দেখিছিল। তেওঁ যে ইতিমধ্যে গুৱাহাটী সম্বন্ধে তাৰ শেষৰ লেখাটোও পঢ়িছিল সি ভবাই নাছিল। তেওঁ ষ্টুডিঅ'ৰ দুৱাৰমুখতে ওলাই অহা ভাগেই তাৰ লেখাটোৰ বিষয়ে পৰ্যালোচনাত ব্যস্ত হৈ পৰিল। সি যিমানে চেষ্টা কৰিছিল ব্যক্তিগত প্ৰশ্ন সুধি প্ৰসংগান্তৰলৈ অনাৰ বাবে, সিমানে তেওঁ ঘূৰি ঘূৰি পুনৰ সেই প্ৰসংগলৈকেই গৈছিল। এইবাৰ সি আকৌ সুধিলে—

: আপুনি আহিল কেতিয়া ?

: মইতো যোৱাই নাই কলৈকো। কালিলৈ অৱশ্যে তেজপুৰলৈ যাব লাগিব। আহিম এদিনৰ পাচতে। আপোনাৰ চাম ধৰাৰ গড পিচে তেজপুৰৰ আনটো পাৰে নহয়, তেজপুৰৰ একে পাৰেই। চাম ধৰা উত্তৰ কুলত আছিল, দক্ষিণকুলত নহয়।

: কিন্তু চাম ধৰা গড় প্ৰতিষ্ঠাৰ যি ঐতিহাসিক বিবৰণ আছে সেইটো পঢ়িলে দক্ষিণকুলে যেন লাগে।

: কিন্তু চামধৰালৈ হাজোৰ পৰা তবে তবে অৰ্থাৎ বামে বামে

যাব পৰা গৈছিল, ইতিহাসত সেইটোও পাব। বাকু বাদ দিয়ক, চাম ধৰা যি পাৰেই নহওক, গুৱাহাটীৰ একো হৰণ ভগন নহয়। আপুনি গুৱাহাটীৰ কথাহে লিখিছে। অঁ, মই কি কৈছিলোঁ? কি হ'ল আপোনাৰ?

সি এটা দৃশ্য দেখি হঠাৎ অন্য মনস্ক হৈ পৰিছিল। সুনীলৰ গাড়ীৰ পৰা মাৰবিনা অলপ আগতে নামিছিল তেওঁলোকৰ ঘৰলৈ সোমোৱা গলিটোৰ সন্মুখত। গাড়ী সুনীলেই চলাইছিল। গাড়ীখন গুচি যোৱাৰ পাচত মাৰবিনাই গলিত নোসোমাই বজাৰৰ পিনলৈকে আহিছিল? তেতিয়া এঘাৰ মান বাজিছিল। সেইদিনা গধূলি শুক্লেশ্বৰ ঘাটলৈ যাওঁতে যিখন শাড়ী পিন্ধিছিল, যিখন শাড়ী প্ৰায় দেখা যায় তেওঁ পিন্ধা, সেই শাড়ীখনেই আছিল তেতিয়াও মাৰবিনাৰ দেহত।

বৰুৱাৰ প্ৰশ্নবাৰত সি থতমত খাই গৈছিল। স্বাভাবিক হবৰ চেষ্টা কৰি টপৰাই কলে—

: নাই হোৱা একো। অ' কওকচোন।

সি অৱশ্যে জানিছিল প্ৰিঞ্চিপাল বৰুৱা হ'ল কামৰূপৰ মানুহ। আৰু এটা বিশেষ অঞ্চলৰ। উৰহীৰ ওৰ নোপোৱা পৰ্যন্ত সুধি থাকিব, ব্যক্তিগত কৰনলগীয়া কথাও যে হব পাৰে তেনে সম্ভাবনালৈ ভ্ৰূক্ষেপ নকৰে। কৌতূহল চৰিতাৰ্থ হবই লাগিব। গতিকে সি এটা মিছা গল্প মনতে সাজি ললে। আশা কৰা মতেই বৰুৱাই আকৌ সুধিলে—

: নহয়, আপুনিহে কওক, আপোনাৰ কি হৈছিল?

: আচলতে মোৰ একো হোৱা নাছিল। মই আপুনি চামধৰাৰ অৱস্থিতিৰ বিষয়ে কোৱা কথাখিনিকে ভাবিছিলোঁ। মইও বিভিন্ন ইতিহাসত পঢ়িছোঁ চামধৰা যে উত্তৰ পাৰে।

: এইয়া। মই কি কৈছোঁ আপোনাক! উত্তৰ পাৰে নহৈ নোৱাৰে।

: আপুনি এতিয়া পোনে পোনে ঘৰলৈ যাব, নে আন কৰবালৈ যাব?

আচলতে তেখেতক এবাৰৰ উদ্দেশ্যেই সুধিছিল প্ৰশ্নযাৰ। তেখেতে চকু দুটা ঘোপা কৰি তাৰ মুখলৈ চাই খন্তেক থমকি ৰৈ মুখত সামান্য হাঁহিৰ আভাস আনি কলে—

: আপুনি বৰ চালাক দেই। মোক এভইদ কৰিব খুজিছে আপুনি। খোলাকে নকয় কেলেই মোৰ জৰুৰী কাম আছে বুলি। মইও ঘৰলৈকেই যাম। প্ৰি-ইউনিভাৰ্চিটিৰ টেবুলেচনত আহিছিলোঁ। কলেজো বন্ধ এই সময়ত। এমাহমানেই হ'ল ইয়াত। আৰু দহ-পোন্ধৰ দিন আছোঁ। কাইলৈ তেজপুৰ যাম। পৰহি আহিম।

: মোৰ আপোনাক লগ পাবলগীয়া আছে, এঘণ্টা মানৰ বাবে, কিবা এটা পৰামৰ্শ লব লাগিব।

: কি? বিয়া পাতিব খুজিছে নেকি?

: নাই নাই, সেইবোৰ কথা নহয়। এই কিতাপখনৰে কথা।

? মোষ্ট ৱেলকাম। আহিব। মই গৰ্ববোধ কৰিম। আপুনি তো মোৰ বাহাটো চিনি পায় হবলা?

: পাম। নিজৰাপাৰত নহয় জানো?

: নহয়। পেঞ্চিন পাৰাতহে।

. একেই তো।

: আপোনাৰ মানত হব পাৰে, মোৰ মানত নহয়। বাৰু আহিব আপুনি।

তেওঁ যোৱাৰ পাচত সি লৰালৰিকৈ ষ্টুডিঅ'ত সোমাইছিল। সি ফটোৰ পেকেটটো লৈ সুনীলক বিচাৰি যোৱাৰ কথা আছিল। কিন্তু অলপ আগতে সুনীলক যি অৱস্থাত সি দেখিলে, বিচাৰি যাবলৈ তাৰ মন নগ'ল। আৰু এদিন সি পিংগলেশ্বৰলৈ যোৱাৰ কথা ভাবিছিল। সুনীলৰ গাড়ীখন পোৱাহেতেন তাৰ সুবিধা হ'লহেতেন। এতিয়া দৃশ্যটো দেখাৰ পাচত সুনীলক গাড়ীখনৰ কথা কবলৈকে তাৰ বেয়া লগা হ'ল। সি ভাবিলে ঘৰলৈ গৈ ঠিক কৰিব কেনেকৈ যোৱা হয়।

ঠিক তেনে সময়তে তাৰ পিচপিনে ৰাষ্টাৰ দাঁতিত গাড়ী এখনে

জোৰেৰে ব্ৰেক মাৰি বৈ গ'ল। সি ঘূৰি চাই দেখিলে সুনীলে গাড়ীৰ ষ্টিয়াৰিং হুইলত বহি তালৈকেই চাই আছে।

: অই মাষ্টৰ, তোক বিচাৰি চলাথ কৰিলোঁ। পেট্ৰলৰ খৰচ দি দিবি।

: কি হ'ল?

সি গহীন হৈ সুধিলে। সুনীলে যে তাক বিচাৰি ফুৰা নাছিল, সি জানে। তাৰ ফাকিটো সি হজম কৰিব পৰা নাছিল।

: ঘৰলৈ ব'ল। কথা আছে।

: কি কথা?

: আও। তোৰ আকৌ হ'ল কি? স্বাধীনতাৰ আগৰ হেডমাষ্টৰটোৰ দৰে কথা কৈছ চোন? কি, কিবা হৈছে নেকি?

সি স্বাভাৱিক হবৰ চেষ্টা কৰি কলে—

. নাই হোৱা একো। মোৰ বেলেগ এটা কাম আছিল।

: কামটো কৰি ল'। ব'ল, কলৈ যাব লাগিব। আহ।

সি তাক বাউসীত ধৰি গাড়ীলৈ লৈ গ'ল। সি আৰু আপত্তি নকৰিলে. মাত্ৰ চিন্তা কৰিলে এইমাত্ৰ তাক এৰাবলৈ দেখুৱা মিছা অজুহাতটো সঁচা কৰা যায় কেনেকৈ। সি ষ্টিয়াৰিং হাতত লৈ গাড়ী ষ্টাৰ্ট দি আকৌ সুধিলে—

: ক, ক'লৈ যাবি।

: এই ইহঁতৰ ইয়াত কালাৰ ৰীল নাই অ'। ভাবিছিলোঁ, কাঁচী বজাৰৰ দোকানখনত চামগৈ। এতিয়া নালাগে দে, ঘৰলৈকেই যাওঁ ব'ল।

: ব'লচোন দোকানখনত চায়ে আহোঁ আগতে।

: হেৰ' লেঠা জানো এটা? পইচা আনিবলৈ পাহৰিলোঁ। আচলতে ভাবিছিলোঁ এইখনতে পাম। ইয়াততো মোৰ বাকী চলে।

: তাতে কি হ'ল। মই আনিছোঁ ব'ল।

সি আৰু আপত্তি নকৰিলে। ভাবি সন্তুষ্ট হ'ল যে সুনীলে তাৰ অজুহাতটো সঁচা বুলি বিশ্বাস কৰিছে।

সিহঁতে কালাৰ বৌল লৈ ঘৰ আহি পাওতে বাৰ বাজি গৈছিল। হাত ভৰি কিটা ধুই সি বহিছিলহে মাথোন এনেতে ৰামস্বৰূপে আহি সুধিলেহি ভাত দিব নেকি বুলি। সি হাঁহি সুনীললৈ দেখুৱাই কলে যে, আলহী আছে। অলপ পাচত দুয়োজনলৈকে বুলি যেতিয়া ৰামস্বৰূপে খোৱাৰ বস্তুবোৰ মেজত থলেহি সি তো বিস্ময়ত হতবাক হৈ গ'ল।

: আৰে, মাছ-মঙহ-পোলাও এইবোৰ ক'ত পালি?

: চাংগাবে আনিছে।

: সুনীল, তই কিবা বিয়া চিয়া পাতিছ নেকি?

: এইবোৰ বিয়াৰে বস্তু। কিন্তু বিয়া মোৰ নহয়। মোৰ আপোন মানুহ এঘৰৰ।

: এইবোৰ ইয়ালৈ আনিলি যে?

: এইবোৰ মই যোগাৰ কৰা বস্তু। মোৰ য'তে খুচি তালৈকে নিম। তাত কোনে কি কব পাৰে?

তাৰ মনত উক দি থকা কৌতূহলটো চৰিতাৰ্থ কৰাৰ অৰ্থে সি আওপকীয়াভাৱে সুধিলে—

: তোৰখননো কেতিয়া খাবলৈ পাম?

: পাবি ৰহ,। ছোৱালী যোগাৰ হৈয়ে আছে। মইহে আজৰি পোৱা নাই।

সুনীলৰ কথা শুনি তাৰ সন্দেহ যে অমূলক নহয় সেইটো অনুভব কৰি সি তলে তলে উত্তেজিত হৈ পৰিল। সি স্বাভাৱিক হবৰ চেষ্টা কৰি সুধিলে—

: প্ৰি-মেৰেজ কোৰ্টশ্বিপ চলিছে নে নাই?

: চলি আছে তলে তলে।

সুনীলৰ কথাষাৰ এপাত মূৰ্তিমান চৰ হৈ যেন তাৰ গালতে পৰিল এনেদৰে সি থতমত খাই গ'ল। নিজকে কোনোমতে চম্ভালি সি লাহেকৈ কলে—

: খাওঁ ব'ল। ভাত খাওা হৈ গ'ল।

টেবুলত বহি কিছুপৰ সিহঁত দুয়ো নীৰৱে খোৱাত ব্যস্ত হৈ পৰিছিল। অলপ পাচত সিয়েই সুধিলে—

: কচোন, তোৰ কি কথা আছিল।

: পিকনিক এটাৰ যোগাৰ কৰিছোঁ।

: কলৈ?

: মদন-কামদেৱ।

: সদস্য-সদস্যা আৰু কোন কোন আছে?

: তই আৰু মই। আমিয়েইতো শজন। আৰু লাগিছে কেলেই? তই কাৰোবাক লোৱাৰ কথা ভাবিছ নেকি? লব পাৰ। কিন্তু কেৱল পুংলিংগৰ। কিয়নো ৰাত্রি যাপন কৰা হ'ব।

সি সহাৰি নিদিয়া দেখি সুনীল শইকীয়াই আকৌ কলে—

: মজবুত টেণ্ট্ লৈছোঁ। ফেনাইল লৈছোঁ আৰু মন্নাফ আহমেদ তো যাবই। তই চিন্তা নকৰিবি, সি এক্স্পাৰ্ট চিকাৰী। ড্রাইভাৰীততো তাৰ সমকক্ষ নায়েই বুলিব লাগে। তোৰ চিন্তা কৰাৰ কাম নাই। আবেলি তিনি বজাত তই ওলাই থাকিবি।

: ভাত ৰান্ধিব কোনে? খানা বনাব কোনে?

: কিয় মোৰ ফেক্টোটাম মন্নাফ যাবই নহয়। সিতো কেৱল ড্রাইভাৰেই নহয়। বাহিৰলৈ গলে সিয়ে মোৰ সৰ্বস্ব। এ ৰাৰা আৰিছ, বেয়াৰ পাৰ্ছন। তাৰ দৰে কৰ্মকুশলী লোক বৰ বিৰল। ব'ল তোৰ সেইবোৰ চিন্তা কৰাৰ কাম নাই। তই কুইনূচ্ চাবি, ষ্টাডি কৰিবি, বচ্। ৰাতি কাম কৰিলে চাৰ্চ লাইট আছে। মোৰ বন্দুকতো যাবই।

সুনীলৰ লোভনীয় প্ৰস্তাৱটো শুনি তাৰ আগ্ৰহ হ'ল। সি ইমান পৰে তাৰ মনত বিয়নী-সাবটাৰ দৰে লাগি থকা দুশ্চিন্তাটো পাহৰি গ'ল।

খাই বই সুনীল ওলাই যোৱাৰ পাচত সি লগত কি কি বস্তু লৈ যোৱাৰ আৱশ্যক হব তাকে ভাবি স্থিৰ কৰাত ব্যস্ত হৈ পৰিল।

মদন কামদেৱ পাওতে বেলি ৰঙা পৰিছিল। সুনীলৰ আয়োজন

যেতিয়া খুত থকাৰ প্ৰশ্নই নুঠে। মন্দিৰলৈ উঠি যোৱা বাটটোৰ দাঁতিত একাষে অকণ মুকলি আছিল। তাতে টেণ্ট তৰা হৈছিল। কাষত পানীৰ ব্যৱস্থা আছিল। খোৱা পানী গাড়ীত নিয়াই আছিল। খানাৰ হট কেছ দুটা গৈছিল। অৰ্থাৎ কেণ্টিন পূৰা মাত্ৰাৰ আছিল। চাৰিওপিনে ফেনাইল চতিয়াই সুনীলে কৈছিল যে, দীঘলটোৰ বাপেকো আহিব নোৱাৰে। সুনীলৰ কথা শুনি সেই পূজাৰী নে বছুৱাজনৰ কথা মনত পৰিছিল। সি যে তাক সাপ আৰু বাঘৰ কথা কৈছিল প্ৰথম মদন-কামদেৱলৈ অহাৰ দিনা। সিও সাপক দীঘল বুলি কৈছিল।

সুনীলে টেণ্ট তৰা, ফল্ডিং কট পৰা আদি যাবতীয় কাম শেষ কৰি টেণ্টটোৰ দুৱাৰ মুখ বন্ধ কৰি থলে। পাচত গাড়ীৰ পৰা তাৰ হাণ্টিং গিয়াৰ-খিনি উলিয়াই ললে। গিয়াৰ মানে এটা দুই নলী বাৰ বোৰৰ ব্ৰীচ্ লোডাৰ বন্দুক, একপেটি কাৰ্টুজ, এটা পাঁচ বেটেৰীৰ টৰ্চ লাইট, স্পেয়াৰ বেটাৰী, এটা সৰু দুই-বেটাৰী টৰ্চ লাইট আৰু দুখন নেপালী খুকুৰি। খুকুৰি দুখনত ৰঙা ছেহ অৰ্থাৎ কাপোৰৰ ফিটা লগোৱাই আছিল। তাৰে এখন ললে মন্নাফে আৰু এখন সুনীলে তাৰ কঁকালত বান্ধি দি কলে—

: মানুহ দেখি থকা জন্তুবোৰ বৰ ঘঁটিয়া হয অ'। লগত শস্ত্ৰ থকা ভাল। আশংকা কৰা নাই। কিন্তু সতৰ্কতা লোৱাত দোষ কি? ব'ল।

: তোৰ শস্ত্ৰ সেইডাল নেকি?

. বন্দুক শস্ত্ৰ নহয়, অস্ত্ৰ, মিছাইল, তহঁতৰ ইংলিছত। ব'ল, ভগ্নাৱশেষ চাওগৈ।

: সেইবোৰ চাওতে ইপিনে গাড়ীখনত যদি কিবা সোমাই থাকে।

: আৰে কি সোমাব? ছিডন বডিৰ গাড়ী। তলা মাৰি থৈ আহিছোঁ। সোমালে সোমাব টেণ্টৰ ভিতৰত। আৰু তেতিয়া বাঘ-ঘোঙ যিয়েই নহ'ক সাৰি যাব নোৱাৰে।

সি সুনীললৈকে চালে। তাৰ বীৰত্বব্যঞ্জক কথা শুনি সি আমোদ পালে। তিনিও নীৰৱে গৈ থাকিল। ভগ্নাৱশেষৰ টিলাটোত উঠাৰ লগে লগে সুনীল বৈ গ'ল। আৰু বন্দুকটো আৰু গুলীৰ বেল্ট ডাল মন্নাফক দি কলে—

: হোঁ গৰিয়া, বন্দুক, গুলী তই ল। ডাঙৰ লাইটটো আৰু তোৰ খুকুৰিখন মোক দে। সৰু লাইটটো মাষ্টৰক দে।

সাঁজ লাগিছিল সেই সময়ত। মন্দিৰত ঘণ্টা বাজিছিল। পূজাৰী দুজন আৰু লগুৱা দুটা কামে কামে ব্যস্ত হৈ আছিল। লগুৱা এটাই সিহঁতক দেখিলে আৰু সুনীলৰ পিনে চায়েই উঠুলি মুঠুলিখন লগাই দিলে।

: ঐ! শইকীয়া বাবুচোন।

: অঁ।

• চিকাৰক আহিল? পহুৰ ভাগ কিন্তু আমাকো লাগিব।

: শিলগুটি খাবলৈ পহু আছে নেকি ইয়ালৈ?

: হোঁউ তামচা নহয় বাবু, বহু আছে। ইয়াক নাহে। তলৰ সেই টিলাটোত কান্দিবই অলপ পাচতে। ডাঙৰ নহয়, সোণৰা পহু।

: হব দিয়া, মাৰিলে সমানে আধা দিম।

: হোঁউ, এই বাবুটোও আহিছেচোন। অ' বাবু, যোৱা বছৰ তুলিছিল যে, উঠিছিলনে ভালকে? মোকো দিবহে ভাল ভাল চাই কেইখনমান ফটো।

সি মনেই কৰা নাছিল পূজাৰীৰ লগুৱাই যে তাকে উদ্দেশ্যে কৰি কথাকেইটা কৈছিল। সি টৰ্চটো জ্বলাই কাষতে পৰি থকা পেনেলৰ টুকুৰা এটাত থকা নৃত্যাংগনাৰ মূৰ্তি এটা চাই আছিল। নিবিষ্টমনে। তাৰ হৈ সুনীলেই কলে—

: আজি লগত অনা নাই নহয়। আগতে খবৰটো পোৱা হলে লগত লৈ আনিব পাৰিলেহেতেন।

: অস্ সেইদিনা যে আমাৰ ডেকা দেওক ছোৱালী এজনীয়ে

প্ৰশ্ন কৰি একেবাৰে জব্দ কৰি দিছিল। আমাৰ বাবুৱে নিশ্চয় তেওঁৰো ফটো লৈছিল।

: দেখাত ধুনীয়া আছিল নে?

: কয় হে নে! একেবাৰে অপেস্বৰী হেন।

: তেনেহলে এওঁ নিদিলেও ময়ে তোমালৈ ফটো এখন পঠাই দিম।

: বাবু, প্ৰসাদ খাব?

: এই গধূলিখন ক'ত প্ৰসাদ পালা তুমি?

: হোঁউহ্ মই থৈ দিওঁ। মাজে মাজে বাবু ভায়াসকল আহে তো গধূলিও। দুই চাৰিঅনা পইচা দি যায়।

: যোৱাঁ, আনাগৈ। হোঁৱা।

সুনীলে লগুৱাটোক টকা এটা দি দিলে।

তিওৱা বুটমাহ চোবাই চোবাই সি পুনৰ অন্যমনস্ক হৈ পৰিছিল। সি সুনীল আৰু লগুবাটোৰ কথাত ভাগ নললেও ছোৱালীজনীৰ বিষয়ে কোৱা কথাখিনি সি সুশুনাকৈ থকা নাছিল, আৰু সুবুজাকৈও থকা নাছিল, ছোৱালীজনী বুলি মাৰবিনাৰ কথাকে যে কৈছিল। তাৰ আগবেলা দেখা সেই দৃশ্যটোৰ কথা পুনৰ মনত পৰিল। সুনীলৰ প্ৰতি উস্তৰ হোৱা প্ৰচ্ছন্ন ঈৰ্ষাৰ ভাবটো ইমানপৰে তাৰ মনৰ পৰা আঁতৰি আছিল। মাৰবিনাৰ বিষয়ে লগুৱাই আৰু সুনীলে কৰা আলোচনাটো কাণত পৰাত তাৰ মনত সেই ভাবটো আকৌ লাহে লাহে জাগি আহিছিল।

সি ভাবটোক আঁতৰাই পঠোৱাৰ উদ্দেশ্যেই টৰ্চটোৰ পোহৰখিনি যেনি তেনি পৰি থকা শিলবোৰৰ ওপৰেদি দীঘলকৈ পেলাই দিছিল। দিনত বেলিৰ পোহৰত নিৰ্জীৱ, লাচাৰ হৈ পৰি থকা শিলৰ টুকুৰাবোৰ ৰাতিৰ এন্ধাৰৰ স্পৰ্শত সজীৱ, ভয়াবহ যেন লগা হৈ উঠিছিল।

: যাওঁ ব'ল।

তাৰ প্ৰস্তাৱ শুনি সুনীলে কলে—

: যাব্ মানে? ক'ত যাবি আকৌ? মই তোৰ কাৰণেহে আহিছোঁ। তইতো কিবা লিখি আছ, এইবোৰক লৈয়ে। লাইটৰ পোহৰত চোৱা হ'ল যদি, কিছু সময় মনে মনে এন্ধাৰত বহি ল' আৰু কাণ পাত। এই শিলবোৰে, এই এন্ধাৰ ভৰা নৈশব্দই তোৰ সতে কথা কব।

এন্ধাৰত সুনীলৰ মুখখন দেখা নাছিল বাবেই হয়তো তাৰ ৰোমান্টিক কথাখিনিয়ে তাক আমনি দিয়া নাছিল। তাৰ অৰণ্যে মনটো মুকলিও লগা নাছিল। কাম কৰাৰ কাৰণে উদ্যম তাৰ নোহোৱা হৈছিল। গতিকে সুনীলক সি আকৌ যোৱাৰ কথা কলে।

পিচদিনা সি গোটেই দিনটো ভগ্নাৱশেষৰ লবলগীয়া ফটোবোৰ লোৱাৰ পাচত একাষে নিৰিবিলিকৈ এচটা শিলত বহি লিখিছিল। সুনীল দিনটো কলৈ গৈছিল সি নাজানে। মাত্র এক বজাত খোৱাৰ যোগাৰ লৈ সি লিখি থকা ঠাইলৈ আহি তাৰ লগত একেলগে খাইছিল।

সুনীলকো চিন্তিত যেন দেখিছিল, সি কিন্তু কাৰণটো সুধিবলৈ ভাল পোৱা নাছিল। যোৱা ৰাতি সিয়েই প্রথমে উলিয়াইছিল মাৰবিনাৰ কথা। সি ভাবিছিল, মনটোত জ্বালাবোৰ উমি উমি থকাতকৈ এটা চয়-নিচয় হৈ যোৱাটোৱে মংগল। গতিকে সি কথাটো উলিয়ায়ে ক্ষান্ত থকা নাছিল, সি দস্তুৰমত সুনীলক চাৰ্জ কৰিছিল। সি হঠাৎ এবাৰ সুধি দিছিল—

: তই বাৰু সঁচাকে ক'চোন মাৰবিনাক লৈ ইমান পুৱাতে কলৈ গৈছিলি।

: সেইটো তই নেজানিলেও তোৰ ক্ষতি নহয়।

: তই মাৰবিনাক জানো ভাল নাপাব?

: কিয় নাপাম?

: সেইবাবেই মোৰ জানিবলৈ আগ্রহ হৈছে, তহঁতে কলৈ গৈছিলি?

: জানিবৰ যদি ইমানে আগ্রহ হৈছে, জানি ল'। গৈছিলোঁ।

তাইবে কিবা এটা কামত। শুই থাক এতিয়া। জানিলি নহয়।

তাৰ পাচত দুয়ো নীৰৱে শুই পৰিছিল। তাৰ কৌতূহল শাম কটা নাছিল, কিন্তু সুনীলে ভাল নোপোৱা দেখি তাৰ বৰ বেচি পীড়াপীড়ি কৰিবলৈকো ভাল লগা নাছিল।

পুৱা সুনীল অস্বাভাৱিক ৰকমে গহীন হৈ পৰিছিল। গতিকে সিও আৱশ্যকীয় কথাত বাদে আন কথা পতা নাছিল। গধূলি ঘূৰি যোৱাৰ পথতো দুয়ো নিমাতে গৈছিল। সি নমাৰ সময়ত কেৱল 'যাওঁ' বুলি কৈ বিদায়ৰ পৰ্ব সামৰিছিল। সি আহি ঘৰত সোমোৱাৰ লগে লগে মনটো আৰু বেচি ভাবাক্ৰান্ত হৈ পৰিছিল।

স্বৰ্গদেৱ চুহিৎপংফাৰ মনটোও আৰু বেচি ভাৰাক্রান্ত হৈ পৰিছিল গুৱাহাটী পোৱাৰ পাচত। পানী ফুকন আৰু চাংমাইৰ ঢেকিয়াল ফুকনক মুখ্য কৰি ৰাণী, লুকি, টোপাকুছি এনেদৰে দাঁতিয়লীয়া চৰ্দাৰ সকলক কৈ ত্রিশ হেজাৰমান মানুহ দি মোৱামৰীয়াক খুঁজিবলৈ উজাই পঠোৱা হৈছিল আগদিনাখন। তথাপি মনটো তেওঁৰ শান্ত হোৱা নাছিল।

সলা চকী পায়ে তেওঁ ভাবিছিল অন্ততঃ বিদ্রোহীসকলে সৃষ্টি কৰা অশান্তিৰ হাত সৰা গ'ল। মোৱামৰীয়াই সমগ্র উজনি অসমত যি অস্থিৰতাৰ সৃষ্টি কৰিছিল তাৰ তুলনা নাছিল। 'শিঙৰি ঘৰত জুই দিয়াৰ ঘটনাও একেবাৰে সাধাৰণ যেন হৈ পৰিছিল। ৰাজধানী এৰি যে পলাই আহিবলগীয়াত পৰিছে সেইটো লৈ চুহিৎপংফাৰ সিমান খেদ নহ'ল, যিমান খেদ হৈছিল গুৱাহাটীলৈ আহিও সন্তোষজনক পৰিস্থিতি এটা নেদেখাত। ৰাজধানী এৰি গুৱাহাটীলৈ অহাটো একো অসন্মান-জনক নহয়, কিয়নো গুৱাহাটীও তেওঁৰ ৰাজ্যৰে এখন নগৰ। গুৱাহাটীত বৰফুকনৰ নগৰ পতা নাই বুলিও ন কুৰি বছৰ হয়হে লাগে। মাত্র পাঁচটা বছৰহে কম। আৰু বৰফুকনতো তেওঁৰে অংগ। এই নকুৰিটা বছৰ তেওঁৰ অংগইতো ৰাজ কৰি আহিছে গুৱাহাটীতো। সেই লৈ চিন্তাৰ বা দুশ্চিন্তাৰ কোনো কাৰণ নাই। তেওঁৰ দুশ্চিন্তা হ'ল দৰঙৰ কৃষ্ণনাৰায়ণে ঢেকেৰীকেইটা আৰু বঙাল বৰকাণ্ডাজ কেইটাক লৈ উদঙালি কৰি থকা দেখি।

মোৱামৰীয়াৰ ভয়ত আজি একুৰি দুই বছৰৰ আগতেই ৰাজ্যৰ ৰাজধানী গুৱাহাটীলৈ অনা হৈছিল। এতিয়া যেনিবা বজাও আহিল। তাত অমৰ্যাদাৰ কথা কি আছে?

এইবোৰ চবেই ঠিক আছে। একমাত্র মানুহৰ মনবোৰ ঠিক হোৱা হলে। নৰ্গাৱত সিন্ধুৰাৰ নেতৃত্বত নিজৰ আঠুৱাৰ তলৰ মহবোৰেও যে

এনেদৰে ৰাজ্যৰ ৰজা এজনক ফেৰ পাতি ধৰিবহি স্বৰ্গদেৱে সপোনতো ভৰা নাছিল।

মনত এইবোৰ কথাকে পাগুলি দোপদৰত তেওঁ নীৰৱে বহি আছিল। ৰজাক নীৰৱে চিন্তিত হৈ থকা দেখি বহু বেলিৰ পাচত বৰফুকনেই মাত লগালে—

: মই বন্দীয়ে কথা এটা কব খুঁজিছিলোঁ।

: তই কি কবি মোৰ জনা আছে। মই চিন্তা কৰাৰ কাৰণ নাই, এইতো ?

: মই আন এটা কথাহে কব খুজিছিলোঁ, স্বৰ্গদেউ ঈচৰ।

ৰজাৰ অলপ কৌতূহল হ'ল। তথাপি মনৰ ভাব লুকুৱাই, বিৰক্ত যেন দেখুৱায়ে কলে—

: ক', কি কৱ সোনকালে ক'।

: সিদিনা ঈচৰে যে লতাশিল চকীত নামিছিল, আমাক শৰাই-ঘাটৰ পৰা ভৱ কটকীয়ে উজাই লৈ আহোতে বাটতে সিয়ে কথাটো উলিয়াইছিল।

: অস্, তই মিছামিছি কথাটো দীঘলীয়া কৰিছ। সোনকালে আচল কথাটোলৈ আহ।

: ঈচৰে জানেই যোগীঘোপাৰ আনটোপাৰে পঞ্চৰত্ন, তাৰ পূবে গোৱালপাৰা। তাতে এটা ফিৰিঙি বেপাৰী আছে। তাৰ লগত বহুত বৰকান্দাজ চিপাহী আছে। তাক অকণ বেপাৰ বাণিজ্যৰ লোভ দেখুৱাই দুটা কাম তাৰ হতুৱাই কৰাই লব পৰা হব।

: কি বৰকান্দাজ খুজিবি নেকি ?

: ঈচৰে কিয় খুজিবলৈ যাব। সেই কঙালৰ স্বৰ্গদেৱক সন্তুষ্ট কৰিব পৰাকৈ দিবলৈ আছেই বা কি। আমি তাক কেই পল্টনমান বৰকান্দাজ চিপাহী পঠাই দিবলৈ কওঁ। তাৰ বাবে তাক যি সুবিধা লাগে আমাৰ ইয়াত বেহা বেপাৰ কৰিবলৈ, আমি দিম।

স্বৰ্গদেৱে খন্তেক ভাবিলে আৰু সুধিলে—

: দুই নম্বৰটো কি ?

: তাৰ যোগেদি আমি কোম্পানীৰ সহায় বিচাৰোঁ।

: পাচৰটো অৱশ্যে মোৰ মনে ধৰিছে। তই ক চোন কাক পঠিয়ালে ভাল হব।

: ভৱনাথ কটকীয়ে পাৰিব, দেউতা ঈচৰ।

: কথাটো সিয়ে উলিয়াইছিলতো, তাৰ বা আকৌ মতলব কি?

: তাক সন্দেহ কৰিবলগীয়া একো নাই, দেউতা ঈচৰ।

: চাবি আকৌ, কিবা এটা হব লাগিলে কান্ধৰ ওপৰত কাৰো মূৰ নাথাকিব। পঠিয়া তাকে পঠিয়াই দে। দেৰি নকৰিবি।

বৰফুকনক বঁটা-বাহন দি বিদায় দিয়াৰ পাচত দোপদৰৰ দুৱাৰমুখত থিয় হৈ গুৱাহাটী ঠাইখনৰ চাৰিওপিনৰ দৃশ্য চাই নিজকে প্ৰবোধ দিয়াৰ চেষ্টা কৰিছিল। কিন্তু অলপ পাচতে তেওঁ বিৰক্ত বোধ কৰিছিল। তেওঁ ভাবি পোৱা নাছিল তেওঁৰ নিচাদেউক চুৰেম্ফা স্বৰ্গদেৱে কিহৰ মায়াত পৰি গুৱাহাটী চাবলৈ বুলি ৰাজধানীৰ পৰা ইমান দূৰলৈ আহিছিল। সেয়াতো ডেৰকুৰি বছৰৰ আগৰ কথা। তেতিয়া চাগে' আৰু কদৰ্য আছিল গুৱাহাটীৰ বাট-পথ, এই দোপদৰ, লতাশিলৰ চকী আৰু দীঘল শলখা দিয়া পানীদুৱাৰখন।

তেওঁ সমস্ত শুনিছিল সৰুতে দেউতাকৰ মুখত, কিদৰে স্বৰ্গদেৱ চুৰেম্ফাই বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰত মঠ সজাই দিছিল, সৰ্বগ্ৰাস চন্দ্ৰগ্ৰহণৰ দিনা অশ্বক্ৰান্ত তীৰ্থত হেজাৰ হেজাৰ কামৰূপীয়া প্ৰজাৰ সাক্ষাতত কণকাঞ্জলি দিছিল। স্বৰ্গদেৱ চুখ্ৰুংফাইতো গুৱাহাটীতে দেহত্যাগ কৰিছিল হি। মৃতদেহৰ কাষ্ঠ সংস্কাৰ য'ত হৈছিল তাতে তেওঁৰ আন এগৰাকী নিচাদেউক চুনেন্‌ফা স্বৰ্গদেৱে ৰুদ্ৰেশ্বৰ মন্দিৰৰ থাপনা কৰি দিছিল। তেওঁ সম্প্ৰতি থকা মন্ত্ৰাচল পৰ্বতটোৰ পশ্চিমত লাগি থকা শুক্ৰেশ্বৰ মন্দিৰটোও সেইজনা নিচাদেৱেকেই কৰাই দিছিল। চুতন্‌ফা স্বৰ্গদেৱে আজি তিনিকুৰি বাৰ বছৰৰ আগতে উগ্ৰতাৰাৰ মন্দিৰ কৰাই দিয়ালে, নিষ্কৰ জমিও দিলে, কিন্তু ফলত পালে কিটো?

চুহিংপংফা স্বৰ্গদেৱৰ এই কথাবোৰৰ সতে চুখ্ৰুংফা গোহাইৰ কথা

এটাৰ মিল দেখি পেটে পেটে হাঁহি উঠিল। গোহাঁয়ে ৰাজপাটত উঠিয়েই ৰুদ্ৰসিংহ নাম ললে আৰু হিন্দুধৰ্ম ৰক্ষাৰ নামত নানান কাম কৰিলে, আৰু নিজেও গোড়া হিন্দু হিচাপে আনৰ আগত গণ্য হ'ল। আনহাতে বাপেকৰ সাম্বৎসৰিক শ্ৰাদ্ধৰ ভোজত কুকুৰা, গাহৰি আৰু অভিষেকৰ বছৰেকীয়া উৎসবত গৰুৰ মঙহেৰে ভোজ দিয়া প্ৰথা তেওঁ মৃত্যু পৰ্যন্ত ত্যাগ কৰা নাছিল।

ইয়াতো এতিয়া মঠ, মন্দিৰ, কৰাই, আলি বন্ধাই, পিয়ল কৰাই প্ৰজাৰ হিত চিন্তিছেহে চিন্তিছে। কিন্তু প্ৰজাৰ মন সলনি নহ'ল। আজিও পৰ পৰ হৈয়ে থাকিল। ৰজাৰ ওপৰত আস্থা স্থাপন কৰা দূৰৰ কথা, উজনি আৰু নামনিৰ মাজতো পৰ পৰ ভাব এটা এই পৰ্যন্ত নোহোৱা নহ'ল। কামৰূপৰ প্ৰজাই আকৌ নিজকে কোনোবা ৰজাৰ যে প্ৰজা, নিজৰ দণ্ডমুণ্ডৰ কৰ্তা হৈ ৰজা এজন যে আছে, সেই কথা অনুভৱ কৰা যেন নালাগে, অন্ততঃ সিহঁতৰ আচৰণত তেনে এটা ভাবৰ প্ৰকাশ নেদেখি।

আনকি ধূলিৰ তলৰ ধূলি বিকা মজুমদাৰেও কয় দৰঙৰ কৃষ্ণনাৰায়ণৰ কথা। এই কামৰূপ-গুৱাহাটী হেনো ৰাজবংশীৰহে আছিল। অহমৰ তাত এক্তিয়াৰ নাই।

: যত চব ঢেকেৰি গোলামৰ জাত!

বিতৃষ্ণাত চুহিংপংফা স্বৰ্গদেৱৰ মুখেদি ওলাই গ'ল।

: পৰমেশ্বৰ দেৱতাক বন্দীয়ে প্ৰণিপাত জনাইছে।

তেওঁ ঘূৰি চাই দেখিলে অলপ দূৰত কোনোবা এটা সাষ্টাংগে প্ৰণিপাত কৰি মাটিতে পৰি আছে। স্বৰ্গদেৱে পাহৰি গৈছিল অলপ আগতে ভৱনাথ কটকীক মাতিবলৈ যে বৰফুকন ওলাই গৈছিল।

: কোন বিকা নেকি?

: বন্দীহে পৰমেশ্বৰ! ভৱনাথ।

: যা, বৰ ফুকনক আহিবলৈ দে।

ৰাজ মোহৰাংকিত অনুবোধ-লিপি লৈ ভৱনাথ কটকী যেতিয়া ওলাই গৈছিল গোৱাল পাৰাৰ অভিমুখে ইটা খুলিৰ দোপদৰৰ টুপত

অকলশৰে বহি স্বৰ্গদেৱ চুহিংপংফাই বিশাল ব্ৰহ্মপুত্ৰৰ বুকুৰেদি বহু দূৰলৈ চাই আছিল। ৰাঙলী বুকুজ, অমৰাজুৰিৰ ঘাট, পাণ্ডু ব্ৰহ্মপুত্ৰৰ পাৰৰ অৰণ্যৰ শ্যামলিমাই সমস্ত একাকাৰ কৰি দিছিল। নিশাটো সি হেনো আগিয়াঠুটিৰ নামে কোনোবা মাজালীত কটাব। পাচদিনা গধূলিকৈ গোৱালপাৰাৰ ঘাট পাবগৈ হেনো।

ভবনাথৰ ৰাছ ফিৰিঙিৰ লগত জনা শুনা আছে হেনো। গতিকে চিন্তা নাই। তেওঁ আৰু চিন্তা কৰাৰ আহৰিও নাপালে। উগ্ৰতাৰা মন্দিৰত সন্ধ্যাৰ প্ৰাৰ্থনাত নিবলৈ বিষয়াই লগুৱা লিকচো দল বল সহ অপেক্ষা কৰিছিল। কেপ কৰা দোলা লৈ সাজু হৈ আছিল।

এই মন্দিৰো স্বৰ্গদেৱ চুতন ফাই সজাই দিছিল। কথাটো মনত পৰাৰ লগে লগে স্বৰ্গদেৱ পুনৰ বিৰক্ত হৈছিল। কিন্তু ওলাই আহিয়েই চৰীয়াৰ মুখত যিখাৰহে কথা শুনিলে, তেওঁ অধৈৰ্য হৈ পৰিল।

দৰঙৰ কৃষ্ণনাৰায়ণে আহোমৰ থাপিত সঞ্চিত বিষ্ণু নাৰায়ণক ৰজা ভাঙি, নিজে ৰজা হৈছিল। মোৱামৰীয়া বিদ্ৰোহীক লৈ উজনিত ডা-ডাঙৰীয়া, বৰফুকন-পালিফুকন ব্যস্ত হৈ থকাৰ সুযোগ লৈ কৃষ্ণনাৰায়ণে এই অপকৰ্মটো কৰিছিল। এতিয়া হেনো তেওঁ কামৰূপ দখল কৰাৰ বাবে ষড়যন্ত্ৰ চলাইছে। কামৰূপৰ কোনো কোনো চৌধাৰীয়েও হেনো কৃষ্ণনাৰায়ণৰ লগ লাগিছে। ৰজাই চৰীয়াটোৰ পিনে নোচোৱাকৈয়ে পৰম বিতৃষ্ণাৰে সুধিলে—

: এই হৰদত্ত নে কি ঢেকেৰিটো, সিও আছে চাগৈ ?

: দেউতা ঈচৰে ঠিকেই ধৰিছে।

তাৰ পাচৰ ছটা দিন চুহিংপংফা ৰজাই বৰ অশান্তিত কটাইছিল। গণকে গণনা কৰি অভয় দিয়া সত্বেও মনত কিবা এটা অজানিত শংকা বিয়নি সাবটাৰ দৰে লাগি আছিল।

সুদীৰ্ঘ ছটা দিনৰ পাচত গধূলি যেতিয়া বৰফুকনে আহি খবৰ দিলেহি যে, ভবনাথে ৰাছ ফিৰিঙিৰ পৰা পাঁচশ বঙাল বৰকান্দাজ লৈ আহিছে, তেতিয়াহে ৰজাৰ মনটোৱে শান্তি পাইছিল। বৰকান্দাজৰ দলটো উজনিলৈ পঠাই দি ফুকন পোৱালি এজনে বাতৰিটো দিয়াতহে তেওঁ

আশ্বস্ত হৈ স্বস্তিৰে ভিতৰত সোমাইছিল। জুহালত বহি টিকিৰাত হোপা মাৰি আমেজত চকু দুটা মাজে মাজে বহুত পৰলৈ তেওঁ মুদি দিছিল। পাণ ভজাৰ গোন্ধটো মাজে মাজে নাকত লগাত তেওঁ অদ্ভুত ধৰণৰ এটা নিৰীহ উন্মাদনা অনুভৱ কৰিছিল।

চুহিং পংফাৰ মনৰ স্বস্তি অৱশ্যে অতিশয় ক্ষণস্থায়ী আছিল। দুদিনৰ পাচত এনে এটা খবৰ আহিল যে ৰজা বিমূঢ় হৈ পৰিল। বৰকান্দাজৰ দলটো হেনো মোৱামৰীয়া বিদ্ৰোহীহঁতে বাটতে আগচি ধৰি কাটি মাৰি শেষ কৰিলে। মোৱামৰীযাৰ দল হেনো গুৱাহাটী অভিমুখে আহি আছে।

ইপিনে দৰঙৰ কৃষ্ণ নাৰায়ণেও কামৰূপীয়া চৌধাৰীৰ লগ লাগি হিন্দুস্থানী আৰু নওঠা বঙালৰ দল লৈ গুৱাহাটীৰ পিনে আক্ৰমণৰ উদ্দেশ্যে আহি আছে।

ৰাতি দোপদৰত অকলে বহি ৰজাই বৰফুকনক মতাই অনালে। বৰফুকনে সেৱা লৈ বিনম্ৰভাৱে কি উদ্দেশ্যে বন্দীক মতা হৈছে বুলি সুধিবলৈহে পালে ৰজা উত্তেজিত হৈ পৰিল। বৰফুকনে বহুত বুজনি দি শেষত কলে—

: দেউতা ঈচৰে সৰ্বজ্ঞানী হৈও এটা কথা পাহৰি আছে যে, বিপদত ধৈৰ্য্যহে পৰম বল। ভগবানে বিপদ চপাই দিয়ে পৰীক্ষা কৰিবলৈ। বিপদ কেৱল দি উপায় যে নিদিব, এনে অবিচাৰ ভগবানে নকৰে স্বৰ্গদেৱতা। অলপ দকৈ ভাবিলেই উপায় ওলাব।

: মই চোন ভাবি ভাবি কোনো উপায়কে দেখা নাই হৰনাথ।

: স্বৰ্গদেৱে কেনে দেখে, যদি আমি বিকা, ভবনাথ আৰু দৰঙী ৰজা বিষ্ণু নাৰায়ণক কোম্পানী বাহাদুৰৰ তালৈ পঠাই দিও?

ৰজাই খন্তেক ভাবিলে, শেষত গম্ভীৰভাৱে কলে—

: তই তেন্তে তাকে কৰ। সিহঁতক আজি ৰাতিতে যাত্ৰা কৰিবলৈ কৈ দে।

বৰফুকনৰ পৰ্হিচাঙিৰ শব্দ মাৰ নোযোৱালৈকে স্বৰ্গদেৱ প্ৰস্তৰ মূৰ্তিৰ দৰে বৈ আছিল নিৰৱ নিস্তব্ধ হৈ।

পূবে নাওজানৰ পাৰত থকা প্ৰকাণ্ড জৰিজোপাৰ পৰা হুতু এটাৰ ভয় লগা মাত শুনা গৈছিল। গুৱাহাটীৰ লতাশিল, ইটাখুলি, শৰণীয়া চাৰিওপিনে কবৰৰ দৰে নিস্তব্ধ হৈ পৰিছিল। মাজে মাজে পৰীয়াৰ চিঞৰে ৰাতিৰ ভয়াবহতা বঢ়াই তুলিছিল।

এসময়ত ৰজাৰ মনটো একেবাৰে উদ্বেগহীন হৈ পৰিল। তেওঁ ব'লিয়াৰ দৰে বিকট শব্দ কৰি হাঁহি দিছিল।

চাহাবৰ হাঁহিটোৰ অৰ্থ ৰজা চুহিংপংফাই ভুল কৰা নাছিল। বেপৰোৱা হাঁহিটোৱে কাপ্তান ওৱেল্‌চ্‌ চাহাবে যি মনোভাব প্ৰকাশ কৰিছিল ৰজাই ঠিকেই বুজিছিল। আৰু মুহূৰ্তৰ ভিতৰতে তেওঁ পৰিবেশটোকে বদলাই দিলে। চাহাবৰ কুৰ্ণিচজাতীয় প্ৰণামটোলৈ সম্পূৰ্ণ অৱজ্ঞা দেখুৱাই ৰজাই বহি থকা আসনতে ঘূৰি ললে আৰু চাহাবক তেওঁৰ পিচপিনে বহাৰ নিৰ্দেশ দিলে।

ৰজাৰ অনুৰোধ-লিপিৰ বিষয়টো লৈ চাহাবজনে আহিয়েই প্ৰশ্ন উত্থাপন কৰিছিল। ৰজাই যিমানে তাক বুজাবলৈ যত্ন কৰিছিল যে, অসম ৰাজ্যত কৃষ্ণনাৰায়ণৰ সপক্ষে আহি যিবোৰ অশান্তিৰ সৃষ্টি কৰিছিল সেইবোৰ হিন্দুস্থানী ফকীৰ সন্ন্যাসী বৃটিছৰ এলেকাৰ পৰা অহা; সিমানে চাহাবে আপত্তি কৰি কৈছিল যে সেইটো 'আপচি মামলা'। নিজৰ নিজৰ ভিতৰত বিবাদ, তাত বৃটিছ চৰকাৰৰ কৰিবলগীয়া একো নাই।

আচলতে নগৰবেৰাৰ ওচৰত যি পৰিস্থিতি আৰু পৰিবেশত ওৱেল্‌চে চুহিংপংফা ৰজাক লগ পাইছিল, সি একেবাৰে প্ৰভাৱিত হোৱা নাছিল। এখন ৰাজ্যৰ ৰজাৰ যে তেনে চেহেৰা হব পাৰে সি সপোনতো ভবা নাছিল। সি আছিল চতুৰ ইংৰাজ জাতিৰ এগৰাকী সামৰিক বিষয়া। সি ৰজাৰ অৱস্থা দেখি আৰু বিশেষকৈ ফকীৰ-সন্ন্যাসীবোৰৰ চাল চলনৰ গমগতি লোৱাৰ পাচত বুজিছিল যে, কৃষ্ণনাৰায়ণৰ বিদ্ৰোহেই মূল কথা নহয়।

সি অৱশ্যে খবৰ পাইছিল যে, ৰাজ্যৰ কৃষক জনসাধাৰণৰ প্ৰবল সংগঠন এটাও ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে আৰু তেওঁলোকে ইতিমধ্যে গুৱাহাটীও দখল কৰিছেহি, যাৰ ফলত ৰজাই এইদৰে নদীৰ বুকুত আশ্ৰয় লবলগীয়া হৈছে।

চাহাবে অৱশ্যে ৰজাক লগত লৈ গুৱাহাটীলৈ উজাই আহিল।

শিৱনাথ বৰফুকনে শৰাইঘাটৰ নামনিত সৈন্য হৈ আছিল। তেওঁ লগতে আহিল। গুৱাহাটীৰ পৰা মোৱামৰীয়া বিদ্ৰোহীসকলক খেদাই দি কাপ্তান ওৱেল্‌চে উগ্ৰতাৰা মন্দিৰৰ ওচৰত ৰজাক আনুষ্ঠানিকভাৱে সাক্ষাত কৰিলে।

কিনাৰাম গোঁহাইৰ, নিজেই যেন দেখিছিল, এনেদৰে অনুভৱ হয় এই পুৰণি কথাবোৰ ভাবিলে। তেওঁ সেই সময়ত আছিল যোৰহাটৰ বাহৰত, বুঢ়াগোঁহাইৰ তত্ত্বাৱধানত। চাৰিওপিনে বিদ্ৰোহীয়ে ঘেৰি আছিল। কিন্তু গুৱাহাটীৰ পৰা দাঁড়ৰ বাতৰি দাঁড়ে আহিছিল ইমান বাধাৰ মাজতো। বুঢ়াগোঁহায়ে তেওঁক ইমান বিশ্বাস কৰিছিল আৰু গুৰুত্ব দিছিল যে, বুঢ়াগোঁহায়ে সাধাৰণ কিবা এটা বাতৰি পালেও তেওঁক জানিবলৈ নিদিয়াকৈ থকা নাছিল।

এবাৰ গুৱাহাটীত থাকোতেই স্বৰ্গদেৱ চুহিৎপংফাই তেওঁৰ বন্ধু এজনৰ চকু কঢ়াইছিল সামান্য এটা কথাৰ কাৰণে। সেই বন্ধুজন আছিল বহু ভাষা জনা লোক। পাচত গুৱাহাটীলৈকে ফাৰ্চীত লেখা চিঠি এখন আহিল ঢাকাৰ পৰা। ফাৰ্চী পঢ়িবলৈ জনা লোক ৰাজ্যত ৰজাৰ বন্ধুজনেইহে কেৱল আছিল। কিন্তু তেওঁ মাত্ৰ কেইমাহমানৰ আগতে ৰজাৰ আদেশত চকু দুয়োটাকে হেৰুৱাইছিল। অৱশেষে বন্ধুৰ তালৈ মানুহ পঠোৱাত বন্ধুৱে কৈ পঠালে যে কোনোবাই যদি আখৰৰ পাকে পাকে তেওঁৰ আঙুলি বুলাই দিয়ায়, তেওঁ চিঠিখন পঢ়ি দিব পাৰিব। সেই উপায়েৰেই তেওঁ গোটেইখন চিঠি পঢ়ি দিছিল। আৰু স্বৰ্গদেৱে আদেশ দিলে ভাটিৰ পৰা বেজ আনি হলেও বন্ধুৰ চকুদুটা ভাল কৰিব লাগিব।

ভাটিদেশৰ পৰা লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী নামৰ বেজ এজনক অনা হৈছিল। অৱশেষে ব্ৰহ্মচাৰীৰ ভাগ্যই ভাল আছিল, কিয়নো তেওঁ গুৱাহাটী আহি পোৱাৰ আগতেই ৰজাৰ বন্ধুৰ মৃত্যু হৈছিল।

আচলতে ৰজা অপুত্ৰক আছিল, আৰু সেইবাবেই হয়তো তেওঁ ভীষণ মেজাজী আছিল। পুত্ৰলাভৰ আশাত বামুণ সজ্জনক দান-দক্ষিণা দিওতে ৰাজ ভঁৰাল উদং কৰিছিল। আৰু মনৰ দুঃখ পাতলাবলৈ

আফিং সেৱন কৰিছিল, গুৱাহাটীৰ বেলতলাত আফিঙৰ খেতিও কৰাইছিল।

কিনাৰামৰ তেতিয়া বুঢ়াৰ বয়স হৈছিল, গতিকে এই ঘটনাবোৰৰ তাৎপৰ্য বাৰুকৈয়ে উপলব্ধি কৰিছিল। বদ মেজাজী অৱশ্যে এওঁৱেই অকলে নহয়, বহু প্ৰশংসিত ৰজা চুখ্ ৰংফা, তেওঁৰ বুঢ়া দেউতাৰ ককায়েক, তেৱোঁতো ভীষণ বদ মেজাজী আছিল। অসমৰ বামুণৰ তাত শৰণ লবলৈ মন নথকাত একেবাৰে সুদূৰ নদীয়া শান্তিপুৰৰ পৰা কৃষ্ণৰাম ভট্টাচাৰ্যক আনি কামাখ্যাত ঘৰ কৰাই দিছিল। অথচ মহিমা দেখুৱাত ব্যৰ্থ হোৱা বুলি তেওঁতো শৰণ লোৱা নাছিল।
দেহৰ বৰণ ক'লা আছিল গুণেই নিজৰ ঔৰষজাত সন্তানকো তেওঁ অনাদৰ কৰিছিল।
কব নোৱাৰাকৈয়ে কিনাৰাম গোহাঁয়ে কটকীৰ মুখে গুৱাহাটীৰ সেই ভয়াবহ সংবাদটো পোৱাৰ লগে লগে কিবা এটা উপায়ৰ কথা ভবাতকৈ বিগত দিনৰ এই অলাগতীয়াল কথাবোৰহে মনতে পাগুলি আছিল।
গুৱাহাটী-কামৰূপক লৈ টনাটনি একো নতুন কথা নহয়। আগেয়ে মোগল, ৰাজবংশী আৰু আহোমৰ ভিতৰত লাগিছিল, এতিয়া জানিবা ৰাজবংশী আৰু আহোমে লাগিছে। আচলতে ৰাজবংশীয়েই ঘাই নহয়, ঘাই আছিল কামৰূপৰ ভাই-ককাই হাল। হৰদত্ত-বীৰদত্ত। বিজনী আৰু কোচবিহাৰৰ কোচ-ৰাজবংশী ৰজাই সেই দুজনাৰ গাতে ভেজা দি কামৰূপখন বিদেশী আহোমৰ পৰা মুক্ত কৰাৰ সপোন দেখিছে। হিন্দুস্থানী আৰু পঞ্জাবী লোক কিছুমানেও হেনো তাত যোগ দিছে।
ইপিনে নওঠা বাঙালী ফকিৰ কেইটাই আকৌ অসম ৰাজ্যৰ বন্ধু হাদিৰাৰ সিপাৰে থকা ফিৰিঙি বেপাৰী ৰাছকো মাৰি তেওঁৰ বয়বস্তু লুট কৰিছে। দৰঙত। তাতো এই হৰদত্ত চৌধুৰীৰ হাত আছে হেনো। সেই ঘটনাক কেন্দ্ৰ কৰিও আনকেতবোৰ ঘটনা ঘটিছে। এতিয়া বিদ্ৰোহীয়ে কামৰূপতো ললেই, উত্তৰকূলে গুৱাহাটীও ললেহি। ৰজা কিনাৰাম গোহাঁয়ে এতিয়াহে গুৱাহাটীৰ কথা চিন্তা কৰিলে। গুৱাহাটীৰ কথা মনলৈ অহাৰ লগে লগে তাৰ সমস্যালৈ উদ্বিগ্ন হৈ পৰিল।

: ডাঙৰীয়াই সাহায্য পঠোৱাৰ বিষয়ে কি চিন্তা কৰিছে ?

বৰঘৰৰ টুপত পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু স্বৰ্গদেৱ কিনাৰামে কথা পাতিছিল। গুৱাহাটীৰ পৰা চৰীয়াই আহি খবৰটো দিয়াৰ লগে লগে বুঢ়াগোঁহাই চিন্তিত হৈ পৰিছিল। স্বৰ্গদেৱৰ সতে বৰঘৰৰ টুপত বহি থকা সময় খিনি কথা পতাতকৈ দুয়ো নীৰৱে চিন্তাহে কৰিছিল। বুঢ়াগোহাঁয়ে কি চিন্তা কৰিছিল কিনাৰামে নাজানে। তেওঁ কিন্তু পুৰণি কথাবোৰৰ চিন্তাতে ব্যস্ত হৈ আছিল।

প্ৰশ্নযাৰ শুনিও পূৰ্ণানন্দই হঠাতে কোনো প্ৰতিক্ৰিয়া নেদেখুৱালে। কিছু সময়ৰ পাচত সসম্ভ্ৰমে কলে—

: স্বৰ্গদেউ ঈশ্বৰে দেখিছেই ইয়াৰ পৰিস্থিতিকে ভালদৰে গত লগাব পৰা নাই। হালোৱাই ৰজা হবলৈ মন মেলিলে, কৃষিকাৰ্যত সিহঁতৰ মনেই নবহা হ'ল। ঘোৰ কলিকাল আহিল পৰমেশ্বৰ। গোটেই ৰাজ্যখন এতিয়া নতুনকৈ পাতিবলগীয়া হৈছে, কাজেই সাহায্য পঠোৱা আমাৰ কাৰণে সম্ভৱ নহয় কোনোপধ্যে। গুৱাহাটীত যি কৰিবলগীয়া হয় গেন্ধেলা বৰফুকনে নিজেই কৰিব লাগিব। তেওঁ বিচক্ষণ লোক। মোৰ বিশ্বাস তেওঁ আমাৰ সুনীয়া সঁফুৰা অসম দেশৰ সন্মান অটুট ৰাখিব পাৰিব। এইপিনে এই মটক হালোৱামখাৰ উৎপাত নথকা হলে মই নিজেই গৈ গেন্ধেলা ৰাজখোৱা বৰফুকনক সহায় কৰিলোহেতেন।

ৰজাই বুঢ়াগোহাঁইৰ কথাত ধৃষ্টতাৰ আভাস বোধ কৰিলে। কিন্তু মুখ খুলি একোকে নকলে। কিয়নো বুঢ়াগোহাঁই ক্ষমতা-লোভী হলেও অত্যন্ত বিচক্ষণো। গেন্ধেলা ৰাজখোৱাৰ ওপৰত বুঢ়াগোঁহায়ে যেতিয়া ভৰসা কৰিব পাৰিছে, ৰজা নিশ্চিত যে চিন্তাৰ বিশেষ কাৰণ নাই। তথাপি বুঢ়া গোহাঁই ওলাই যোৱাৰ পাচত গুৱাহাটীৰ কথাকে তেওঁ চিন্তা কৰি আছিল।

গুৱাহাটীলৈ তেওঁৰ যোৱা হোৱা নাই, কিন্তু তাৰ গুৰুত্বৰ বিষয়ে বুঢ়াগোহায়েই কৈছিল তেওঁক বহুদিন, বহু কথাৰ প্ৰসংগত। গুৱাহাটীখন হেনো সাধুকথাৰ ৰাক্ষসৰ জীউলাওটোৰ দৰে। গুৱাহাটীৰ

এবাৰ কিবা অঘটন ঘটিলে সমগ্ৰ ৰাজ্যতে তাৰ প্ৰভাৱ পৰে। গুৱাহাটীক বশ কৰিব পাৰিলেই সমগ্ৰ অসম ৰাজ্য বশ হৈ পৰে। গুৱাহাটী যেনে তেনে ৰক্ষা কৰিবই লাগিব। আৰু তাক ৰক্ষা কৰিবলৈ আচলতে কামৰূপৰ চৌধাৰীখিনিক নিজৰ ফলীয়াকৈ ৰাখি লব পাৰিব লাগিব।

কিন্তু স্বৰ্গদেৱ চুহিংফাৰ দিনতে অহম আৰু কামৰূপৰ বাইজৰ মাজৰ সম্বন্ধটো একেবাৰে বেয়াৰ পিনে ঢাল লৈছিল। দক্ষিণকূলত কামৰূপীয়া মানুহক গুৱাহাটী নগৰৰ ভিতৰসীমাৰ ভিতৰত ৰাতি থাকিবলৈ দিয়া নহৈছিল, গধূলি হোৱাৰ আগতেই বাহিৰ কৰি নিয়া হৈছিল। ৰজাই চৰীয়াৰ মুখেই খবৰ পাইছিল এদিন হৰদত্ত চৌধাৰীক দুৱাৰগুঁৱিলাতসাধাৰণ পৰীয়া কেইটামানে হেনো অপমান কৰিছিল। তেওঁৰ ওলাই যোৱাত সামান্য দেৰি হোৱা দেখি। ৰজাই অনুমান কৰিছিল, কামৰূপ আক্ৰমণ কৰি চৌধাৰীহঁতে তাৰেই হোৰ তুলিছিল।

কিনাৰাম গোহাঁয়ে মনে মনে চিন্তা কৰিলে নিজেই যাব নেকি গুৱাহাটী অভিমুখে? লাঙি গদাপানিৰ দৰে বীৰৰ বংশধৰ হৈ ৰণলৈ ভয় কৰিলে কিদৰে হব। আৰু গেঞ্জেলাই বা অকলে কি কৰিব পাৰিব? উত্তৰ কোলে খোপনি পুতিবলৈ জেগাই নোহোৱা হ'ল যেতিয়া, দক্ষিণ কোলে নো আছে কিটো। ৰাণী, লুকি, ভোলাগাঁৱৰ ৰজা পোৱালি কেইটাই হয়তো গোটাচেৰেক মানুহ দি সহায় কৰিব পাৰে। তাৰে হব কিটো!

গোটেই নিশা ভয়াবহ আশংকা কেতবোৰে তেওঁৰ দেহ-মন সমস্ত ক্লান্ত কৰি তুলিলে। এটা চকুৰ টিপ মাৰিব নোৱাৰিলে গোটেই ৰাতিটো।

বহুত ভাবি তেওঁ ঠিক কৰিলে যে তেওঁ নিজেই গুৱাহাটীলৈ যাব। পুৱাতে বুঢ়াগোহাঁইক মতাই আনি যোৱাৰ বন্দোৱস্ত কৰাৰ লাগিব।

কৰবাত মতা কুকুৰা এটাই চিঞৰি চিঞৰি মাতি থকা বুজাৰ কাণত

পৰিছিল। কিন্তু পুৱাটো যে ইমান পোহৰ হৈ পৰিছিল তেওঁ ভবাই নাছিল। তেওঁৰ অতি বিশ্বস্ত দা ধৰা এজনে শোৱনি কোঠালৈ সোমাই আহি দণ্ডবৎ হৈ জনালে যে, নামনিৰ পৰা চৰীয়া এটা আহি স্বৰ্গদেৱলৈ সেৱা জনাইছেহি।

ৰজাই বিৰক্ত হৈ কলে—

: ৰাতিটো পুৱাবলৈ দে।

: কাঁচিয়লি ব'দ ওলালেই, স্বৰ্গদেৱতা।

: হয়নে?

ৰজাই ততাতৈয়াকৈ উঠি সুধিলে—

: গোহাঁইদেউ আহিছেনে?

: হৈছে, স্বৰ্গদেৱতা।

ৰজাৰ পিচে ভৰিকিটা নচলিব যেন লাগিল। শোৱনি কোঠাৰ দুৱাৰৰ খুটা এটাত খন্তেক আওজি বৈ থাকিল। মনত শংকাই উগুল থুগুল লগালে, আৰু বা কি ভয়ংকৰ বাতৰি লৈ আহিছে চৰীয়াই।

চৰীয়াই কি বাতৰি লৈ আহিছিল সেইয়া বিশেষ প্ৰণিধানযোগ্য হলেও, ইমান জৰুৰী নাছিল, যিমান জৰুৰী আছিল অসম ৰাজ্যৰ সেই সন্ধিক্ষণত প্ৰকট হৈ পৰা সমগ্ৰ অসমৰ ভৱিতব্যতাৰ অমোঘ ইংগিতটো যথাযথভাৱে উপলব্ধি কৰাৰ প্ৰয়োজন।

সিইঁতৰ কলেজৰ অসমৰ সংস্কৃতি পৰম্পৰাৰ ওপৰত হোৱা এটা আলোচনা চক্ৰত এগৰাকী অনুসন্ধিৎসু শ্ৰোতাৰ প্ৰশ্নৰ উত্তৰত সি সেইদৰে কৈছিল।

: সেই অমোঘ ইংগিতটো কি আছিল প্ৰফেছাৰ চৌধুৰীয়ে অকমাণ ব্যাখ্যা কৰি দিলে ভাল হয়।

ইন্দ্ৰনাথ বৰুৱা যে পিচপিনে বহি ইমানপৰে তাৰ বক্তৃতাকে শুনি আছিল সি সেই মুহূৰ্ত্ততহে জানিলে। বৰুৱাৰ দৰে বিদগ্ধ ব্যক্তি এগৰাকীৰ তাৰ কথাৰ প্ৰতি এনেধৰণৰ মনোযোগৰ উমান পাই সি উৎসাহিত বোধ কৰি কৈ গ'ল।

সেইদিনা চৰীয়াই খবৰ লৈ গৈছিল গেন্ধেলা ৰাজখোৱা ওৰফে কলীয়া ভোমোৰা বৰফুকনে কামৰূপ গুৱাহাটী উদ্ধাৰ কৰাৰ। তাত তেওঁক সহায় কৰিছিল নিয়ামৎ উল্লা চুবেদাৰ, বজুচিং আৰু আলোচিং জমাদাৰে। হৰদত্ত চৌধাৰী আৰু তেওঁৰ ভ্ৰাতৃ বীৰদত্ত চৌধাৰীয়ে সংগঠিত কৰা কামৰূপৰ দুন্দিয়া দ্ৰোহ দমন কৰা হৈছিল কেৱল অসমৰ বন্ধু সহযোগীৰ সহায়তে নহয়। তাত পৰোক্ষভাৱে সহায় কৰিছিল কামৰূপৰ পশ্চিমাংশৰ চৌধাৰী জনদিয়েকে আৰু সচেতন, ভৱিষ্যতৰ কথা চিন্তা কৰিব পৰা প্ৰজাবৃন্দই।

কিনাৰাম গোহাঁয়ে এইবোৰ শুনি কি ভাবিছিল কোনো বুৰঞ্জীত লিখা হোৱা নাই। কিন্তু এটা কথা নিৰ্বিবাদে বিশ্বাস কৰিব পৰা হব যে তেওঁ নিৰাপদ অনুভৱ কৰিছিল। এনেয়েও সাধাৰণ প্ৰজাৰ চিন্তা, ৰাজ্যৰ মংগলৰ চিন্তা আহোম ৰজা সকলৰ কোনোবাই কৰিছিল যদিও

জনা নেযায়। অথচ এইটোহে জনা যায় যে দেশৰ কিবা এটা বিপদ হলেই ৰাজ্য, ৰাইজ য'তে আছে ত'তে পেলাই থৈ ৰজাই হয় দিলিহ নদী পাৰ হৈ নামৰূপৰ অগাধ হাবিত, নতুবা কোম্পানীৰ ৰাজ্য গোৱাল পাৰাৰ পিনে আশ্ৰয় বিচাৰি যায়। কিয়নো স্বৰ্গদেউ সকলৰ ৰাজ বিষয়াসকলৰ ওপৰত আস্থা আছিল। আৰু লাচিত ফুকন, আতন গোহাঁই বা পূৰ্ণানন্দ গোহাঁইৰ দৰে ৰাজ বিষয়াসকলে সেই আস্থাৰ মূল্য আদায় দিছিল যথোচিতত্তকৈও বহুত অধিক।

এই তিনিওজনা বিচক্ষণ ৰাজপুৰুযে আকৌ ৰাজ্যখনৰ ভিতৰত আটাইতকৈ গুৰুত্ব দিছিল গুৱাহাটীৰ নিৰাপত্তাৰ ওপৰত। কোছ ৰাজবংশী, মোগল, মোৱামৰীয়া বিদ্ৰোহী, ইংৰাজ সকলোৰে চকু আছিল গুৱাহাটীৰ ওপৰত। এই গুৱাহাটীৰ কাৰণেই অৰ্থাৎ গুৱাহাটী দখল কৰাৰ কাৰণেই মোৱামৰীয়া বিদ্ৰোহৰ বিৰুদ্ধে চূড়ান্ত ব্যৱস্থা লোৱাৰ কথা চিন্তা কৰিছিল স্বৰ্গদেৱ চুহিৎপংফা ওৰফে গৌৰীনাথ সিংহই।

মানে অসমত দুবছৰ ভালে ভালেই আছিল। যোগেশ্বৰ সিংহ, চন্দ্ৰকান্ত সিংহক তলতীয়া ৰজা পাতি থৈ অসমৰ ঐশ্বৰ্য সম্পদ উপভোগ কৰি সুখে সন্তোষেই আছিল মানহঁতে। কিন্তু এদিন কি যে দুৰ্মতি হ'ল একেবাৰে কামৰূপ গুৱাহাটী অধিকাৰ কৰিলেহি। গতিকে শেষত এদিন তাৰ বাবে মানহঁতে চৰম মূল্য দিবলগীয়াত পৰিল। কামৰূপ-গুৱাহাটীতো এৰি দিব লগীয়া হলেই, গৈ গৈ এদিন গোটেই অসমখনকে এৰি দি ঘৰৰ ল'ৰা ঘৰলৈ উভতি যাবলগীয়া হৈছিল।

বংগত সন্ন্যাসী-ফকীৰ আন্দোলনে যেতিয়া গা কৰি উঠিছিল, আন্দোলনকাৰীসকলৰ ভগনীয়া অংশ এটাই আহি কামৰূপ, দৰং আদি অঞ্চলতো কেতবোৰ কাৰ্যসূচী লৈছিল। তেওঁলোকে দৰঙত এজন প্ৰবাসী ইংৰাজ বেপাৰীকো হত্যা কৰিছিল। কিন্তু এবাৰ কিবা দুৰ্বুদ্ধি হ'ল গুৱাহাটীত হাত দিলেহি। দিবলৈহে পালে, গুৱাহাটীৰ কলীয়া ভোমোৰা বৰফুকনে নগুঠা সন্ন্যাসী-ফকীৰ আন্দোলনৰ মূলোচ্ছেদ কৰিলে।

গুৱাহাটীক লৈ হুলস্থুল আৰম্ভ হৈছিল ওঠৰ শতিকাৰ শেষ দশকত। ১৭৭০ চনত গুৱাহাটী পোন প্ৰথম বাৰৰ বাবে অসম ৰাজ্যৰ ৰাজধানী হৈ পৰিছিল। কৃষক-বনুৱা বিপ্লৱী মোৱামৰীয়াসকলৰ ভয়ত অসম-ৰজাই ৰাজধানী এৰি পলাই আহি গুৱাহাটীত ৰাজধানী পাতিছিলহি। ১৭৯২ খৃষ্টাব্দত স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ সাক্ষাততে এগৰাকী কৈৱৰ্ত বৈৰাগীয়ে গুৱাহাটী দখল কৰিছিলহি। বৈৰাগীক খেদি পঠিওৱাতো সহায় কৰিছিল নিয়ামৎ উল্লা চুবেদাৰেই।

১৭৯৪ খৃষ্টাব্দত উত্তৰ পিনৰ পৰা পৰ্বতীয়া ডফলাসকল আহিও গুৱাহাটী দখল কৰিছিলহি।

গুৱাহাটীৰ বুকুত বিদ্ৰোহ, আক্ৰমণ আদিৰ যিদৰে সমাপন ঘটিছিল সেইদৰে এই গুৱাহাটীক লৈয়ে জন্ম হৈছিল বিভিন্ন ক্ষুদ্ৰ জাতি সত্তাৰ চেতনা। অসমত অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ যথোচিতভাৱে আৰম্ভ কোনোদিনে হোৱা নাছিল। কিন্তু মোৱামৰীয়া বিপ্লৱৰ পৰা আৰম্ভ কৰি ১৮২২ খৃষ্টাব্দলৈকে এই সময়খিনিযে আছিল তাৰ কাৰণে অতিশয় উপযুক্ত সময়। ১৮২৩ খৃষ্টাব্দত ইংৰাজ বণিক ৰবার্ট ব্ৰুচে যেতিয়া অসমৰ ইমূৰ সিমূৰ ঘূৰি চাহ গছৰ খেতি কৰাৰ আচনিৰ কথা চিন্তা কৰিছিল, অন্ততঃ তেতিয়াও অসমৰ অগ্ৰগামীসকলৰ মনত অসমৰ ভবিতব্যতাৰ অমোঘ ইংগিত সম্বন্ধে এটা স্পষ্ট ধাৰণা হোৱাৰ আশা কৰা গৈছিল। কিন্তু একোটোৱে নহ'ল।

মান-আক্ৰমণৰ শেষৰ পিনে অসমৰ প্ৰশাসনৰ স'তে জড়িত অগ্ৰণী অংশ এটাই দৰঙৰ ৰাজবংশী শক্তিৰ সতে হাত মিলোৱাৰ উদ্যোগ কৰিছিল, শেষত সেইটো প্ৰচেষ্টাও ব্যৰ্থ হ'ল। সেই সময়ছোৱাত এটা কথা বিশেষভাৱে পৰিলক্ষিত হৈছিল যে, পৰ্বত-ভৈয়ামৰ সাধাৰণ প্ৰজাৰ অনেকেই আগ্ৰহী হৈ পৰিছিল গুৱাহাটী পৰ্যন্ত প্ৰসাৰিত প্ৰশাসনীয় ব্যৱস্থাৰ মালিক অথবা যোগ্য অংশীদাৰ হোৱাৰ।

অসমৰ অগ্ৰগামীসকল কেৱল নিজৰ নিৰাপত্তাৰ প্ৰশ্নত ইমান স্পৰ্শকাতৰ হৈ পৰিছিল যে এই সুযোগটোৰো তেওঁবিলাকে সদ্ব্যৱহাৰ কৰিব নোৱাৰিলে।

: কিন্তু তেনেধৰণৰ ফিউদেল সমাজ-ব্যৱস্থাত সেইটোৱে স্বাভাবিক। সন্যাসী-ফকীৰ সকলে যেতিয়া ইংৰাজবণিক জনক হত্যা কৰিছিল, বণিকজন অসম প্ৰশাসনৰ বন্ধু আছিল হেতুকে সন্যাসী-ফকীৰ কেইজনক অসমৰ বুৰঞ্জীত অংকিত কৰা হৈছিল সাধাৰণ মাৰপিত কৰি যুৰা আৰু ছল পালেই লুট কৰা দুস্কৃতিকাৰী স্বৰূপে। আচলতে বুৰঞ্জীৰ এই ধৰণৰ মন্তব্যবোৰ আছিল প্ৰত্যাশিত আৰু স্বাভাৱিক। কিন্তু অস্বাভাৱিক কি জানেনে?

ইন্দ্ৰনাথ বৰুৱাৰ প্ৰশ্নষাৰে গোটেই হলঘৰটোৰ পৰিবেশটোকে সলাই দিলে। সি বক্তৃতা দি থাকোতে বিভিন্ন চুকত শ্ৰোতাৰ মাজত চাপা গুঞ্জন শুনা গৈছিল, বৰুৱাৰ প্ৰশ্নষাৰ শুনাৰ লগে লগে গুঞ্জনবোৰো স্তব্ধ হ'ল, হলঘৰটো হঠাৎ নিজান নিস্তব্ধ হৈ পৰিল।

সি অলপ থমকি ৰৈ সেমেকা এটা হাঁহি মাৰি চক্ৰৰ সঞ্চালকক উদ্দেশ্য কৰি কলে—

: প্ৰিঞ্চিপাল বৰুৱাক অকণ এই বিষয়ে কবলৈ দিলে ভাল হব। তেখেতে প্ৰাসংগিক প্ৰশ্ন এটাৰ অৱতাৰণা কৰিছে।

সঞ্চালকৰ অনুৰোধক্ৰমে বৰুৱা আগলৈ আহি তেওঁৰ বজ্ৰগম্ভীৰ স্বৰত কবলৈ আৰম্ভ কৰি দিলে।

তেওঁ কলে যে, অসম দেশখন ইংৰাজে লৈছিল মানৰ হাতৰ পৰাহে। ব্ৰহ্মপুত্ৰ উপত্যকা মান শক্তিৰ অধীনতহে আছিল ইংৰাজে লোৱাৰ সময়ত। অৰ্থাৎ অসমৰ চাবেকী ৰাজশক্তিয়ে জনসাধাৰণক ৰক্ষণা-বেক্ষণ দিয়াত চৰমভাৱে ব্যৰ্থ হৈছিল। কিন্তু অসমৰ জনসাধাৰণৰ মাজৰ পৰা হৰদত্ত চৌধাৰী, বলোৰাম কছাৰী, নাহৰ খোৰা বা বাঘ মৰাণ অথবা আন এজন সিন্ধুৰা হাজৰিকা ওলোৱা নাছিল। এইটো একেবাৰে অস্বাভাৱিক এটা কথা আছিল।

গুৱাহাটীৰ জন্মৰ পৰাই চহৰখন হৈ পৰিছিল বিভিন্ন সংস্কৃতিৰ মিলনস্থল। সেই সময়ৰ পূৰ্ব-ভাৰতৰ প্ৰখ্যাত ৰাজশক্তি ৰাজবংশী আৰু আহোমৰ ইয়াতে যোগাযোগ ঘটিছিল। আৰু ইয়াতে এই দুই ৰাজশক্তিৰ সতে যোগাযোগ ঘটিছিল মোগল শক্তিৰ।

আৰু ৰাজশক্তিৰ যোগাযোগৰ ফল হয় সাংস্কৃতিক সমন্বয়। সেই সময়ত গুৱাহাটীৰ বাটে পথে আৰু বিশেষকৈ পৰিপাৰ্শ্বৰ গাঁওসমূহত এক অদ্ভুত বীভৎস ধৰ্ম-পন্থাৰ মানুহ ঘূৰি ফুৰিছিল। তেওঁলোক আছিল অঘোৰপন্থী তান্ত্ৰিক। শ্মশানৰপৰা নতুনকৈ পেলাই থৈ অহা মানুহৰ মৃতদেহৰ হাত বা ভৰি চিঙি মাংস খাই দেখুৱাই সাধাৰণ লোকক সন্ত্ৰস্ত কৰি ধন-সম্পত্তি লুট কৰি ফুৰিছিল।

ইয়াৰ উপৰিও বংগদেশৰ পৰা বৈৰাগী আহিছিল, ফকীৰ-সন্যাসী আহিছিল আৰু এই আটাইবোৰেই ভীৰ কৰি ধৰিছিলহি গুৱাহাটীত। একেসময়তে বিভিন্ন সংস্কৃতিৰ সংযোগ ঘটিলে কেতবোৰ বিপ্লৱৰ সূচনা হয় আৰু স্বাভাৱিকতে জনসাধাৰণ বিভ্ৰান্ত, বিমূঢ় হৈ পৰে।

অথচ গুৱাহাটীত অথবা কামৰূপত তেনে কোনো ঘটনাই ঘটা নাছিল অসমৰ বুৰঞ্জীৰ অতিশয় গুৰুত্বপূৰ্ণ সেই কালছোৱাত।

: কিন্তু মণিৰাম দেৱানেতো কৰিছিল?

তাৰ প্ৰশ্নষাৰ শুনি বৰুৱা খন্তেক বৈ গ'ল। আৰু তাৰ প্ৰশ্নষাৰ শুনি যেন বৰ দুখ পালে এনেদৰে কলে—

: মিষ্টাৰ চৌধুৰীয়ে প্ৰশ্নষাৰ ঠিকেই কৰিছে। এই সম্বন্ধে এটা স্পষ্টীকৰণবো দৰকাৰ।

তেওঁ অলপ চিন্তা কৰাৰ দৰে বৈ কলে যে, মণিৰাম দেৱানৰ বিপ্লৱটো একেবাৰে বেলেগ পটভূমিত বিচাৰ কৰি চাব লাগিব। তেওঁ উল্লেখ কৰা কথাটোৰ সতে সেই কথা নিমিলে, তাৰ পটভূমি, তাৰ সময় সমস্ত বেলেগ। তথাপি মণিৰাম দেৱানৰ কথা ওলাল যেতিয়া, তেওঁ সেই সম্বন্ধে অলপ স্পষ্ট কৰি তেওঁৰ অভিমত দাঙি ধৰাটো অযুগুত নহব বুলি ভাবিলে। তেনেদৰে কৈয়ে হঠাৎ গহীন হৈ হলঘৰটোৰ চাৰিওপিনে চাই লাহে লাহে কলে—

: মণিৰাম দেৱানেতো বিপ্লৱ বা বিদ্ৰোহ একো কৰা নাছিল? তেওঁ আছিল অসমৰ দ্বিতীয়জন জগৎ শেঠ।

: প্ৰথমজন কোন আছিল বাৰু?

কৌতূহল দমাব নোৱাৰি সঞ্চালকেই কৰিছিল প্ৰশ্নবাৰ। বৰুৱাই টপৰাই কলে—

: কিয় পৰশুৰাম ছুৱৰীয়া বৰুৱা? অৱশ্যে ছুৱৰীয়া বৰুৱা মণিৰাম দেৱানৰ দৰে উচ্চাকাংক্ষী নাছিল।

তেওঁ আগবদৰেই ধীৰে ধীৰে কৈ গ'ল। মণিৰাম দেৱানে যে আহোম ৰাজপুৰুষ কন্দৰ্পেশ্বৰ আৰু গুৱাহটীয়া যুৱৰাজ ঘনকান্তক শিখণ্ডীস্বৰূপে লৈ নিজৰ স্বাৰ্থ পূৰণ কৰাবহে যত্ন কৰিছিল সেইটো বুজিবলৈ এতিয়া আৰু কাৰো বাকী নাই। তেওঁ গুৱাহাটীলৈ আহি ৰতনচান্দ মাৰোৱাৰীৰ ঘৰত থাকি প্ৰচাৰ কৰি দিলে যে তেওঁ কলিকতাৰ পৰা উজনিলৈ গৈ আছে, তাতে গৈ কন্দৰ্পেশ্বৰৰ নামত উজনি খণ্ডৰ লালবন্দি মঞ্জুৰ কৰা চৰকাৰী হুকুম জাৰি কৰি কন্দৰ্পেশ্বৰক পাটত বহুৱাই উভতিব। যোৰহাটলৈ গৈ কন্দৰ্পেশ্বৰক কলে যে, তেওঁ দেৱানৰ লগতে গুৱাহাটীলৈ আহিব লাগে আৰু লালবন্দিৰ হুকুমটো গুৱাহাটীতহে জাৰি কৰা হব। বেচেৰা কন্দৰ্পেশ্বৰ গুৱাহাটীলৈ আহিল। কতো আশ্ৰয় নেপাই ভৰলু মুখৰ কাষত কেঞাপটিৰ ঘাটত নাৱতে থাকিল। গুৱাহাটীলৈ আহি মণিৰাম দেৱানে কলে যে, কমলেশ্বৰ নিশ্চিন্ত হৈ যোৰহাটলৈ ঘূৰি যাওক, তেওঁ কলিকতাৰ পৰা লালবন্দিৰ হুকুম লৈ আহি আছে। বাটত বিভিন্ন নদীপৰীয়া চহৰত ফুৰি চাকি চাৰি মাহ মানৰ মূৰত দেৱানে কলিকতা পালেগৈ আৰু কন্দৰ্পেশ্বৰে ঠোটমূৰ চেলেকি গুৱাহাটীৰ পৰা উজনিলৈ ঘূৰি আহিল। কলিকতাত ইংৰাজ চৰকাৰক দেৱানে নিজকে অসমৰ ৰজা পাতি দিবলৈ খাটিছিল আৰু তেতিয়াই ডেৰ লক্ষ টকা দিবলৈকো সাজু আছিল।

: তেন্তে সেই সময়ত বিদ্ৰোহ হোৱাই নাছিল?

: অস্বাভাৱিকতো সেইটোৱে।

সঞ্চালকগৰাকীৰ প্ৰশ্নৰ উত্তৰত তেওঁ তেনেদৰে কৈছিল। সি অৱশ্যে কিবা এষাৰ কবলৈ থিয় হৈছিল কিন্তু বৰুৱাই পুনৰ কবলৈ মুখ মেলাত সি ধপ্‌কৰে বহি দিছিল। সঞ্চালকে দেখি সুধিলে—

: প্ৰোফেছাৰ চৌধুৰীয়ে কিবা কব ?  কিবা কয় যদি কব পাৰে এই পয়ণ্টটোলৈ।  বৰুৱাও অকণ জিৰণি পাব।

: বিদ্ৰোহ হৈছিল কিন্তু ৰজাৰ বিৰুদ্ধে নহয়, যি ৰাজবংশৰ ক্ষমতালোলুপ প্ৰতাপী লোক জনদিয়েকৰ দুৰ্মতিৰ কাৰণে অসমৰ হেজাৰ হেজাৰ নিঃসহায় মানুহে আক্ৰমণকাৰীৰ অত্যাচাৰত কুকুৰ মেকুৰীৰ দৰে মৰিবলগীয়াত পৰিছিল, নাৰকীয় যন্ত্ৰণা ভুগিবলগীয়া হৈছিল, তেওঁলোকৰ বিৰুদ্ধে কোনেও বিদ্ৰোহ কৰা নাছিল।

কিন্তু সেই সময়ছোৱাত বিদ্ৰোহ সংঘটিত হৈছিল। সেই বিদ্ৰোহ পৰিচালনা যি সকলে কৰিছিল, সেই সকলৰ অন্যতম এগৰাকী গৈছিল গুৱাহাটীৰ পৰা। তেওঁ আছিল বদন চন্দ্ৰ বৰফুকনৰ পুত্ৰ পিয়লি। মানহঁতে ধৰি নিবলৈ তেওঁক বিচাৰি ফুৰিছিল আৰু তেওঁ লুকাই আছিল গুৱাহাটীত। ধঞ্জয় বৰগোঁহাই আৰু পুতেক হৰনাথ, ফেদেলাৰ পুতেক জীউৰাম দুলীয়া বৰুৱা এইসকল আছিল তেওঁৰ সহযোগী। তেওঁলোকক সহযোগ কৰিলে ৰাইজে। বানমুখৰ মইনা শেনচোৱাৰ মানুহ, দিচাংমুখৰ লেপাই মিৰিৰ মানুহ, চাউল কৰাৰ গেন্ধাই লিকচনৰ দল, ন কাটনিৰ ধন কলিতাৰ মানুহ, পাণ বেচাৰ মধু চতুীয়াৰ মানুহ, জয়ৰাপাৰৰ টুণিকোছৰ দল। আথৈ যুটীয়াৰ বুদ্ধ কৈৱৰ্ত্তৰ দল, কোঁৱৰ পুৰৰ বৃকোদৰ সন্দিকৈৰ দল, নাজিৰাৰ চিকন ঢেকিয়াল ফুকন, দিখৌ মুখত থকা মুমলী গোঁহাই, ৰূপচন্দ্ৰ কোঁৱৰ এনেদৰে উজনিৰ ৰাইজ লগ হৈ বিদ্ৰোহত যোগ দিছিল।

এই বিদ্ৰোহীসকলেই আকৌ চিংফৌ বিদ্ৰোহী ৱাকুম কুংমি আৰু নিংক খুমুঙক তলে তলে সহায় কৰিছিল, মটকৰ বৰ সেনাপতি, খাচী চিয়েম উ তিৰৎ সিঙে আৰু একাধিক নগা সমাজৰ অগ্ৰগামী লোকে ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ সময়ত অসমীয়া বিদ্ৰোহী ৰাইজৰ স'তে তলে তলে যোগাযোগ ৰাখিছিল। এইবোৰ কথা কিন্তু অসমৰ ইতিহাসে নকয়। পিয়লি ফুকনে হেনো খেদ কৰি কৈছিল, "এক জাত, এক ভাত, এক মাত নোহোৱাৰ দোষতে দেশ বঙালৰ হাতলৈ গ'ল।"

১৮১২ চনৰ-আগতে যিটো উপলব্ধি হব লাগিছিল অসমৰ ভবিতব্যতা

সম্বন্ধে, সেই উপলব্ধি পিয়লি ফুকনে কৰিছিল বহুত পাচত। আৰু অতি ধূৰ্ত্ত ইংৰাজে চতুৰ মণিৰামক্যে তেনে উপলব্ধি লাভ কৰিব পৰা সুযোগৰ পৰা আঁতৰাই ৰাখিছিল।

মণিৰাম দেৱান এনেও বিশেষ আদৰ্শ স্বভাৱৰ অধিকাৰী নাছিল। প্ৰজাসাধাৰণৰ প্ৰতি তেওঁৰ বিশেষ অনুকম্পা থকাৰো দৃষ্টান্ত পোৱা হোৱা নাই। প্ৰজাৰ ওপৰত কৰ-কাটলৰ হেঁচা অধিক কৰাৰ ব্যৱস্থা তেৱেঁই কৰিছিল। ৰজাৰ ভাণ্ডাৰী বৰুৱা হৈ ৰজাতকৈও ধনী হোৱা ব্যক্তি তেৱেঁই প্ৰথম বোধকৰোঁ। আৰু ৰাজ্যত কাকতি ফৰিঙে খেতি পথাৰ সমূলঞ্চে শেষ কৰি যেতিয়া ৰজা আৰু প্ৰজাসাধাৰণৰ অৱস্থা পানীত হাঁহ নচৰা কৰি তুলিছিল তেতিয়া তেওঁ ইংৰাজৰ ওচৰ চাপিছিল আসাম কোম্পানীৰ দেৱান হিচাপে নিযুক্তি বিচাৰি। অসমৰ ৰজা হোৱাৰ মনেৰে কলিকতাৰ ধনী সমাজৰ আস্থা আদায় কৰি বৰলাটক প্ৰভাবিত কৰাৰ অভিপ্ৰায়েৰে ওঠৰ শতিকাৰ বংগৰ নতুন ধনীসকলৰ অন্যতম ৰামদুলাল সৰকাৰৰ বংশধৰ লাটুবাবুহঁতৰ ঘৰৰপৰা বৰলাটৰ দৰবাৰলৈ যোৱাৰ পথত গোটেই বাটটোৰ দুয়োকাষে আঁজলিয়ে আঁজলিয়ে ধন চটিয়াই গৈছিল দেৱানে।

ইংৰাজৰ কূটনীতি বুজাত সহজ নহয়। মণিৰাম দেৱানক গুৰুত্ব দি তেওঁৰ সমস্ত সম্ভাৱনাকে যে শেষ কৰি দিছিল সেই কথা দেৱানেও বুজা নাছিল। মণিৰাম দেৱানে প্ৰজাসাধাৰণৰ আস্থা লাহে লাহে হেৰুৱাই আহিছিল যাৰ ফলত দেৱানে মন কৰিলেও বিদ্ৰোহ সংগঠন কৰিব নোৱাৰা এটা অৱস্থা কৰি তুলিছিল। মণিৰাম দেৱান গুৱাহাটীলৈ বহুবাৰ আহিছিল। এবাৰ আছিল ঘনকান্ত ৰজাৰ দেৱীঘৰত, এবাৰ ভৰলুমুখৰ ৰতনচাঁদ মহাজনৰ তাত আৰু এবাৰ আকৌ ভৰলুমুখৰে চন্দ্ৰসেনৰ তাত। তেওঁ গৰ্গৰাম বৰুৱা আৰু দেৱৰৰ বৰদলৈ সদৰামীনৰ সতীৰ্থ আছিল। বৰদলৈ সেই সময়ত গুৱাহাটীৰ প্ৰধান সদৰামীন আছিল। বৰুৱা আৰু বৰদলৈয়েও মাজে মাজে দেৱানক সৌজন্যসূচক সাক্ষাত কৰিছিল। কিন্তু দেৱানে কোনোদিন তেওঁলোকৰ সতে বিদ্ৰোহ গঠন কৰাৰ সম্বন্ধে আলোচনা

কৰিছিল বুলি পোৱা হোৱা নাই। আৰু এটা কথা সাধাৰণতে ভুল কৰা হৈ থাকে। পিয়লি ফুকনৰ বিদ্ৰোহ কিন্তু দেশৰ স্বাধীনতাৰ কাৰণে নাছিল। আৰু মণিৰাম দেৱানে যিটো কৰিছিল, সেইয়াটো দেশৰ স্বাধীনতাৰ কাৰণে একেবাৰেই নহয়। এখন দেশৰ স্বাধীনতা মানে কি বুজায়? এখন দেশ স্বাধীন তেতিয়াহে হয় যেতিয়া তাৰ জন-সাধাৰণে নিজৰ ইচ্ছানুসৰি প্ৰশাসন-পদ্ধতি, প্ৰশাসক আদি বাছি লব পাৰে। পিয়লি ফুকন বা মণিৰামে তেনেধৰণৰ বিদ্ৰোহ কৰা নাছিল। পিয়লি ফুকনৰটো বিদ্ৰোহ বুলি কব পৰা যায় এই কাৰণেই যে, তাত সাধাৰণ ৰাইজ জড়িত হৈ পৰিছিল।

কিন্তু এই বিদ্ৰোহৰ চিটিকণিও পৰা নাছিল গুৱাহাটীত। আটাইতকৈ অস্বাভাৱিক আছিল সেইটোহে। ১৮২২ চনৰ অব্যৱহিত পাচতে গুৱাহাটীলৈ ইংৰাজ আহিছিল, মাৰোৱাৰী আৰু ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ মানুহে আহি ইয়াত বসতি কৰিছিলহি কিন্তু কতো একো অঘটন নঘটিল, এটা সামান্য ঢউৰ সৃষ্টি নহ'ল। বহুত সংগ্ৰাম, অলেখ সংঘৰ্ষৰ পাচত গুৱাহাটী যেন ক্লান্তিত অৱশ হৈ পৰিল।

সেয়া আছিল এক যুগসন্ধি। সকলোৱে আশা কৰিছিল, কৰবাত কিবা এটা প্ৰতিক্ৰিয়া হব, অন্ততঃ এটা হলেও প্ৰতিবাদৰ কণ্ঠ শুনা যাব। কিন্তু সকলোকে হতাশ কৰি গুৱাহাটী সেই যুগসন্ধিত নিৰ্বিবাদে জাহ গ'ল।

: নগৰ হেনো জাহ যাবলৈ বৈ থাকে। ইংৰাজীত এষাৰ কথা আছে নহয়? A city goes nowhere to die, it just sits there to be buried তিলে তিলে জহি যোৱা প্ৰাণহীন গুৱাহাটীখনৰ কথা ভাবিলেই মোৰ সেই কথাষাৰ মনত পৰে।

গুৱাহাটীৰ উপকণ্ঠৰ এখন ৰেষ্টোৰাঁত বহি সি আৰু মাৰবিনাই কোল্ড ড্ৰিংক খাই আছিল। বাহিৰত ৰ'দৰ উত্তাপ প্ৰখৰ আছিল। আলিবাটৰ আলকতৰাবোৰ গলি থকাৰ ওপৰেদি সৰু মোটৰ আৰু বৰ বৰ ট্ৰাকবোৰ গাঁৱলীয়া বোকাময় আলিবাটেদি এপাল গৰু গলে হোৱা শব্দৰ দৰে শব্দ কৰি গৈ আছিল।

সি অলপ অন্যমনস্ক হৈ পৰিছিল। অলপ আগতে ঘটি যোৱা সামান্য ঘটনা এটাই তাক বিস্ময়ত অভিভূত কৰি তুলিছিল। ৰেষ্টোৰাঁখনৰ সন্মুখতে ঘটিছিল ঘটনাটো। সি অলপ দূৰৰ পৰাই লক্ষ্য কৰিছিল। ৰেষ্টোৰাঁৰ পৰা ওলায়েই ছটামান ডেকাল'ৰাৰ মাজত হঠাৎ কিবা কথাত দৰৰাদৰবি লাগি পৰিল। তাৰ পাচত মাৰপিত আৰম্ভ হ'ল। ৰংচোৱা মানুহে ঠায়ে ঠায়ে জুম বান্ধিলে। এনেতে ৰেষ্টোৰাঁৰ ভিতৰৰ পৰাই খীনমীন ল'ৰা এটা মাৰি পঠিয়োৱা শিঙীমূৰী কাঁড এপাতৰ দৰে ওলাই আহি মাৰপিতৰ মাজত সোমাই পৰিল। সি কেউটাকে এনেদৰে পিতিলে খন্তেক পাচতে মাৰপিত বন্ধ কৰি কেউটাই গোমোঠা মুখেৰে তাৰ ওচৰত তলমূৰ কৰি বৈ থাকিল।

এনেতে সি আৰু মাৰবিনা ৰেষ্টোৰাঁৰ সন্মুখ পাইছিল গৈ। হঠাৎ জানো কি হ'ল ল'ৰা সাতোটাই সাউত কৰে মানুহৰ জুমত লুকাই পৰিল। মাৰবিনাই এনে এটা ভাব দেখুৱাইছিল, তেওঁ যেন ঘটনাটোত মনেই দিয়া নাই। কিন্তু তাৰ দৃঢ় বিশ্বাস হৈছিল, মাৰবিনাক দেখিয়েই সহঁত লুকাল আৰু সেই কথা মাৰবিনাই ভালদৰে জানে।

কোল্ড ড্ৰিংক খোৱা ষ্ট্ৰডাল হাতত লৈ তেওঁ চহৰৰ বিষয়ে কোৱা

কথাখিনি সি শুনিছিল যদিও তালৈ একেবাৰে মনোযোগ দিব পৰা নাছিল, কিয়নো সেই ঘটনা'টোৱে তাৰ মন আচ্ছন্ন কৰি ৰাখিছিল। সি নীৰৱে থকা দেখি মাৰবিনাই সুধিলে—

: আপুনি ইমানকৈ কি ভাবিছে বাৰু?

: তেনেকৈ একো ভবা নাই। মই অলপ আগতে ঘটি যোৱা ঘটনাটোৰ কথা ভাবিছোঁ। গুৱাহাটীখন সঁচাকৈ ইমান বদলি গৈছে।

: অলপ আগতে ঘটি যোৱা ঘটনাটো মানে?

: এই যে আমি ৰেষ্টোৰাঁলৈ আহোঁতে দেখা মৰামৰিখন।

: অ' হয় নেকি? মই বৰ মন নকৰিলোঁ।

মাৰবিনাৰ কথাষাৰ শুনি সি তলে তলে অলপ উত্তেজিত হৈ পৰিছিল। তেওঁ যে সঁচা কোৱা নাছিল সেই বিষয়ে তাৰ সন্দেহ নাছিল। সন্মুখত ঘটি যোৱা সেই প্ৰচণ্ড মাৰপিতখন, যাৰ কাৰণে যাতায়াত বন্ধ হৈ গৈছিল খন্তেকৰ কাৰণে, সেইখন মাৰবিনাই নেদেখাকৈ থাকিব নোৱাৰে।

: আমাৰ সন্মুখতে ইমান প্ৰচণ্ড মৰামৰিখন হৈ গ'ল, অথচ আপুনি মনেই নকৰিলে? আচৰিত দেই।

: অ' তাৰ মানে এই কণ কণ ল'ৰা কেইটাই যে দৰবাদৰিখন লাগিছিল, তাৰ কথা কৈছে আপুনি? এহ্‌ সেইবোৰ আকৌ মাৰপিতনে? লৰা মানুহ ৰেষ্টোৰাঁত চাহ-মিঠাই খাওঁতে কোনে পইচা বেচি দিলে, কোনে পইচা কম দিলে—বোধকৰোঁ তাকে লৈ কিবা লাগিল। তেনে কাজিয়া ডেকা ল'ৰাৰ মাজত হৰদম লাগিয়ে থাকে।

মাৰবিনাৰ এনেধৰণৰ বেপৰোৱা কথা শুনি তাৰ অদ্ভুত লাগিল। সি অবাক হৈ মাৰবিনাৰ মুখৰ পিনেই চাই থাকিল। মাৰবিনা অলপ চিন্তিত হৈ পৰা যেন দেখা গৈছিল। তেওঁ তাৰ দৃষ্টিলৈ ভ্ৰূক্ষেপ নকৰাকৈয়ে কলে—

: আপুনি সেইদিনাৰ আলোচনা চক্ৰত কিন্তু এটা বৰ ভাল কথা কৈছিল।

: কোনটো কথা বাৰু ?

: সেই যে যুগসন্ধিত জাহ যোৱা কথাটো? গুৱাহাটীয়ে এই যুগসন্ধিত কোনোধৰণৰ reaction নেদেখুৱালে। গুৱাহাটী যেন এখন ধ্বংসোন্মুখ প্ৰাচীন নগৰীহে। নবাগত যিয়ে যিহকে কৰিছে সমস্ত অত্যাচাৰ নীৰৱে, নিৰ্বিবাদে সহ্য কৰিছে।

: আপুনি যেনেদৰে কলে, গুৱাহাটীখন এটা জীৱন্ত কিহবাৰ দৰে লাগি যায়।

: গুৱাহাটীতো জীৱন্তই। এইমাত্ৰ যে ঘটনাটোৰ কথা কলে, সেয়াতো জীৱনৰে পৰিচয়। হঁহা, কন্দা, প্ৰেমকৰা, মাৰামাৰি কৰা এইবোৰতো জীয়াই থকাৰে লক্ষণ।

সি তেওঁৰ কথাৰ উত্তৰত কোনো মন্তব্য কৰা নাছিল। সি মাত্ৰ অনুভৱ কৰিছিল গুৱাহাটী নগৰখনৰ যে কি এক ভাবিব নোৱৰা পৰিৱৰ্তন হৈ গৈছে।

গুৱাহাটী ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰলৈ অহাৰ পাচত নীলাচল পাহাৰ আৰু নৱগ্ৰহ পাহাৰে দুই মূৰে বান্ধি ৰখা ব্ৰহ্মপুত্ৰৰ ধেনুভিৰীয়া পাৰটোৱেই আছিল গুৱাহাটী। ব্ৰহ্মপুত্ৰৰ বুকৰ পৰা চালে ধেনুখনৰ সো মাজত নদীৰ পাৰৰ টিলাত তিনিটা ঘৰ দেখা গৈছিল। পাৰত উঠি দক্ষিণলৈ সমতল, ডোবা, বিল, জুৰি আৰু কৰবাত ডাঠ জাহনিৰ তলত পানী। হাবিৰ মাজে মাজে চবকা-চবকি পথাৰ। তাৰো দক্ষিণে ধেনুভিৰীয়া পাহাৰৰ শাৰীয়ে ঘেৰি থকা। আহোমসকলেই অৰণ্যে গুৱাহাটীখন বিশাল কৰি তুলিছিল।

উজান বজাৰৰ সদৰ ঘাটৰ লতাশিল বা পানী চকীয়েদি পানী দুৱাৰ পিচপিনে এৰি থৈ পূব দক্ষিণে বোন্দা পাহাৰৰ কাষত জয়দুৱাৰ চকী, তাৰ পৰা দক্ষিণ পশ্চিমে গৈ ধৰমদুৱাৰ চকী আৰু তাৰ পৰা উত্তৰ পশ্চিমলৈ কামাখ্যা পাহাৰৰ নামনিত দুৱাৰগাঁবিলা আৰু তাৰ পশ্চিমে পাণ্ডু চকী। এয়া হ'ল দক্ষিণ কুলে। ঠিক তেনেদৰেই উত্তৰ কুলে পূৱে কানাইবৰশী বোৱাৰ পৰা চিলা পাহাৰৰ পূব উত্তৰ দাঁতিত চিলা চকী, উত্তৰ দাঁতিত সেন্দুৰীঘোপা আৰু পাণ্ডুৰ পোনে পোনে

সিটোপাৰে পানীচকী। ৰাজবংশী ৰজাই প্ৰতিষ্ঠা কৰা গুৱাহাটী নগৰৰ গোড়াপত্তন পানীচকীৰ কাষতে হৈছিল। আৰু সেই চকীতে গুৱাহাটীৰ মোগল বিষয়াসকল আছিল। ১৬৩৮ খৃষ্টাব্দত আলেয়াৰ খা ফৌজদাৰ থকাৰ সময়ত লাচিত ফুকনৰ পিতাক মোমাই তামুলী বৰবৰুৱা আছিল। তেওঁৰ দোপদৰ আছিল কলিয়াবৰত। সেই সময়ত তেওঁৰ আৰু আলেয়াৰ খাৰ লগত হোৱা সন্ধিমতে উত্তৰ পাৰৰ গুৱাহাটীখন মোগলৰ অধীন হৈছিল। আলোয়াৰ খাই কিন্তু সেই চেলুকে লৈ দক্ষিণপাৰে পাণ্ডু-শৰাই চকী, ইটাখুলি আদি ঠাইৰ কাষত উত্তৰ পাৰৰ পৰা মানুহ আনি বহুৱাইছিল বুলি জনা যায়। তাৰ পাচত লাচিত ফুকনেই দক্ষিণ গুৱাহাটীৰ গুৰুত্ব বঢ়াই দিছিল। শুক্লেশ্বৰ মন্দিৰৰ টিলাটোতে মন্দিৰৰ পূৰ্বলৈ তেওঁ দোপদৰ সজাই তাৰ পূৰ্বলৈ থকা পানী দুৱাৰৰ মুখখন আৰু বহল কৰাইছিল। পাণ্ডুৰ পশ্চিমেদি খাল খনাই, গুৱাহাটীৰ কেউপিনে প্ৰাচীৰেৰে ঘেৰি, চকীবোৰত বাহ কাঠৰ চৌহদ দিয়াই মজবুত কৰিছিল।

সি কথাবোৰ চিন্তা কৰি সেই তিনিশ বছৰৰ আগৰ দক্ষিণ কুলৰ গুৱাহাটীখনৰ কোনপিনে কি আছিল ভাবিবলৈ যত্ন কৰিছিল। আৰু সিহঁতে বহি থকা ৰেষ্টোৰাঁখন, চাৰিওপিনৰ এই ব্যস্ত দোকান-পোহাৰ বোৰ থকা ঠাইত লাচিত ফুকনে গুৱাহাটীখন পতাৰ সময়ত কিয়ে বা আছিল ভাবিবলৈ যত্ন কৰিছিল। তেৱোঁ যেন ইমানপৰে তাকেই ভাবি আছিল এনেদৰে প্ৰশ্ন কৰিলে—

: এই খিনিত বাৰু আজি তিনশ বছৰৰ আগতে কি আছিল ভাবি চাওকচোন।

: আপুনি কি ভাবে বাৰু?

মাৰবিনাই কথাষাৰ কোৱাৰ আগতে অলপ চিন্তা কৰিলে আৰু বাহিৰত ব'দৰ উত্তাপত উতলি ক'লা হৈ থকা এটা আলিবাটেদি চাই পঠালে। তাৰ পাচত তাৰ মুখলৈ চাই প্ৰশ্ন কৰিলে—

: এইখিনি কি বাৰু?

: নামটো তেনেকে একো নাই। ইয়াৰ পৰা দক্ষিণলৈ খৃষ্টান

বস্তী, চাৰিশ গজ মান উত্তৰে ভঙাগড। আমি শ্বিলং ৰোডৰ সোঁফালে অৰ্থাৎ গুৱাহাটীৰ পৰা শ্বিলং অভিমুখে গলে সো পিনে এই ৰেষ্টোৰঁাখন পাৰে।

: তাৰ মানে আমি কাতিৰাম বিলৰ পাৰত বহি আছোঁ। সো মেডিকেল কলেজৰ ৰাষ্টাৰ পৰা পূব পিনলৈ এটা প্ৰশস্ত জলাশয় আছিল। তাৰ পশ্চিমে গাঁও আছিল আৰু এইপিনে খৃষ্টান বস্তিৰ পৰা গণেশগুৰি, দিছপুৰলৈকো গাঁও আছিল, অৱশ্যে তিনিশ বছৰৰ আগতে এই জলাশয়ৰ নাম কি আছিল জনা নেযায়। হয়তো কাতিৰাম বিলেই আছিল।

: কিন্তু এটা কথা আপুনি মন কৰিছেনে ?

: কি বাৰু ?

: গুৱাহাটীত নিশ্চয় প্ৰাচীনকালত কিবা নগৰ বা জনপদ আছিল। নহলে পোন প্ৰথমে অহা অনুসন্ধিৎসু ইংৰাজ জনদিয়েকে গুৱাহাটীৰ য'তে ত'তে ভঙা ইটাৰ দেৱাল, প্ৰাচীন মৃৎ-পাত্ৰ আদি নাপালেহেতেন।

: সেইবোৰ আহোম যুগৰো হব পাৰে। গুৱাহাটীৰ পূবপিনে থকা পাহাৰবোৰ আছিল মিকিৰ পাহাৰ। গুৱাহাটীৰ পৰা কাজলী মুখ চকীলৈ আছিল কুৰি মাইল দূৰ। কাজলীমুখৰ পৰা ব্ৰহ্মপুত্ৰই দি নতুবা স্থল পথেদি আহিলে পাণবাৰী, পানীখাইতী, তাঁতীমাৰা এই ঠাইবোৰ পাৰ হৈ বোন্দা (মিকিৰ পাহাৰৰ অংশ) পাহাৰৰ পাদদেশৰ জয় দুৱাৰ চকীয়েদি গুৱাহাটীত সোমাৰ পৰা বাট আছিল।

নদীৰ পাৰত ইটাখুলি অৰ্থাৎ মন্দ্ৰাচল পৰ্বতৰ পৰা নদীৰ কাষেদি পূবলৈ আছিল ত্ৰিদশাচল পৰ্বতমালা। যাৰ সোমলতা শৃংগৰ তলৈ নদীৰ কাষত আছিল আহোমৰ খাৰ ঘৰ। তাৰ পৰা যিটো পথ আছিল বৰফুকনৰ টোলৰ অভিমুখে তাতে এতিয়া খাৰঘুলি।

বৰফুকনৰ টোল আছিল ইটাখুলিত, মন্দ্ৰাচল পৰ্বতৰ নামনিৰ পৰা একেবাৰে কঁাচী বজাৰৰ মাজলৈকে বিস্তৃত। দোপদৰ অৰ্থাৎ ৰেজচ'ৰা

আছিল টোলৰ চৌহদৰ বাহিৰত। পাচলৈ এই দোপদৰ ভৰলু নদীৰ পশ্চিম পাৰে নতুনকৈ সাজিছিল হেনো।

নদীৰ পাৰেদি ইটাখুলিৰ মন্ত্ৰাচল পাহাৰৰ পৰা টোলৰ পশ্চিম সীমাই দি এটা গড আছিল। বৰফুকনৰ টোলৰ পূব পিনে আছিল যুদ্ধৰ কাঁড, হেংদান, মাকৈদা আদি তৈয়াৰ কৰা মুছলমান কাৰিকৰৰ গাঁও। ভৰলুৰ পাৰত দক্ষিণলৈ পূবপাৰেদি আছিল এখন কৈৱৰ্তগাওঁ। এতিয়া য'ত জেল আছে সেইখিনিতে আছিল ৰঙামাটিত আজমতৰা থকা দিনতে লালুকসোলা বৰফুকনৰ অনুগ্ৰহত, গুৱাহাটীৰ ফৌজদাৰে পতা ফৌজদাৰ গাঁও। তাৰ পশ্চিমেদি নদীৰ পৰা আঁতৰত উত্তৰ-দক্ষিণাকৈ এটা খাল আছিল, তাৰে উত্তৰ মূৰে এতিয়া য'ত জেলখানা আছে তাৰ পশ্চিম উত্তৰ পিনে আছিল বৰফুকনৰ হাতী পিলখানা।

নগাঁও আৰু দৰঙৰ পাইকসকলৰ ঘৰ আছিল এতিয়া য'ত পুলিচ ৰিজাৰ্ভ তাৰ পৰা একেবাৰে জুবিলি বাগিছা, অৰ্থাৎ, উপায়ুক্তৰ ভৱনৰ সম্মুখৰ ৰাটাৰ ৰাৰ্কিছৰ দক্ষিণ সীমালৈ। তাৰে পূবলৈ এতিয়া য'ত কাছাৰী, ডাকঘৰ, হাইস্কুল আদি আছে তাতে আছিল বৰফুকনৰ মজুমদাৰ কাকতিৰ টোল। মজুমদাৰ কাকতি মানে কাছাৰীৰ বৰবাবু।

: গুৱাহাটীৰ আহোমযুগৰ সমস্ত মানচিত্ৰ আপুনি দেখিছোঁ মুখস্থ কৰি থৈ দিছে।

: ক'ত মুখস্থ কৰিব! আচল ইয়াৰ খিলঞ্জীয়া গাঁও কেইখনৰ কথাকে নাজানো।

: খিলঞ্জীয়া গাঁও মানে?

: কাৰ্বি, বড়ো, ৰাভা আৰু গাৰো গাঁওবোৰ? য'ৰ পৰা ডেকা ল'ৰা ইংৰাজসকলে গুৱাহাটীত ৰখা 'ছিবান্দ্ৰি কোৰ্'ত লৈছিল। য'ৰ পৰা দিন-মজুৰ আনি ১৮৫৩ খৃষ্টাব্দত দীঘলী পুখুৰীটো ইংৰাজে চাফা কৰাইছিল। সেইবোৰ মানুহৰ গাঁও যে ক'ত ক'ত আছিল সঠিক-ভাৱে জনা নেযায়। গুৱাহাটীৰ উলুবাৰী, ধেমৃৰা বিল, চলা বিলৰ

দাঁতিত, চৰকাৰী এস্প'ৰিয়াম থকা আমবাৰীত, খাৰঘুলিত, শৰণীয়াত, বৰঝাৰি অৰ্থাৎ এতিয়াৰ লাচিত নগৰত, পেঞ্জিনপাৰাত তেনে গাঁও বহুত আছিল। গুৱাহাটীৰ পৰিপাৰ্শ্বতো চাৰিওপিনে বেছি আছিল এইসকল লোকৰ গাঁৱে। কিন্তু এওঁলোক ইতিহাসত সদায় বৰ্জিত হৈ আহিছে। সেইবাবেই এই সম্বন্ধে জনাৰ কোনো সুযোগেই নাই।

: হালবোৱা মানুহখিনি ভাৰতীয় ইতিহাসত কোনোদিনে সমাদৃত হোৱা নাই। খৃষ্টপূৰ্ব চতুৰ্থ শতিকাৰ পৰা এই পৰ্যন্ত প্ৰকৃত খেতি কৰা মানুহখিনিক মাটিৰ জিৰাতৰ দৰে ব্যৱহাৰ কৰা হৈ আহিছে। মালিকানাৰ সলনি হলে মাটিৰ লগতে মাটিত থকা গছকেইজোপাও যিদৰে নতুন মালিকৰ হাতলৈ যায়, খেতিয়কো ঠিক গছকেইজোপাৰ দৰে মাটিৰ লগতে হাত বদলি হয়। ১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত বিশ্বনাথ চাৰিআলিৰ ছুলাল গাঁও নে ক'ৰ এগৰাকী বুঢ়া খেতিয়কে ঘৰ এৰি যোৱাৰ কথা কওঁতে ভেকাহি মাৰি কৈছিল— কেলেই যাম আমি? ঢেঁকিয়ে স্বৰ্গত গলেও ধান বানিব লাগিব। চীনা আহিলেও আমি সিহঁতৰ হৈ খেতিকে কৰিব লাগিব এতিয়াও যিদৰে কৰিছোঁ।।"

: ওপৰৰ মানুহচাম সদায় চতুৰ। ভাৰতবৰ্ষত মোগলৰ শাসন কায়েম কৰোঁতে আৰু তাৰ পাচত ইংৰাজৰ শাসন কটকটীয়া কৰোতে এই ওপৰৰ চামেই সহায় কৰিছিল। আহোমৰ শাসনকালতো ওপৰ শ্ৰেণীৰ মানুহখিনিৰ প্ৰশাসক গোষ্ঠীৰ প্ৰশ্ৰয়ত ইমান দৌৰাত্ম্য বাঢ়ি গৈছিল যে, মোৱামৰীয়া নামৰ পতাকাৰ তলত উজনিৰ খেতিয়কসকলে সংগঠিত হৈ বিদ্ৰোহ কৰিবলগীয়া হৈছিল। অৱশ্যে তাৰ পৰা লাভ হোৱা নাছিল।

: হব বুলি আশাও কৰিব নোৱাৰি। মানৰ বিৰুদ্ধে যুঁজি, ইংৰাজৰ বিৰুদ্ধে সংগ্ৰাম কৰি কত অগণন খেতিয়কে প্ৰাণ বিসৰ্জন দিলে, চৰম নিৰ্যাতন ভোগ কৰিলে। কিন্তু কি পালে তাৰ বিনিময়ত?

: অৰঙ্গা। আজি বকোৰ ৰাভা-বড়ো-গাৰো খেতিয়ক কেইজনৰ কথা কোনোবাই মনত ৰাখিছেনে? অসহযোগ আন্দোলনত কি যে অৱৰ্ণনীয় নিৰ্যাতন ভোগ কৰিবলগীয়া হৈছিল সেইসকলে বৃটিছ চৰকাৰৰ পুলিচৰ হাতত। স্বাধীনতাৰ মজা লুটিলে সেই সকলেহে নিৰ্বিবাদে, নিষ্কণ্টকে—যি সকলৰ পৰিয়াল পৰিজনে ইংৰাজক সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল। আমাৰ দেশৰ ইতিহাসত এনেধৰণৰ কিমান অদ্ভুত কাহিনী আছে।

: যাওঁ বলক।

: ক'লৈ?

: ঘৰলৈ। আপোনাৰ তথ্যবোৰ লিখি থব লাগিব। এতিয়াই নেলেখিলে পাহৰি যাম। গুৱাহাটীৰ আন এটা কক্ষলৈ সংক্ৰমণৰ পটভূমিত সেই তথ্যবোৰ অতিশয় প্ৰাসংগিক হব।

: গুৱাহাটীৰ আধুনিক যুগলৈ সংক্ৰমণ হোৱাৰ লক্ষণ প্ৰথম দেখা গৈছিল ১৮২৪ খৃষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত। সেই মাহতে ইংৰাজে ব্ৰহ্মদেশৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল আৰু ২৮ মাৰ্চ তাৰিখে ইংৰাজ সেনাধ্যক্ষ ব্ৰিগেদিয়াৰ মেকমৰিণ আহি গুৱাহাটী পাইছিলহি। তাৰ পাচৰ পৰা গুৱাহাটীৰ ইতিহাসেই কেৱল নহয় আনকি তাৰ সাংস্থানিক, তাৰ চাৰিত্ৰিক পৰিবৰ্তনো ঘটিছিল অসম্ভৱ দ্ৰুতগতিত। মানবিলাক সম্পূৰ্ণভাৱে পৰাজিত হৈছিল ১৮২৫ চনৰ ২৭ জানুৱাৰীৰ পুৱা। ইয়াৰেএবছৰৰ পাচত ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে য়াণ্ডাবু সন্ধি স্বাক্ষৰিত হৈছিল আৰু ডেভিদ স্কটে গুৱাহাটীৰ দায়িত্বভাৰ লৈছিল ১৮২৪ চনৰ মে' মাহতেই। কিয়নো ইতিমধ্যে গুৱাহাটীখন মানৰ কৱলৰ পৰা মুক্ত হৈছিল। আচলতে মানাহৰ পৰা কলিয়াবৰলৈকে ১৮২৪ চনৰ মে' মাহতেই মানক খেদি মুক্ত কৰা হৈছিল। গতিকে ইংৰাজে একেবাৰে দেৰি কৰা নাছিল। ডেভিদ স্কটে আহিয়েই গুৱাহাটীৰ বৰফুকনৰ পদটো বাতিল কৰিলে। লানমাথৰুৰ লম্বোদৰ বোধকৰোঁ শেষৰ জনা বৰফুকন আছিল। গুৱাহাটীৰ এইটোৱে হ'ল সন্ধিক্ষণ,

স্বাধীন অসমৰ গুৱাহাটীত থকা শেষ চিহ্নটোও সেইদিনাৰ পৰা মচা গ'ল।

: যাওঁ বলক।

: আপুনি কিয় ইমান যোৱাৰ কাৰণে ব্যস্তহৈ পৰিছে বাৰু ?

: আপুনি ইমানবোৰ কথা কৈছে মনত ৰখাই টান হৈ পৰিছে। পাহৰি গলে যে মোৰ সৰ্বনাশ হব।

: মই পাহৰি যাবলৈ নিদিও বলক। আপুনি পাহৰি গলে মোৰো ক্ষতি হুব যে।

চিটিবাচৰ কাৰণে বৈ বৈ আমনি লগাত তেওঁ কলে এখন ৰিক্সাকে লবলৈ। সি তেওঁৰ লহপহীয়া দেহটোৰ ভৰিৰ পৰা মূৰলৈকে চালে আৰু সন্দেহ প্ৰকাশ কৰি সুধিলে—

: আপোনাৰ অসুবিধা হয় নেকি ?

তেওঁ কিন্তু তাৰ প্ৰশ্নযাৰলৈ আওকাণ কৰি ৰিক্সা এখন মাতিলেই। সি ৰিক্সাত তেওঁৰ কাষত এনেদৰে অলৰ অচৰ হৈ বহি গৈছিল যেন অকণ লৰচৰ কৰিলেই ওপৰৰ ক'ৰবাৰ পৰা কিবা গধুৰ বস্তু এটা তাৰ গাতে পৰিবহি। তেওঁ তাৰ অৱস্থাটো বুজি সুধিলে—

: আপোনাৰ বহাত অসুবিধা হৈছে নেকি ?

তেওঁ তাৰ কাৰণে আৰু যিমান পাৰে জেগা এৰি দিয়াৰ উদ্দেশ্যে অলপ লৰি-চৰিও দিলে। সি উচপ খোৱাৰ দৰে কৰি কলে—

: নাই নাই মোৰ বেচ আৰাম হৈছে।

তেওঁ কৃত্ৰিম গহীনতাৰে কলে—

: মই ওচৰত বহা কাৰণে নে সঁচাকে বহিবলৈ যথেষ্ট জেগা পাইছে ?

সি উত্তৰ দিবলৈ কথা বিচাৰি নাপাই বিমূঢ় হৈ পৰা দেখি তেওঁ হাঁহি দিলে। সিও অকণ সাহস গোটাই কলে—

: হাঁহিত মানিক সৰা বুলি যে কবিসকলে কয়, আজিহে মোৰ চাক্ষুষ অভিজ্ঞতা হ'ল।

: ভালেই হ'ল, আহি আহি ব'দত কিবা লাগি গৈছে,

অলপ চাহ হলে ভাল হব। এট্‌লিষ্ট্‌ আই আৰ্ণ্‌ এ কাপ্‌ অফ্‌ টি।

কথাবাৰ কওঁতে তেওঁ এনেধৰণৰ এটা ভংগী দিছিল যে, তেওঁক তাৰ হঠাতে কুৎসিৎ লাগি গৈছিল। সি তেওঁক এবাৰৰ কাৰণেই সুধিলে—

: সঁচাকে খাব জানো চাহ এতিয়া ?

তেওঁ খন্তেক নীৰৱে ৰ'ল। পাচত আলিৰ চক এটা পাই ৰিক্সাখন ৰখাবলৈ কলে।

: মই ইয়াতে নামিম দেই।

হঠাৎ মানুহজনী গহীন হৈ পৰিছিল। চিন্তাত বিষণ্ন হৈ পৰা মুখখন অপূৰ্ব ধুনীয়া হৈ পৰিছিল। সিও নামি তেওঁৰ কাষ চাপি সুধিলে—

: চাহ ?

: নাখাওঁ এতিয়া। মই ধেমালি কৰিছোঁ।

তেওঁ তাৰ প্ৰতিক্ৰিয়ালৈ বাট নেচাই লৰালৰিকৈ যোৱা দেখি অলপ হতভম্ব হৈ পৰিলেও তাৰ হঠাৎ মনত পৰিছিল যে, সেই চকটোৰ পৰা তেওঁলোকৰ গলিটো একেবাৰে ওচৰ। সিও ঘৰলৈ সেই পিনেই যাব। সি অৱশ্যে দোকানত কিবা এটা কিনাৰ ছল কৰি দেৰিকৈ গ'ল। গৈ সি গলিটোৰ সন্মুখেদি পাৰ হৈ যাব ধৰোতেই এটা অভাৱনীয় দৃশ্য তাৰ চকুত পৰিল। সুনীলে তাৰ জীপখনেৰে গলিটোৰ পৰা তীব্ৰ বেগেৰে ওলাই গৈছিল। লগত আছিল ৰেষ্টোৰাঁৰ সন্মুখত দাদাগিৰি দেখুওৱা সেই খীনমীন ল'ৰাটো।

সি মাৰবিনাক ওচৰত ক'ৰবাত দেখে নেকি বুলি ঘূৰি ঘূৰি চালে, কিন্তু কতো নেদেখিলে।

হলিৰামে চাৰিওপিনে বিচাৰি ফুৰিছিল কিন্তু মনত লগাকৈ ক'তো এডোখৰ ঠাই দেখা নাছিল য'ত নিজৰ ল'ৰা-তিৰোতাৰ বাহিৰেও ভায়েকহঁতৰবোৰকো আকলি মুকলিকৈ বসবাস কৰাৰ কাৰণে, সুখে সন্তোষে তেওঁলোকৰ বিৰাট ঘৰখন থান থিত লগোৱাৰ কাৰণে এখন আহল বহল টোল সাজিব পৰা যায়।

ইতিমধ্যে তেওঁক স্বৰ্গদেৱে ঢেকিয়াল ফুকনৰ খিতাপ দিছিল আৰু ভায়েক যজ্ঞৰামক দিছিল খাৰঘৰীয়া ফুকনৰ বাব। তেওঁ স্বৰ্গীয় পিতাক অসমৰ প্ৰথম শ্ৰেষ্ঠ ধনী পৰশুৰাম বৰুৱাৰ তুৰবীয়া বৰুৱাৰ বিষয় চম্ভালাৰ উপৰিও বিভিন্ন নগৰত পিতাকে গঢ়ি তোলা গোলাবোৰৰ দায়িত্বও লৈছে। গতিকে ভাবিছিল ৰৰনগৰ হাদিবাৰ পৰা অলপ পশ্চিমলৈ যোগীৰঘোপাত স্বৰ্গদেৱে নতুনকৈ প্ৰতিষ্ঠা কৰা অসম নগৰীত ঘৰখন সজাৰ কথা। কিন্তু স্বৰ্গদেউ আৰু ডা-ডাঙৰীয়া-সকলৰ কলিয়াবৰৰ পৰা পশ্চিমলৈ কামৰূপৰ প্ৰতি ইমান অৱহেলা যে তেওঁৰ ভয় হ'ল অচিৰে হয়তো অসম নগৰী শ্মশানত পৰিণত হব।

কলিয়াবৰৰ পশ্চিমলৈ মাত্ৰ এখন ঠায়ে আছে যিখন সেইসকলে হেজাৰ অৱহেলা কৰিব খুজিলেও নোৱাৰে। আৰু সেই ঠাইখন হ'ল গুৱাহাটী। তাৰ ভৌগোলিক অৱস্থান, নে তাৰ জলবায়ু, নে তাৰ সামৰিক গুৰুত্ব, নে তাৰ প্ৰাকৃতিক সৌন্দৰ্য তাক অৱহেলা কৰিব নোৱৰাৰ হেতু তেওঁ কোনোদিন ভাবি চোৱা নাই। কিন্তু তেওঁ নিশ্চিত যে অসমৰ পশ্চিমাঞ্চলৰ এই গুৱাহাটীয়েই এখন ঠাই য'ত পূৰ্ব ভাৰতৰ প্ৰতিটো ৰাজশক্তিয়ে নিজৰ স্বত্ব সাব্যস্ত কৰিবলৈ সংগ্ৰাম কৰি আহিছে।

বৰফুকনৰ টোল, বৰফুকনৰ সেই দোপদৰ আৰু নাই। বৰফুকনৰ সেই প্ৰতিপত্তিও নাই। এইবোৰৰ যি অৱশেষ আছিল আক্ৰমণকাৰী মানহঁতে সমস্ত নিঃশেষ কৰি থৈ গৈছে। সিহঁতে বাহু কাঠেৰে সজা চকীবোৰ, ইংৰাজে নষ্ট কৰি দিছে। 'তথাপি তেওঁ নিশ্চিত গুৱাহাটীৰ

গুৰুত্ব নকমে। তেওঁৰ অভিমতৰ প্ৰতি সমৰ্থন জনায়ে যেন ইংৰাজে গুৱাহাটীকে নতুন অধিকৃত অঞ্চলৰ ৰাজধানী কৰিছে।[৮]

এইবোৰকে সাত-পাঁচ গুণি হলিৰামে ১৮২৬ চনত গুৱাহাটীৰ ভৰলুমুখত ঘৰ-দুৱাৰ সজাই তালৈকে সপৰিবাৰে উঠি আহিল। ইতিমধ্যে তেওঁ ডেভিদ স্কট চাহাবৰ প্ৰিয়পাত্ৰ হৈ পৰিছিল। তেওঁৰ কৰ্মকুশলতাত মুগ্ধ হৈ স্কটে গুৱাহাটীত তেওঁক কালেক্টৰিৰ চিৰস্তাদাৰ হিচাপে নিযুক্তি দিলে। তেতিয়া আদাম হোৱাইট আছিল কালেক্টৰ আৰু বিষ্ণু চন্দ্ৰ মুখোপাধ্যায় আছিল তহচিলদাৰ। দেশীয় অগ্ৰগামী-সকলৰ মাজত বৃটিছ সেৱাৰ মনোভাৱৰ সূচনা হ'ল। গুৱাহাটীয়ে সম্পূৰ্ণ এক নতুন ভৱিষ্যতৰ পাতনি মেলিলে। গুৱাহাটীত শ শ বছৰ ধৰি চলি অহা অসমৰ স্বাধীন কৰ্তৃত্ব পৰম্পৰাৰ অন্ত পৰিল আৰু এক নতুন কৰ্তৃত্ব পৰম্পৰাৰ সৃষ্টি হ'ল, যিটোৰ উৎস গড়গাঁও, ৰংপুৰ বা বৰফুকনৰ দোপদৰ নহয়, যিটোৰ উৎস আছিল কলিকতা।

স্কট চাহাবে আৰম্ভ কৰা ভূমি বন্দোৱস্তি অভিযানত হলিৰাম ঢেকিয়াল ফুকনে সহায় কৰিছিল। দেশৰ প্ৰশাসনত ইতিমধ্যে প্ৰচুৰ অভিজ্ঞতা লাভ কৰা গুণে তেওঁ বৃটিছ চৰকাৰৰ কাৰণে একৰকম অপৰিহাৰ্য হৈ পৰিছিল।

১৮৩১ চনত স্কটৰ মৃত্যু হৈছিল আৰু তেওঁৰ ঠাইত আহিছিল টি চি ৰবাৰ্টছন। কাছাৰ আৰু শ্ৰীহট্ট অসমৰ পৰা বেলেগ কৰি দিয়া হ'ল। আৰু ১৮৩১ চনত নামনি অসমৰ "চিনিয়ৰ ডিভিজন" টো ভাগ ভাগ কৰি কামৰূপ, নগাঁও আৰু দৰং জিলা গঠন কৰা হ'ল।

১৮৩৪ চনত আহিল ফ্ৰাঞ্চিচ জেনকিনস কমিশ্যনাৰ হিচাপে। ২৩ জানুৱাৰীত দায়িত্বভাৰ লৈয়ে গুৱাহাটীযে নিযন্ত্ৰণ কৰা ওপৰত কোৱা জিলা তিনিখনত মৌজা পৰগণা আদি গঠন কৰিলে। তাৰ পাচৰ বছৰতে অসম ভাৰতৰ বৃটিছ চৰকাৰৰ বোৰ্ড অফ্ ৰেভিনিউ আৰু সদৰ আদালতৰ আওতালৈ আহিল। আৰু গুৱাহাটীত পোন প্ৰথম ইংৰাজী স্কুল খনৰ প্ৰতিষ্ঠা হয়।

ইয়াৰে পাচৰ বছৰত ১৮৩৬ চনত গুৱাহাটীত আৰু এটা দুৰ্ঘটনা

ঘটিছিল। সেই বছৰৰ পৰাই অসমত ইমান যুগৰ পৰা চলি অহা অসমীয়া ভাষা আঁতৰাই গুৱাহাটীৰ অফিচ-আদালতত বাংলা ভাষা প্ৰচলন কৰোৱা হ'ল।

১৮৩৬ চনত এই ভাষা প্ৰচলন হোৱাৰ মূলতে আছিল সেই সময়ৰ নামনি অসমৰ মোগল আৰু ৰাজবংশী শাসন-ব্যৱস্থা। আৰু হলিৰামৰ পৰিয়ালটো তুৰবীয়া বৰুৱাৰ পৰিয়াল হেতুকে তেওঁবিলাকৰ বাংলা ভাষাৰ সৈতে ঘনিষ্ঠ সম্বন্ধ আছিল। এনেকি হলিৰাম আৰু তেওঁৰ ভ্ৰাতৃ যজ্ঞৰামে বাংলা ভাষাতে গ্ৰন্থ ৰচনা কৰিছিল।

অৱশ্যে বাংলা ভাষা প্ৰচলনত বেচিকৈ ইংৰাজৰ স্বাৰ্থ জড়িত আছিল। কিয়নো সেই ভাষা অসমতো প্ৰচাৰ হোৱাত, এই নতুনকৈ অধিকৃত অঞ্চলৰ প্ৰশাসনত সহায় কৰিবৰ কাৰণে বংগদেশৰ পৰা কেতবোৰ ইতিমধ্যে অভিজ্ঞ হৈ উঠা লোক আনি অসমত নিযুক্তি দিয়াত সুবিধা হৈছিল। এই ব্যৱস্থাই আকৌ কলিকতাত ইতিমধ্যে শিপাই পৰা পাশ্চাত্য আধুনিক চাল-চলনৰ স'তে অসমৰ অগ্ৰগামী কিছুমানৰ পৰিচয় ঘটাই দিছিল। এই পৰিচয়েই অসমত মধ্যবিত্তৰ প্ৰথম অংকুৰ সিঁচিছিল।

১৮৩৭ চনত "আসাম কায়দাবন্দি" আইন পাচ হৈছিল, আজিৰ ফৌজদাৰী কাৰ্যবিধি আইনৰ দৰে আছিল সেই আইন। কিয়নো ফৌজদাৰী কাৰ্যবিধি আইনৰ প্ৰচলন ১৮৬২ চনৰ জানুৱাৰী মাহৰ পৰাহে অসমত হয়।

অৱশ্যে অসমৰ প্ৰথম জনা মধ্যবিত্তই অৰ্থাৎ হলিৰাম ঢেকিয়াল ফুকনে এইবোৰ একোকে নেদেখিলে। অসমৰ প্ৰথমজনা বুদ্ধিজীৱিৰ অৰ্থাৎ হলিৰাম ঢেকিয়াল ফুকনৰ এই অভিনৱ পৰিবৰ্তনবোৰৰ সম্পৰ্কত কেনে-ধৰণৰ প্ৰতিক্ৰিয়া হ'লহেতেন জনা নেযায়। কিয়নো ১৮৩১ চনত মাহে ত্ৰিশ ত্ৰিশ টকা দৰমহাত গুৱাহাটীৰ এচিষ্টেণ্ট ম্যাজিষ্ট্ৰেট হিচাপে নিযুক্তি পোৱাৰ পাচত তেওঁ সৰহদিন জীয়াই থকা নাছিল। ১৮৩২ চনত বাৰিষা তেওঁৰ ৰস বাতৰ ৰোগটো বেচি হোৱাত নিজৰ তিনি বছৰীয়া শিশুপুত্ৰ আনন্দৰাম আৰু প্ৰথমা ভাৰ্যাক লগত লৈ

উমানন্দত বাস কৰিবলৈ ললে। তাৰে দেৱালয়ত তেওঁ মহামৃত্যুঞ্জয় শিৱৰ পূজা আৰম্ভ কৰিছিল। মনতে নিশ্চয় ভাবিছিল মহামৃত্যুঞ্জয়ৰ পূজা সমাপন হলে তেওঁক আৰু কোনে পায়! ৰসবাততো সাধাৰণ, সাক্ষাত যমৰাজেই শেনটো হৈ আহি ফেচাটোৰ দৰে উভতি যাব লাগিব।

কিন্তু পূজা সমাপন হোৱাৰ আগতেই এদিন শাওনমহীয়া ৰাতি হলিৰাম ফুকনে শেষ নিশ্বাস ত্যাগ কৰিলে। তেওঁৰ ত্ৰিশ বছৰীয়া জীৱনটোৱে যিমান সম্পূৰ্ণভাৱে সেই যুগৰ যুগান্তকাৰী পৰিবৰ্ত্তনটো প্ৰতিনিধিত্ব কৰে সিমান সম্পূৰ্ণভাৱে তেওঁৰ সমকালীন কাৰো জীৱনে কৰা নাই। গুৱাহাটীৰ সমগ্ৰ সমাজখনৰ মানসিক উত্তৰণৰ তেৱেঁইহে যেন আছিল একমাত্ৰ জীৱন্ত সাক্ষী।

হলিৰামে বৃটিছৰ তলত চাকৰি কৰাৰ সময়তো পৰ্হিদোলাৰে কাৰ্যালয়লৈ যোৱা-অহা কৰিছিল। আৰু বাটতে ডেভিড স্কটৰ স'তে ভেটাভেটি হলেও দোলাৰ পৰা নমা নাছিল। গুৱাহাটীত ৰজাঘৰৰ বাহিৰে হলিৰাম ফুকনৰ ঘৰতহে পোন প্ৰথমে ব্যক্তিগতভাৱে পূজা পতা হৈছিল। বেলতলা, ফুলৰা, খাৰাধৰা, গোগ আদি ঠাইত থকা তেওঁবিলাকৰ জমিদাৰীৰ চোৱা-চিতা কৰিবলৈ আৰু গুৱাহাটী আৰু আন আন ঠাইত থকা পৰিয়ালৰ ধানৰ গোলাৰ হিছাপ-পাতি ৰাখিবলৈ জনৈক চন্দ্ৰধৰ ৰায় আৰু ৰামচন্দ্ৰ বিশ্বাস নামৰ দুজন লোকক ৰখা হৈছিল। হলিৰামৰ সুদৃশ্য চ'ৰাঘৰত নিতৌ গান বাজনা চলিছিল। ঘৰত বিয়া বাৰু হলেই বাঙালী তওফাৱালী বাঈ আনোৱা হৈছিল যিটো প্ৰায় কুৰি শতিকাৰ আৰম্ভলৈকে অসমৰ পূজা-উৎসৱ আদিত বিনোদনৰ একমাত্ৰ উপায় আছিল।

হলিৰাম মানৰ সৈতে যুদ্ধ কৰা লোক। আনহাতে তেৱেঁই প্ৰথম অসমীয়া বুদ্ধিজীৱি যিয়ে কলিকতালৈ গৈ, অসমৰ বুৰঞ্জী লেখি, কামাখ্যা তীৰ্থৰ বিষয়ে সংস্কৃতত গ্ৰন্থ ৰচনা কৰি অসমৰ দৰে পাণ্ডৱ বৰ্জিত দেশ এখনৰ ৰহস্য বিশ্বৰ অনুসন্ধিৎসুসকলৰ দৃষ্টিৰ আগত উন্মোচিত কৰিছিল।

এই কাহিনীবোৰ ভালদৰে বিচাৰ কৰিলে দেখা যায় এইজনা ঢেকিয়ালফুকনৰ মনত নতুনকৈ সেই যুগটোৱে উত্তৰ কৰা সামাজিক প্ৰমূল্যসমূহ সম্বন্ধে যুগপৎ আস্থা আৰু সন্দেহৰ সৃষ্টি হৈছিল। প্ৰতি বছৰে ঘৰত বাৰটা মাহত তেৰটা পূজা লাগিয়েই থাকে অথচ বিয়াবাৰু হলে তওফাৱালী বাঈ-নাচ আনিবলৈকো দ্বিধাবোধ নকৰে।

ইংৰাজ চাহাবক তোষামোদ কৰিছিল ঠিকেই কিন্তু অসমৰ ঐতিহ্য পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধা তেওঁৰ কমি যোৱা নাছিল। এবাৰ এগৰাকী আহোম ৰাজপুৰুষে তেওঁক মূৰ হলাই প্ৰণাম জনোৱাত খঙতে, তেওঁ ৰাজপুৰুষ জনাক কিবাকিবি কৈছিল। খঙতকৈও তেওঁৰ আচলতে হৈছিল ক্ষোভ। ভাৰতবৰ্ষৰ ভিতৰত আটাইতকৈ সুদীৰ্ঘকাল ৰাজপাট ভোগ কৰা স্বাধীন অসমৰ ৰাজবংশৰ পুৰুষ এগৰাকীয়ে অসমৰ এগৰাকী প্ৰাক্তন কৰ্মচাৰীৰ সন্মুখত যে বশংবদ কোনোবাৰ দৰে আচৰণ কৰিব, তেওঁ সহ্য কৰিব পৰা নাছিল।

১৮৩৩ চনত যেতিয়া উজনিখণ্ড পুৰন্দৰ সিংহ স্বৰ্গদেৱক লালবন্দি বন্দোৱস্তত দিয়া হৈছিল যোৰহাটলৈ পুলিচ চাহাব হৈ যোৱা হলিৰাম-ভ্ৰাতৃ যজ্ঞৰাম ফুকন গুৱাহাটীলৈ ঘূৰি আহিছিল আৰু তাৰ সদৰ আমীন নিযুক্ত হৈছিল।

গুৱাহাটীৰ, অৰ্থাৎ আজিৰ গুৱাহাটী বুলিলে যি বুজোঁ, তাৰ গোড়াপত্তন তেতিয়াহে আৰম্ভ হৈছিল।

আৰম্ভ যেতিয়া হৈছিল ঠিকেই হৈছিল। মোগলে ৰখা গুৱাহাটা নামটো ইতিমধ্যে অসমীয়াৰ মুখত পৰি গুৱাহাটী হৈছিল। হাটা আৰু হাটীৰ অৰ্থ একেই। হাট-বজাৰ। কিন্তু হাটীৰ আৰু এটা ওপৰঞ্চি অৰ্থ আছে। হাটী মানে কেৱল হাট-বজাৰেই নহয়, সেই হাট-বজাৰত শাৰী শাৰী ঘৰ থাকিব লাগিব। আমাৰ কাৰ্বি-সকলৰ বেণৰ দৰে। অসমৰ হাম্‌ৰেণ নামৰ ঠাইখনৰ নামটো আহিছিল শাৰী শাৰী ঘৰৰ পৰাহে।

গুৱাহাটীত ইতিমধ্যে শাৰী শাৰীকৈ ঘৰ সাজি উজনিৰ পৰা মান-ভগনত অহা বহুত মানুহ বহিছিলহি। কুমাৰপাৰাত, মাছখোৱাত দীঘলী পুখুৰীৰ পাৰত। বৰফুকন থকা কালত গুৱাহাটীত ৰাজবিষয়া জনদিয়েক আৰু তেওঁবিলাকৰ লগুৱা-লিকচৌসকলৰ বাহিৰে মাত্ৰ ছশ মান বনুৱা আছিল। তাৰে এশজন মান আছিল পশ্চিম ভাৰতৰ।

আহোম ৰাজবিষয়াসকলে গুৱাহাটীত থকাটো শাস্তি বুলি ভাবিছিল। আৰু বদন চন্দ্ৰ বৰফুকনেহে নিজৰ পৰিয়ালৈ গুৱাহাটীত আছিল হি। মোগল আৰু ৰাজবংশী শক্তিৰ অধীনত আছিল গুণে কামৰূপৰ অগ্ৰগামীসকলক অসমৰ ৰাজপুৰুষসকলে বিশ্বাসত নলৈছিল। গতিকে অসমৰ নামনি খণ্ডত শত্ৰুৱে আক্ৰমণ কৰিলে বৰফুকনে সহায় লৈছিল বৰদুৱাৰ, পাণ্টান, ভোলাগাঁও, বেলতলা, ৰাণী, লুকি, ডিমৰীয়া আদি দক্ষিণ অঞ্চলৰ সৰু সৰু ৰাজ্যকেইখনৰ পৰা। সেই গতিকে গুৱাহাটীত যদিও অসম ৰজাৰ বৰফুকন আছিল, আৰু বৰফুকনেই কামৰূপ, নগাঁও আৰু দৰং শাসন কৰিছিল নামনিৰ চৌধাৰী, পাটোৱাৰী, ঠাকুৰীয়া প্ৰমুখ্যে প্ৰজাসাধাৰণৰ গড়গাঁও-ৰংপুৰ প্ৰশাসনৰ প্ৰতি বিশেষ শ্ৰদ্ধা নাছিল। আৰু যেহেতু আহোম শক্তিৰ চাৰেক দখলত থকা অৰ্থাৎ চৰগুৱাৰ পৰা কলিয়াবৰলৈ—এই অংশটোহে অসম নামে জনাজাত

আছিল, সেইবাবে নামনি অঞ্চলৰ লোকসকলে নিজকে অসমৰ লোক বুলি নাভাবিছিল।

কিন্তু গুৱাহাটীয়ে ক্ৰমান্বয়ে উজনি-নামনিৰ এনেধৰণৰ বৈষম্যবোৰ জনসাধাৰণৰ মনৰ পৰা আঁতৰাই দিবলৈ সমৰ্থ হৈছিল। ১৮৩৩ চনত পুৰন্দৰ সিংহক উজনি খণ্ড লালবন্দি কৰি দিয়াৰ পাচত সেই অঞ্চলৰ একাধিক উচ্চ বিষয়া বৃটিছ শাসনৰ সোৱাদ লোৱাৰ উদ্দেশ্যে গুৱাহাটীলৈ আহি তাত ঘৰবাৰী কৰি বহি গৈছিল। আৰু পলমকৈ হলেও নামনিৰ চৌধাৰী থাকুৰিয়াসকলেও গুৱাহাটীত নিগাজীকৈ বসবাস কৰিছিলহি। আহোমৰ শেষ ৰজা চন্দ্ৰকান্ত সিংহও মাহিলী পাঁচশটকীয়া পেঞ্চন লৈ ১৮৩৮ চনৰ পৰা গুৱাহাটীত থাকিবলৈ লৈছিল।

এই উজনি-নামনিৰ বৈষম্য—ইয়াৰ যে কেৱল প্ৰশাসন-সম্বন্ধীয় কাৰণহে আছিল এনে নহয়, ইয়াৰ আন এটা কাৰণ আছিল যাতায়ত ব্যৱস্থাৰ আকিঞ্চনতা। গুৱাহাটীৰ পৰা ডিব্ৰুগড় পাবলৈ তেতিয়াৰ দিনত লাগিছিল পুৰা ছকুৰি দিন। কিন্তু বাঙালী জোঙ্ নাও আৰু চৰা নাও এনে নাওবোৰ প্ৰচলন হোৱাৰ পাচত সেই দূৰত্বটো আৰু বেচি হৈছিল। যদিও যোৱাটো নিৰাপদ হৈছিল।

অৱশেষত ১৮৩৮ চনত পোন প্ৰথমবাৰৰ কাৰণে ব্ৰহ্মপুত্ৰ নদীয়েদি জাহাজ আহিছিল। লগে লগে আৰু এক অভিনৱ সম্ভৱনাৰ আশাই গুৱাহাটীৰ মানুহক উদ্বেলিত কৰি তুলিছিল। অৱশ্যে নিয়মীয়া জাহাজ চলাচলৰ কাৰণে তেওঁলোকে অপেক্ষা কৰিবলগীয়া হৈছিল আৰু সুদীৰ্ঘ সাতত্ৰিছটা বছৰ। ১৮৭৫ চনৰ ১৭ নে ১৮ আগষ্টৰ পৰাহে গুৱাহাটীৰ দক্ষিণকুল উত্তৰকুলৰ মাজত নিয়মীয়া ফেৰি জাহাজৰ চলাচল আৰম্ভ হয়।

গুৱাহাটীৰ পৰিবৰ্ত্তনে সাধাৰণ লোকৰ মাজত আৰু এটা বিশেষ পৰিবৰ্ত্তন আনি দিছিল। সেইটো হ'ল আহোম প্ৰশাসনে সৃষ্টি কৰা ধৰ্ম-নিৰপেক্ষ মনোভাবৰ শিথিলতা। ১৮২২ চনত এটা সৰু ঘটনা

ঘটিছিল অসমত। ব্ৰহ্মদেশৰ ধৰ্মধৰ ৰাজগুৰু অসমলৈ আহিছিল। তেওঁৰ জন্মভূমি আছিল সিংহল দেশ। লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী যিদৰে দ্ৰাবিড়দেশৰ পৰা অসমলৈ আহিছিল। সেইদৰে ধৰ্মধৰ আহিছিল ব্ৰহ্মদেশলৈ। লক্ষ্মীনাৰায়ণ আছিল বেপাৰী আৰু ধৰ্মধৰ আছিল ধৰ্মগুৰু। ধৰ্মগুৰুৰ এনে প্ৰতিপত্তি অসমৰ মানুহে আগতে দেখা নাছিল। ফুলেশ্বৰীৰ দিনত যি হৈছিল, সেয়া হৈছিল ৰাজশক্তিৰ বলত। গতিকে ৰাজশক্তি যেতিয়া হীনবল হৈ পৰিল লাহে লাহে অসমতো ধৰ্মগুৰুসকলে নিজৰ গুৰুত্ব সাব্যস্ত কৰাত কুণ্ঠাবোধ নকৰা হৈ পৰিল। ধৰ্ম আৰু সম্প্ৰদায় বিষয়ক কথাবোৰে ইমান গুৰুত্ব লাভ কৰিছিল যে গুৱাহাটীত প্ৰথম যেতিয়া গৰুৰ মাংস বিক্ৰী কৰিছিল তেতিয়া সাম্প্ৰদাযিক উত্তেজনাৰ সৃষ্টি হৈছিল অথচ এ সময়ত আহোম ৰজা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দৰে নৈষ্ঠিক হিন্দু ব্যক্তিয়েও যেতিয়া গোমাংস খাইছিল, সেইটো আপত্তিজনক বুলি কোনেও ভবা নাছিল। এবাৰ আকৌ ব্ৰাহ্মণ ডাঙৰ নে দৈৱজ্ঞ ডাঙৰ জাতি এই লৈ ইংৰাজ প্ৰশাসনৰ সিদ্ধান্তৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়াও হৈছিল।

আৰু এটা কথা হৈছিল, ভকত নামধাৰী মানুহচামৰ প্ৰতি সৰ্ব-সাধাৰণৰ শ্ৰদ্ধা কমি গৈছিল। এওঁবিলাকে সাধাৰণতে লোকৰ ঘৰত বন্ধুৱা কাম কৰি জীৱন নিৰ্বাহ কৰিছিল। অৱশ্যে অসমীয়া সমাজত বন্ধুৱা, লগুৱা, বন্দী-বেটী এনেবোৰ লোক আগৰে পৰাই নগণ্য আছিল কিন্তু এনেবোৰ লোকৰ প্ৰতি গৃহস্থ উদাসীন নাছিল, এনেবোৰ লোকৰ ব্যক্তিগত দুখ-কষ্টৰ প্ৰতি, আপদ-বিপদৰ প্ৰতি গৃহস্থই নিজৰ পৰিয়ালৰ সদস্যৰ ক্ষেত্ৰত যিদৰে মনোযোগ দিয়ে, ঠিক একে ধৰণৰ আন্তৰিকতাৰেই মনোযোগ দিছিল।

ৰজাঘৰীয়া ডা-ডাঙৰীয়াসকলে ইংৰাজ চৰকাৰৰ নিযুক্তি গ্ৰহণ কৰি উজনিৰ পৰা আহি গুৱাহাটীত থিতাপি লোৱাৰ সময়ত লগত বন্দী-বেটী সকলকো লৈ আহিছিল। কালক্ৰমত মুক্ত হৈ এওঁবিলাকেও গুৱাহাটীত ইটো সিটো কৰি জীৱন ধাৰণৰ পথ মুকলি কৰি লৈছিল। এওঁবিলাকক সাধাৰণতে গোলাম বুলি কোৱা হৈছিল; মোগল শক্তিৰ

সতে চিনাকি হোৱাৰ পাচত এই গোলাম নামটো প্ৰচলিত হৈছিল। অৱশেষে ১৮৪৩ চনৰ পাচতে গুৱাহাটীৰ সকলো মুক্ত গোলাম হৈ পৰে। এওঁলোকৰ এই মুক্তি কিন্তু বহুতবে ক্ষেত্ৰত অভিশাপৰ দৰে হৈ পৰিছিল, সেইসকল ইমান আশ্ৰয়হীন হৈ পৰিছিল যে, মুক্তিলাভ কৰাৰ পাচতো লেউ সেউ হৈ গৃহস্থৰ ঘৰকে আকোৱালি লৈ থাকিছিল। বাকী যিচাম লোক গৃহস্থৰ ঘৰ এৰি ওলাই আহিছিল সেইসকলে গুৱাহাটীৰ আশে পাশে ঘৰ সাজি বহিছিল।

তাৰ পাচত আৰু একশ্ৰেণী মানুহ আছিল। তেওঁলোকৰ ব্যৱসায় আছিল মানুহক আনন্দ দিয়া। তেওঁলোক ৰাজ্যৰ বাহিৰৰ পৰা আহিছিল। ভোজবাজী দেখাওঁতা বাজীকৰ, জাতুৰ খেল দেখাওঁতা যাতুকৰ, লাঠিৰ খেল, বুলবুলি চৰাইৰ যুঁজ, ধনু-কাঁড়ৰ খেল, শৰীৰৰ অংগ চালনাৰ খেল আদি দেখাওঁতা লোক আছিল তেওঁলোক। আৰু আছিল তওফাৱালি বাঈ নাচৰ দল, আৰু পাচলৈ মণিপুৰী বাঈজীৰ দল। এওবিলাকেও গুৱাহাটীত একোখন সমাজ পাতি বহিছিলহি। অসমৰ অগ্ৰগামী সমাজত ৰাজদুৱাভাৱে আমোদ-প্ৰমোদৰ উপায় বুলিবলৈ বিহুৰ সময়ত মালযুঁজ, মহযুঁজ এইবোৰেইহে আছিল। বিহু গীত, বিহু নাচ ইতৰ শ্ৰেণীৰ লোকসকলৰ মাজত প্ৰচলিত আছিল। অৰ্থাৎ সেইসময়ৰ অসমীয়া সমাজত এই লোকসকলক গণ্য কৰা নহৈছিল। গুৱাহাটীৰ অগ্ৰগামী জনদিয়েকে "দেশৰ উপকাৰ আৰু সুনীতি সংস্থাপন"ৰ অৰ্থে এই গীত-নাচৰ প্ৰচলন যিমান শীঘ্ৰে নোহোৱা হয়, সিমানেই মংগল বুলি ঘোষণা কৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ দৰে বিদ্ৰোহৰ পাচতো অসমৰ অগ্ৰগামী চামটোৰ সতে গাঁৱৰ কৃষক জনসাধাৰণৰ প্ৰত্যক্ষ যোগাযোগ ঘটা নাছিল। মানৰ শেষ আক্ৰমণটোত তেনে যোগাযোগ সংঘটিত হোৱাৰ সুযোগ আছিছিল। কিন্তু নহ'ল। বৰঞ্চ কৃষক জনসাধাৰণ ইমান বিস্মৃত হৈ পৰিল যে, তেওঁলোকৰ যি 'লোকসংগীত, লোকনৃত্য আছিল সেইবোৰেও অগ্ৰগামী অসমীয়া সমাজৰ সমাদৰ লাভ কৰাত ব্যৰ্থ হৈছিল। কিন্তু ধনী সমাজপতি সকলক আমোদ-প্ৰমোদৰ কিবা উপায় লাগিবই। গতিকে

বাহিৰৰ পৰা অহা বাজীকৰ, যাদুকৰ, বাঁহজী আদি অসমৰ সমাজৰ অংগ হৈ পৰিল।

কামৰূপত 'খেল' প্ৰথা প্ৰচলিত আছিল। চাবেক খেতি কৰা খিলঞ্জীয়া মানুহখিনিৰ বাদে বাকী জনসাধাৰণৰ অধিক অংশই আছিল বিভিন্ন খেলত বিভক্ত। পাট পলু পোহা খেল, সূতা কটা খেল, নাওকটীয়া ছুতাৰৰ খেল, মালাকৰ, সূত্ৰধাৰৰ খেল, চূণপোৰা, মুখিৰ খেল, কমাৰৰ খেল, কঁহাৰৰ খেল, মৰিয়াৰ খেল, নাপিতৰ খেল, ধোবাৰ খেল, ৰাঙলী ধোবাৰ খেল আদি। হলিৰামে খেলোৱাৰি বন্দোবস্ত কৰি কামৰূপৰ ভূমি-সম্পত্তিবোৰৰ নিগাজি বন্দোবস্ত কৰিছিল। এনে খেলৰে দুই এটাই ভাগ্যৰ সন্ধানত গুৱাহাটীত বহিছিলহি। উজান বজাৰৰ মৰিয়াৰ খেল, কমাৰপটীৰ কমাৰৰ খেল এই সম্পৰ্কত উল্লেখযোগ্য।

তাৰ পাচত আহিল বাহিৰৰ পৰা ব্যৱসায়ী লোকসকল। ১৭৯২ চনত কেপ্টেইন ৱেলচ্ চাহাবে যেতিয়া অসমলৈ বিভিন্ন বিদ্ৰোহ দমনৰ অৰ্থে আহিছিল, সেই সময়ৰ পৰাই অসমৰ স'তে ইয়াৰ পশ্চিমে থকা ভাৰতবৰ্ষৰ আন প্ৰদেশৰ স'তে যোগাযোগ ব্যৱস্থা সঞ্চালনি হৈ পৰিছিল। গতিকে সেই প্ৰদেশবিলাকৰ পৰা ব্যৱসায়ী লোকসকল অহাটো সুচল হৈ পৰিছিল। ফলত বাঙালী আৰু মাৰোৱাৰী কেঞা-সকল গুৱাহাটীলৈ আহিছিল। ১৭৯৫ চনৰ পৰাই এই সকলে গুৱাহাটীত বসবাস কৰিবলৈ আৰম্ভ কৰিছিল। বুধসিং অশোৱাল, শোভাচান্দ, হিম্মৎ সিং, ৰতনচান্দ, মায়া সিং অশোৱাল মাৰোৱাৰী কেঞা-সম্প্ৰদায়ৰ ওঠৰ উনৈচ শতিকাৰ দোমোজাত অহা লোক। বুধ সিং গুৱাহাটী পৌৰসভাৰ প্ৰাচীন ৱাৰ্ড কমিছনাৰসকলৰ অন্যতম।

বাঙালীসকলৰ চাকৰিয়াল আৰু পাচলৈ আইনজীৱিয়ে আছিল সৰহ। অৱশ্যে মান ভগনত পলাওতে অসমত ডা-ডাঙৰীয়াসকলক আশ্ৰয় দিয়া চিলমাৰী, যোগীৰঘোপাৰ বাঙালী ব্যৱসায়ীসকলে নিজে অথবা নিজৰ অঙহী-বঙহী সৰু-সুৰা বেপাৰীয়ে গুৱাহাটীত যে

আশ্রয় লোৱা নাছিল এনে নহয়। কিন্তু সেই-সকলক অগ্ৰণী হিছাপে গণ্য কৰা হোৱা নাছিল।

তাৰ পাচত আৰু বহুতো খেল অর্থাৎ সম্প্রদায় আহিছিল। বামুনী, ঘোঁৰাবাগীৱালা, তেলী এনেদৰে স্থানীয়, বহিৰাগত বহুত মানুহৰ গোট।

এই সকলোৰে ভিতৰত প্ৰশাসনৰ আটাইতকৈ ঘনিষ্ঠ আছিল খৃষ্টান মিছনাৰী আৰু চাহ বাগিছাৰ মালিকসকল।

খৃষ্টান ধর্ম প্রচাৰৰ কাৰণে আমেৰিকান ব্যাপ্টিষ্ট মিছনে ১৮৪৫ চন মানতে গুৱাহাটীত এটা কেন্দ্র প্রতিষ্ঠা কৰিছিল। ৰোমান কেথলিক সম্প্রদায়ৰ যাজক এগৰাকীও স্থায়ীভাৱে গুৱাহাটীত আছিল। ১৮৮১ চনত কামৰূপ জিলাত খৃষ্টান ধর্মত দীক্ষিত হোৱা লোকৰ সংখ্যা দুশ পয়ষষ্টি জন হৈছিল। ইযাৰে প্রায় ৫০ জনমানহে গুৱাহাটীত আছিল।

অৱশ্যে চাহ বাগিছাৰ কথাটো আছিল একেবাৰে সুকীয়া। কিয়নো ইংৰাজ আছিল 'দোকানী জাতি।' গতিকে ধর্মতকৈ ধনৰ ভাগু য'ত তাতহে ইংৰাজ-মনে বেচিকৈ মনোযোগ দিছিল, তাতেহে ইংৰাজ প্রশাসনে অধিক গুৰুত্ব প্রদান কৰিছিল।

গুৰুত্ব প্ৰদান কৰাতে ক্ষান্ত থকা নাছিল। চাহ উদ্যোগৰ স'তে বৃটিছ প্ৰশাসন একেবাৰে জড়িত হৈ পৰিছিল।

চাহ উদ্যোগৰ অন্তৰালতো এক সুদীৰ্ঘ কাহিনী আছে। ১৮২৩ চনত চি এ ব্ৰুছ উজনিলৈ গৈ চাহ আৱিষ্কাৰ কৰাৰে পৰা সেয়া সঁচাকে ইংৰাজসকলৰ দূৰদৰ্শিতাৰ এক চমকপ্ৰদ কাহিনী। তেওঁ ব্যৱসায়ী আছিল। ১৮২৪ চনত তেওঁ এটা নৌবাহিনীৰ নায়ক হিচাপে অসমলৈ আহিছিল আৰু চাহগছৰ হাবি দেখি গৈছিল। ১৮২৬ চনত তেওঁ পঠোৱা এটা টোকাৰ ওপৰত ভিত্তি কৰি ইংৰাজ চৰকাৰে ১৮৩৪ চনত ডাঃ ৱালিছ, ডঃ মেকক্লেলেণ্ড্ আৰু ডঃ গ্ৰিফিথক চাহখেতি কৰাটো অৰ্থনৈতিক দিশৰ পৰা লাভজনক হব নে নহয় ভালদৰে পৰীক্ষা কৰি এটা প্ৰতিবেদন দাখিল কৰিবলৈ উজনি অসমলৈ পঠাই দিছিল। ১৮৩৭ চনত অভিজ্ঞ চীনালোক আনি, পুলি বাগিছা কৰি চি এ ব্ৰুছৰ অধ্যক্ষতাত এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিল বৃটিছ চৰকাৰে।

গুৱাহাটীত প্ৰথম চাহ বাগিছা খোলা হৈছিল ফটাশিল পাহাৰত। খুলিছিল শিক্ষা বিভাগৰ বিষয়া, বুৰঞ্জীবিদ ৰবিনছন চাহাবে। তাৰ পাচত চুণচালি, শেনমেলাৰ কাষৰ দক্ষিণ পাহাৰ এইবোৰ ঠাইত চাহ বাগিছা খোলা হৈছিল। ফটাশিল পাহাৰত খোলাৰ আগতেই শান্তিপুৰৰ পাহাৰত আন এখন বাগিছা খোলা হৈছিল হেনো। সেই বাগিছাখন অৱশ্যে বেচি দিন নিটিকিল।

চাহ উদ্যোগৰ অৱস্থা যে একৰকম নিৰাশজনক হৈ পৰিছিল সেই সম্বন্ধে উপলব্ধি কৰিবলৈ গুৱাহাটীৰ তেতিয়াৰ উপায়ুক্ত বৌলাট চাহাবে ১৮৫৯ চনৰ ৬ অক্টোবৰ তাৰিখে দাখিল কৰা প্ৰতিবেদনখন পঢ়ি চালেই হ'ল। তেওঁৰ মতে বাগিছাত কাম কৰা স্থানীয় বনুৱা পোৱাটো বৰ কঠিন আছিল। কিয়নো কছাৰী লোকক বাদে আন কোনো স্থানীয় লোকে চাহ বাগিছাত বনুৱাৰ কাম

কৰিবলৈ আগবাঢ়ি অহা নাছিল। এনেও অসমৰ বামুণ-গোসাই আদি লোক পৰিশ্ৰম-বিমুখ আছিল। ১৮৪২ চনত বান্দী-গোলাম সকল মুক্ত হৈ যোৱাত তেওঁলোক বৰ হতাশ হৈ পৰিছিল আৰু তেতিয়াৰ কমিছনাৰ জেনকিন্স্ চাহাবক বান্দী-গোলাম ঘূৰাই দিবলৈ প্ৰাৰ্থনা জনাইছিল।

এনে পৰিশ্ৰম-বিমুখতা দেখিয়ে বোধকৰোঁ ইংৰাজ চৰকাৰেও গদাধৰ সিংহ স্বৰ্গদেৱৰ দৰে ব্যৱস্থা লৈছিল বামুণ গোঁসাইসকলৰ বিৰুদ্ধে। কামৰূপত আলিবাট বন্ধোৱা কামত তেওঁলোকক সাধাৰণ বনুৱা হিচাপে কাম কৰিবলৈ ইংৰাজ চৰকাৰে বাধ্য কৰাইছিল।

সেয়া যি কি নহওক, মৌলাট চাহাবৰ সেই প্ৰতিবেদনত কেইটামান মজাৰ কথা আছিল। প্ৰথমে তেওঁ খেতি মাটিৰ খাজানা বঢ়াবলৈ কৈছিল। তেওঁৰ মতে অসমৰ মানুহৰ শতকৰা প্ৰায় ৮৫ ভাগেই ধান মাহ আদিৰ খেতিত ব্যস্ত। ব্যৱসায়-বাণিজ্য, হাতৰ কাৰু-কাজ চব বাহিৰৰ মানুহে কৰে। খাজনা বঢ়ালে কৃষি-কাৰ্য যেতিয়া লাভজনক নহব তেতিয়া খেতিয়কসকলে আন কাম কৰিবলৈ আগবাঢ়ি আহিব। তেনে পৰিস্থিতিত অসমৰ স্থানীয় মানুহবোৰে ব্যৱসায়-বাণিজ্য, হস্ত-শিল্প আদি বেলেগ বেলেগ কামত হাত দিব। আৰু তেতিয়া হলে অসমৰ অৰ্থনীতিৰ আচল চাবি-কাঠি এতিয়া যিদৰে বহিৰাগতৰ হাতত, সেই অৱস্থাটো নাথাকিব। তেওঁ অৱশ্যে কামৰূপৰ কথা বিশেষভাৱে উল্লেখ কৰি কামৰূপৰ খাজানা যেহেতু আন জিলাৰ খাজানাতকৈ বেচি, আন জিলাৰ খাজানা নবঢ়োৱাকৈ কামৰূপৰ খাজানা যাতে বঢ়োৱা নহয়, সেই উদ্দেশ্যে মিনতি জনাইছিল প্ৰতিবেদনখনত।

কিন্তু ভালদৰে সমস্ত প্ৰতিবেদনখন পঢ়িলে বুজা যায় যে, মৌলাট চাহাবৰ অসমৰ প্ৰজাসাধাৰণৰ প্ৰতি ইমান দৰদ নাছিল, যিমান আছিল নতুনকৈ আৰম্ভ কৰা চাহ উদ্যোগটোৰ প্ৰতি। সাধাৰণ প্ৰজাক খেতি কাৰ্যৰ পৰা আঁতৰাই তেওঁলোকে যিহতে মন যায় তাতেই যাতে খটুৱাব পাৰে তাৰেহে কৌশল কৰিছিল। সেই সময়ত সাধাৰণ প্ৰজাৰ এটাই মাত্ৰ খোপনি আছিল, সেয়া আছিল নিজৰ

খেতি-খোলা। তাৰ পৰা উচ্ছেদ কৰি কঙাল, পৰ-মুখাপেক্ষী কৰি লব পাৰিলেই বৌলাট চাহাবহঁতৰ কিল্লা ফতে। কিন্তু শেষত সেইটো হৈ নুঠিল। গতিকে গুৱাহাটীৰ পৰিপাৰ্শ্বলৈ আৰু কেতবোৰ মানুহ আহিল। তেওঁবিলাক আছিল চাহ বাগিছাত কাম কৰা বনুৱা। বাগিছা উঠি যোৱাত তেওঁবিলাকৰ বহুতেই কৃষি কৰ্মত ধৰিলে। বেলতলা অঞ্চলত ইতিমধ্যে বাহিৰৰ পৰা অনা যুঁজাৰুসকলৰ বহুতকে' ইংৰাজ অহাৰ আগতেই আৰু তাৰ পাচতো সংস্থাপিত কৰা হৈছিল। এই বনুৱা-যুঁজাৰু সকলে স্থানীয় পৰিয়ালৰ ছোৱালী বিয়া কৰাই ঘৰ-সংসাৰ কৰিছিল। বাৰঘৰীয়া গাৰো, চিচ্‌লিংগা গাৰো আদি লোক-সকল যি সকলে সম্প্ৰতি নিজকে হয় ৰাভা, নহয় বৰো বুলি চিনাকি দিয়ে তেওঁবিলাকৰ উপৰিপুৰুষ এই বনুৱা আৰু যুঁজাৰুসকলেই আছিল বুলি বহুতে কয়। তেওঁবিলাকে গুৱাহাটীৰ দক্ষিণ প্ৰান্তত গাঁও পাতি খেতিৰ পথাৰ মুকলি কৰি অসমৰ সমৃদ্ধিত অৰিহণা যোগালে। এওঁবিলাকেও চাহ বাগিছাৰ বনুৱা হবলৈ আগবাঢ়ি অহা নাছিল।

ইয়াৰে হোৰ তুলিবলৈকে যেন ইংৰাজে বংগদেশৰ ৰজা-মহাৰজাৰ দৰে ইয়াতো বশংবদ এক অভিজাত শ্ৰেণীৰ সৃষ্টি কৰিবৰ যত্ন কৰিলে এই চাহ-উদ্যোগৰ জৰিয়তেদিয়েই। তাৰ প্ৰথম চিকাৰ আছিল সেইকালৰ আটাইতকৈ বুদ্ধিমন্ত অসমীয়া ভদ্ৰলোক গৰাকী। তেওঁ আছিল খ্যাতিমন্ত পুৰুষ মণিৰাম দেৱান।

অৱশ্যে আচৰিতভাৱে গুৱাহাটীক এই নবোদিত আভিজাত্যই স্পৰ্শ কৰিব পৰা নাছিল।

গুৱাহাটীৰ আৰম্ভ সচাঁকে ভালেই হৈছিল। সেইকালৰ ভাৰতবৰ্ষৰ ক্ষুদ্ৰ এটা সংস্কৰণৰ দৰে আৰম্ভণিতেই গুৱাহাটী নগৰখন নতুন আৰু বিচিত্ৰ বৰ্ণাঢ্য সংস্কৃতিৰ মিলনভূমি হৈ পৰিছিল।

অবশেষত সেই দিনটো আহি পৰিছিল। গুৱাহাটীৰ উপনয়নৰ সেই শুভ দিনটো। যিদিনা গুৱাহাটী পুৰণিৰ অশুচি পৰিচ্ছদ পৰিহাৰ কৰি নতুন উপবীত ধাৰণ কৰিছিল, গাওঁ গুচি গুৱাহাটী নগৰ হৈছিল।

: গাঁও গুচি নগৰ হোৱাৰ ১৮৫৩ চনৰ সেই দিনটো আছিল বহু দিশৰ পৰাই তাৎপৰ্যপূৰ্ণ। এই ১৮৫৩ চনতে ভাৰতবৰ্ষৰ এক প্ৰাচীনতম নগৰ সভ্যতা হৰপ্পাৰ আৱিষ্কাৰ হৈছিল পশ্চিম প্ৰান্তত, আৰু এইপিনে পূব প্ৰান্তত নতুনকৈ গোড়াপত্তন হৈছিল ভাৰতবৰ্ষৰ নবীনতম নগৰ গুৱাহাটীৰ। হৰপ্পাৰ আৱিষ্কৰ্তা আছিল আলেক্‌সান্দাৰ কানিংহাম আৰু গুৱাহাটীৰ প্ৰতিষ্ঠাতা আছিল কাপ্তান ৰৌলাট চাহাব।

কোনো প্ৰসংগ তোলাৰ আগতে হঠাৎ আগগুৰি নোহোৱা কথাকেইটা কোৱা দেখি সি মাৰবিনাৰ পিনে অবাকহৈ চাইছিল। তেওঁ আহি একেবাৰে তাৰ কাষ পোৱাত সি লাহেকৈ সুধিলে—

: কেনিবা গৈছিল ?

: অঁ, কাম এটাত এপিনে গৈছিলোঁ। পিচে নহ'ল কাম।

: কি কাম ? কাৰোবাক লগ পাবলৈ গৈছিল নেকি ?

: আপুনি ঠিকেই ধৰিছে। লগো পালো, কিন্তু কামহে নহ'ল।

তাৰ কিছুদিনৰ পৰা ছোৱালীজনীক ৰহস্যময় লগা হৈছে। তেওঁ যেন জীৱনৰ প্ৰায়বোৰ কথাকে লুকুৱাই ৰাখিবলগীয়া হয়, যিটো লোকক দেখুৱায় প্ৰকৃততে তেওঁ যেন সেইটো নহয়, এনে এটা ভাব হয় তাৰ। মনৰ কৌতুহলটো সযত্নে দমাই ৰাখি শান্তভাৱে সি সুধিলে—

: ৰেডিঅ'ৰ অডিছন-তডিছন ৰোধকৰোঁ ?

: কিয় ভাবিলে বাৰু তেনেকে ?

: আপোনাক গান গোৱা, নাটক কৰা—এনেবোৰ কথাত পাৰদৰ্শী যেন লাগে।

তেওঁ তাৰ কথাবাৰ শুনি থতমত খাই যোৱা যেন বোধ হ'ল। তেওঁ চাপা হমুনিয়াহ এটা কাঢ়ি কলে—

: এখন ইংলিচ মিডিয়াম স্কুলত ইন্টাৰভিউ দিবলৈ গৈছিলোঁ। দিলোঁও। কিন্তু দি উঠাৰ পাচত গম পালোঁ যে, শিক্ষা বিভাগৰ কোনোবা বিষয়াৰ কনভেন্টত পঢ়া জীয়েকৰ কাৰণেহে টিচ্চাৰৰ সেই চাকৰিটোৰ সৃষ্টি কৰা হৈছিল।

খন্তেক বৈ মনলৈ অহা হতাশাৰ ভাবটো আঁতৰাই পঠোৱাৰ উদ্দেশ্যে তেওঁ বেলেগ কথাৰ অৱতাৰণা কৰি ক'লে—

: বেচ গৰম লগা নাই নে বাৰু ?

মাৰবিনাৰ মুখত আৰু পিন্ধি থকা চেণ্ডেলযোৰত সি যন্ত্ৰণা আৰু ক্লান্তিৰ আভাস দেখিছিল। হঠাৎ ছোৱালীজনীৰ প্ৰতি তাৰ মনত আগতে অনুভৱ নকৰা স্নেহ উপজিল। সি চাৰিওপিনে চাই আলিটোৰ আনটো পাৰে থকা ৰেষ্টোৰাঁ এখনলৈ দেখুৱাই ক'লে—

: তালৈকে যাওঁ বলক।

তেওঁক চাগে' ভোকে-পিয়াহে আগুৰি ধৰিছিল। নিৰ্বিবাদে ছোৱালী জনীয়ে তাৰ পিচে পিচে গৈ ৰেষ্টোৰাঁৰ এটা নিৰ্জান যেন লগা চুকত বহি ল'লে। ৰেষ্টোৰাঁৰ ল'ৰা এটাই খোৱা পানীৰ গিলাচ সিহঁতৰ মাজত থকা টেবুলখনত থোৱাৰ লগে লগেই তেওঁ এগিলাচ পানী খাই ল'লে। আৰু চকীখনত হেলান দি চকু দুটা মুদি খন্তেক নীৰৱে বহি থাকিল।

সি তেওঁক আশ্বাস দিয়াৰ মনেৰে সুধিলে—

: স্কুলখন দূৰত চাগে' ?

তেওঁ কোনো সঁহাৰি নিদিয়া দেখি সি নিজকে কোৱাৰ দৰে ক'লে—

: আমি যে গাঁৱৰ পৰা অহাবোৰৰ বিশেষকৈ মোৰ দৰে টাউন-চহৰৰ চৰকাৰী অফিচ-আদালতত চা-চিনাকি নথকাবোৰৰ আৰু যে কিমান দুৰ্গতি হয়। মোৰ ক্ষেত্ৰতেই সাতটা ইণ্টাৰভিউ দিয়াৰ পাচত অষ্টমটোত কোনোমতে লাগিল গৈ।

সি তেওঁৰ পিনে নোচোৱাকৈয়ে কথাখিনি কৈ আছিল। তেওঁক নিৰ্ভৰ দিয়াৰ মনেৰে কিবা এষাৰ কবলৈ লৈ তেওঁৰ পিনে চাই সি স্তম্ভিত হৈ গ'ল। তেওঁ তাৰ পিনে চাই হাঁহি আছিল। তাৰ চকুৰে চকুৰে পৰাত তেওঁ কলে—

: আপুনি চাগে' ভাবিছিল মই হতাশাত ভাগি পৰা বুলি। মই ৰ'দে ৰ'দে যিমানদূৰ খোজ কাটি আছিছোঁ, আপুনি হোৱাহেতেন গৰমত হাৰ্টফেল কৰিলেহেতেন। অসম্ভৱ ভাগৰ লাগিছিল মোৰ।

বাৰু বাদ দিয়ক সেইবোৰ, আপোনাৰ গুৱাহাটীৰ বিষয়ে ছপা হৈ যোৱা শেহতীয়া অধ্যায় কেইটাও পঢ়িলোঁ। গুৱাহাটীৰ কাৰণে গোটেই উনৈচ শতিকাটো বিশেষ তাৎপৰ্যপূৰ্ণ। সমগ্ৰ ভাৰতবৰ্ষৰ কাৰণেও এই শতিকাটোৰ বিশেষ মহত্ব আছে।

তেওঁ তাৰ মনোযোগৰ প্ৰতি ভ্ৰুক্ষেপ নকৰি কৈ গ'ল যে সেই শতিকাৰ শেষাৰ্দ্ধত ১৮৫৩ চনত ভাৰতত পোন প্ৰথম ৰেলগাড়ী চলিছিল। পোৰবন্দৰ আৰু থানেৰ মাজত। ১৮৩০ চনত ব্ৰহ্মপুত্ৰই দি গোৱাল পাৰালৈ প্ৰথম জাহাজ আহিছিল।

: ৰবচোন ৰব'। ১৮৩০ চন নহয় জানো ?

সি উৎসাহিত হৈ সুধিলে। আৰু নিজৰ দুৰ্বলতা স্বীকাৰ কৰি কলে যে সি সেই তথ্যটো পোৱা নাছিল। তেওঁ তাৰ সন্দেহ ভঞ্জন কৰাৰ অৰ্থে কলে—

: সেই জাহাজখনৰ নাম আছিল বিপাল। উইলকক্সৰ নেতৃত্বত এটা চাৰ্ভে পাৰ্টিয়ে সেই জাহাজখন লৈ আহিছিল। ইপিনে ১৮৫২ চনৰ পহিলা জুলাইৰ দিনা সিন্ধৰ আযুক্ত চাৰ বাৰ্টল ফ্ৰেৰাৰ কৰ্তৃত্বাধীনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে দুই পয়চাৰ ডাক টিকট প্ৰচলন কৰে। অৱশ্যে ১৮৫৪ চনৰ পহিলা অক্টোবৰৰ দিনাৰ পৰাহে এঠোৱা ডাক টিকটৰ প্ৰথম কিস্তি বিক্ৰীৰ বাবে উলিয়োৱা হয়। মুঠতে যি যোগাযোগৰ অসুবিধাৰ কাৰণে ভাৰতবৰ্ষৰ এটা অঞ্চলৰ জনসাধাৰণৰ সতে আনটো অঞ্চলৰ একেবাৰেই সংযোগ নাছিল, সেই যোগাযোগৰ ব্যৱস্থাত এক অভিনৱ বিপ্লৱ আহি পৰিছিল সেই উনৈচ শতিকাৰ শেষাৰ্দ্ধৰ আৰম্ভণিৰ লগে লগে।

: কিন্তু ১৮৫১ আৰু ৫২ চনত গুৱাহাটীত হেনো প্ৰচণ্ড মহামাৰী হৈছিল। তাত হেনো ডেৰ হেজাৰতকৈও বেচি মানুহ মৰিছিল। অথচ সেই সময়ত দুয়োটা কূল মিলি গুৱাহাটীত মুঠ মানুহ মাত্ৰ চাৰে আঠ হেজাৰ মানহে আছিল।

: সঁচা। গুৱাহাটীৰ সেই সময়ত জলবায়ু অত্যন্ত অস্বাস্থ্যকৰ আছিল। ইংৰাজবিষয়া আৰু আন ডাঙৰ মানুহ বিলাকে

স্বাস্থ্যকৰ-বায়ু সেৱন কৰিবলৈ গুৱাহাটীৰ পৰা ন'মাইল পশ্চিমে ব্ৰহ্মপুত্ৰৰ পাৰৰ খানামুখলৈ গৈছিল। তালৈ নাৱেৰে যায়। আজিকালি য'ত গাড়ীগাঁও তাৰ ওচৰতে এই খানামুখ আছিল।

জন-স্বাস্থ্য সম্বন্ধীয় সেইকালৰ কেইটামান তথ্য বেচ চমকপ্ৰদ। সেইসময়ত হিন্দু ধৰ্মীয় লোক বিশেষকৈ কোচ কলিতাসকলৰ মাজত লেতেৰা পৰিবেশৰ কাৰণে হোৱা ৰোগ, যেনে কুষ্ঠ আদি বৰ বেচি হৈছিল। কিন্তু হিন্দুধৰ্মত দীক্ষা নোলোৱা কছাৰী, কাৰ্বি, (তেতিয়া মিকিৰ বোলা হৈছিল,) এনে লোকৰ মাজত এনে ৰোগ অপেক্ষাকৃত-ভাৱে যথেষ্ট কম আছিল। তদুপৰি খোৱাৰ অযোগ্য বুলি উত্তৰ পাৰৰ সম্ভ্ৰান্ত অনেকেই গুৱাহাটীৰ দক্ষিণকূলত জলগ্ৰহণ নকৰিছিল।

: তাৰ অৱশ্যে আন কাৰণো থাকিব পাৰে।

সি মাজতে দিয়া টিপ্পনিষাৰে মাৰবিনাক থতমত খুৱাই দিলে। হঠাৎ নিজকে চম্ভালি লৈ তেওঁ কলে—

: হয়তো থাকিব পাৰে। কিয়নো ঢেকিয়াল ফুকনৰ পৰিয়ালটো কো আনকি স্থানীয় সমাজপতিসকলে সণ্ডালনিকৈ গ্ৰহণ কৰা নাছিল। তাৰ কাৰণো নোহোৱা নহয়।

: কি কাৰণ বাৰু? তেওঁলোকতো নৈষ্ঠিক ব্ৰাহ্মণ আছিল। ব্ৰাহ্মণৰ লৌকিক আচাৰবিধি মনাৰ উপৰিও ঘৰত বিভিন্ন পূজা-অৰ্চনা, শান্তি-স্বস্ত্যয়ন লাগিয়ে আছিল।

: সেইবোৰ চব ঠিকই আছিল, কিন্তু এবাৰ ঘৰৰ গোপালৰ মূৰ্ত্তিৰ মুকুটটো ভঙাত শোৱালকুছিৰ তুতী সোণাৰীৰ হতুৱাই ইংলণ্ডৰ মহাৰাণী ভিক্টোৰীয়াৰ মূৰৰ মুকুটটোৰ দৰে এটা সোণৰ মুকুট সজাই মূৰ্ত্তিত পিন্ধাই দিছিল। আনন্দৰাম ঢেকিয়াল ফুকনে আনকি নিজে বিয়া কৰোৱাৰ বিষয়েও ইংৰাজ বন্ধুসকলৰ পৰামৰ্শ অনুসৰিহে সিদ্ধান্ত লৈছিল। সেইবাবে তেওঁক বহুতে খৃষ্টান বুলি ভাবি লৈছিল আৰু সেইমতে তেওঁৰ স'তে ব্যৱহাৰ কৰিছিল। অৱশ্যে মফ্‌ট মিলছ্‌ চাহাব যেতিয়া ১৮৫৩ চনত অসমৰ বিষয়ে অনুসন্ধান কৰিবলৈ আহে তেতিয়া অসমৰ সম্পৰ্কত ফুকনে যি প্ৰতিবেদন দিছিল তাত অসমৰ প্ৰতি আৰু

অসমৰ জন সাধাৰণৰ প্ৰতি তেওঁৰ যি গভীৰ ভালপোৱা আৰু সেই সকলৰ ভৱিষ্যতৰ প্ৰতি যি উদ্বেগ প্ৰকাশ পাইছিল তাক দেখি তেওঁ যে খৃষ্টানৰ দৰে বিজাতৰীয়া সংস্কৃতিৰ প্ৰতি আকৃষ্ট হব ভাবিবই নোৱাৰি।

: খৃষ্টান বিজাতৰীয়া সংস্কৃতি নহয় অৱশ্যে।

: হয় বুলি আকৌ কোনে ক'লে? মই সেই সময়ৰ অসমৰ পৰিপ্ৰেক্ষিতহে কৈছোঁ কথাটো।

: কওক, উনৈছ শতিকাৰ তাৎপৰ্যৰ কথা কওক। গুৱাহাটী পৌৰসভাৰ প্ৰথম কমিছনাৰ বাৰু কোন কোন আছিল?

: যাওঁ বলক। এনেদৰে প্ৰকাশ্য ৰেষ্টোৰাঁৰ চুক এটাত বহি ইমান পৰে মেল মাৰি থকা দেখিলে কোনোবাই কিবাহে ভাবিব পাৰে।

: আপুনিও সেইবোৰলৈ ভয় কৰে নেকি? মই আকৌ আপোনাক বিদ্ৰোহী যুবাৰ প্ৰতিনিধি বুলি ধৰি লৈছিলোঁ।

তেওঁ তাৰ মন্তব্যলৈ আওকাণ কৰি ক'লে—

: বলক। দেৰি হৈ গৈছে।

তেওঁ কথাষাৰ কৈয়ে উঠিল আৰু হাতৰ সৰু ব্যাগটো খুলি লৈ চালে। কাউণ্টাৰৰ কাষলৈ আহি চাহৰ পয়চা কিমান হ'ল তেওঁ জানিব বিচৰাৰ লগে লগে সি কাষত থিয় হৈ দহটকীয়া নোট এখন উলিয়াই হাতত লোৱা দেখি তেওঁ মৃদু এটা ধমক দি কলে—

: ড'ণ্ট্ ক্ৰীয়েট এ শ্বীন। কীপ্ ইট।

ধমকটো মৃদু আছিল যদিও তেওঁৰ মুখলৈ চাই সি তৎক্ষণাৎ নোটখন আকৌ জেপত ভৰাই থলে। আৰু তাৰ পৰা আঁতৰি একেবাৰে ৰেষ্টোৰাঁৰ বাহিৰলৈ ওলাই আহি তেওঁৰ কাৰণে অপেক্ষা কৰিলে। সি ভাবিছিল মাৰবিনাই আহি সেই ধমক দিয়া প্ৰসংগটোকে উলিয়াব। তেওঁ কিন্তু সেই-সম্বন্ধে ঘুণাক্ষৰেও একোকে নকলে। আনহাতে সি নিজে কৰা অথচ ইমানপৰে নিজেই পাহৰি থকা প্ৰশ্নটোৰ উত্তৰত তেওঁ কোনো পাতনি নেমেলাকৈ ক'লে—

: কেপ্টেইন ৰৌলাট আছিল প্ৰথম চেয়াৰমেন। কমিছনাৰ

আছিল দুজন, জেম্‌ছ্‌ হেবিয়ট আৰু মাৰ্টিন। মিষ্টাৰ জে এন মাৰ্টিন। গুৱাহাটীখন আছিল সেই সময়ত অত্যন্ত অস্বাস্থ্যকৰ ঠাই। কমিছনাৰ কৰ্ণেল হপ্‌কিন্‌ছনে ১৮৬৬ চনত গুৱাহাটীৰ পৰা শ্বিলঙলৈ অসমৰ ৰাজধানী স্থানান্তৰিত কৰাই একমাত্ৰ যুক্তি হিছাপে এইটোকে দেখুৱাইছিল তেওঁৰ প্ৰতিবেদনত। কেপ্টেইন বৌলাটইঁতেও ঠাইখন একেবাৰেই ভাল পোৱা নাছিল। কামৰূপৰ মাৰাত্মক মহামাৰী আছিল কলেৰা, টাইফয়ড আৰু কলাজ্বৰ। গুৱাহাটীত কলাজ্বৰ আছিল, কিন্তু ১৮৫১-৫২ চনত কলেৰাই ভয়ংকৰ ৰূপ ধাৰণ কৰিছিল। কলেৰাৰ কবলৰ পৰা ইংৰাজ বাসিন্দাসকলো হাত সাৰিব পৰা নাছিল। কলাজ্বৰে মাৰাত্মক ৰূপ ধাৰণ কৰিছিল ১৮৮৮ চনতহে।

: সেই সময়ত অৰ্থাৎ ১৮৫৩ চনত বাৰু গুৱাহাটীত মিউনিচিপালিটি আছিল নে টাউন কমিটি আছিল ?

: টাউন কমিটি। মিউনিচিপালিটি যেতিয়া হয় তেতিয়া গুৱাহাটী অসমৰ ৰাজধানী নাছিল। মিউনিচিপালিটি হৈছিল ১৮৭৮ চনতহে।

হঠাৎ থমকি ৰৈ আহি থকা ৰাস্তাটোৰ ছুয়োপিনে দেখুৱাই তেওঁ সুধিলে—

: এইখিনি কি ঠাই আছিল জানে ?

: থানাৰ পৰা জেললৈ যোৱা এই ৰাস্তাটোৱে প্ৰথমে পকী হৈছিল বুলি জানো।

: নহয়, ৰাস্তাৰ কথা কোৱা নাই। এই ঠাইখিনিৰ কথা কৈছোঁ।

: কেতিয়া বাৰু ?

: ইংৰাজ অহাৰ প্ৰথমছোৱাত ?

: আমাৰ বাওপিনে নদীৰ সমান্তৰালকৈ এটা দীঘল খাল আছিল। সেইটো পাচত পোতা হয়। আৰু এই যে থানাৰ কাষেদি লাখটকীয়াৰ পিনে এই আলিটো, সেইটো আছিল যশোৰন্ত ৰোড, তাৰ পৰাই পূবলৈ এতিয়াৰ পানবজাৰখন আছিল ঢাকা পটী। তাৰ

দক্ষিণ পিনে আছিল ঘোঁৰাৰ আস্তাবল। এসময়ত এইবোৰ ঠাইতে হেনো নগাঁও, দৰং আদি অঞ্চলৰ পাইকসকলক বহিবলৈ জেগা দিছিল। অৰ্থাৎ কলিয়াবৰৰ পৰা পশ্চিমে মানাহলৈ এই গোটেই অঞ্চলটোৰ সৰ্বেসৰ্বা আছিল গুৱাহাটীৰ বৰফুকন। তেওঁৰ সেৱাৰত পাইকসকলক এই ঠাইবোৰত বসবাস কৰিবলৈ দিয়া হৈছিল। তাৰ পুবলৈ আহ্লায়াৰ খাঁৰ দিনতে বহা আৰু তাৰ পাচতো গুৱাহাটীৰ দক্ষিণকূলৰ গুৰুত্ব বঢ়াৰ পাচত উত্তৰকূলৰ গুৱাহাটী, শৰাই আদি অঞ্চলৰ পৰা অহা কেতবোৰ গ্ৰাম্য কাৰুশিল্পীৰ পৰিয়াল বহিছিলহি। দীঘলী পুখুৰীৰ পূবে থকা বহল পিতনি খনৰ দক্ষিণে এতিয়া য'ত য'ত উইভিং স্কুল আদি আছে, তাত আছিল এখন অতি প্ৰাচীন গাঁও তাৰ নাম আছিল খিন্দাংপাৰা। তাত আমগছ বহুত আছিল গুণে বাহিৰৰ মানুহে তাৰ নাম দিছিল আমবাৰী।

: টাউন কমিটিখন গঠন কৰি গুৱাহাটীত প্ৰথম কি কামত হাত দিছিল জানিবৰ মন নাযায়নে বাৰু ?

: সেইটো সহজেই অনুমান কৰিব পাৰি। ইংৰাজে প্ৰথমে ভাবিব, নতুন কামটোৰ পৰা পয়চা কিমান পোৱা যাব সেইটোহে। গুৱাহাটীতো প্ৰথম চিন্তা আছিল আয়কৰৰ। কৰৰ হাৰ কিদৰে নিৰ্দ্ধাৰিত কৰা হ'ব আৰু কৰ আদায় কৰিবলৈ কাক দায়িত্ব দিয়া যাব, সেই লৈয়ে আলোচনা হৈছিল প্ৰথমে।

: কেৱল সেইটোকে ধৰি থাকিলেচোন কৰৰ উৎসটো সম্প্ৰসাৰিত নহ'ব, সেইটো ভাবি উলিয়োৱাৰ মগজ নাছিল নে সিহঁতৰ ?

: আছিল, আছিল। গতিকে তাৰ লগে লগে গুৱাহাটীৰ দক্ষিণ কূলৰ অসংখ্য খাল-বিলবোৰ পোতাৰ ব্যৱস্থাও লৈছিল। আৰু প্ৰথম পোতা খালটো হ'ল কেঁৱাপটীৰ উত্তৰৰ নদীৰ সমান্তৰালকৈ থকাটো। এতিয়া যে লুই মেমোৰিয়েল মিছন কম্পাউণ্ডটো আছে সদৰ থানাৰ পশ্চিমে, তাত পোন প্ৰথমে এটা দ খাল আছিল থানা আৰু নদীৰ পাৰৰ মাজত। থানাৰ পিনৰ পৰা গলে, সেই খালটো পাৰ হৈ হে

নদীৰ পাৰৰ ওখ টিলাত মিছনে পোন প্ৰথমে পতা স্কুলটো পোৱা গৈছিল।

: চাব দেই।

খালী ঘোঁৰা গাড়ী এখন পিচপিনৰ পৰা আহিছিল। আৰু অলপ কাষলৈ অহা হলেই মাৰবিনাৰ গাত লাগিলহেতেন। সি মাৰবিনাৰ পিঠিত হাত দি তেওঁক কাষলৈ লৈ আহিছিল। সি বিৰক্তিৰে আকৌ কলে—

: এই গাড়ীবোৰৰ যে উৎপাত হৈছে। এসময়ত হয়তো আলিবাটত খোজ কাঢ়ি যোৱাটোৱেই অসম্ভৱ হৈ উঠিব।

: নতুনতে বেপৰোৱা হয়েই মানুহবোৰ। অসমত ঘোঁৰাগাড়ী চলা দেশ স্বাধীন হোৱাৰ সাত আঠ বছৰ মানৰ আগৰ পৰাহে হৈছে। গৰু-মহৰ গাড়ী অৱশ্যে গুৱাহাটী টাউন কমিটী হোৱাৰ পাচৰ পৰা, বোধ কৰোঁ ১৮৫৭ চনৰ পৰা হৈছে অসমত। টাউন কমিটীয়ে বলদ দুটাক প্ৰথম গাড়ী টনা কাম শিকাইছিল সুদীৰ্ঘ চাৰি সপ্তাহ জুৰি। তাৰ আগতে হাতীৰ গাড়ী চলোৱা হৈছিল টাউন কমিটীৰ কামত। তাৰ চকা, ধুৰা এনেবোৰ বস্তু যোগান ধৰিছিল কলিকতাৰ বাৰ্নছ কোম্পানীয়ে।

: আমাৰ ইয়াত স্থলপথেদি কেনেকে বস্তু অনা দিয়া কৰিছিল তেনে হলে?

: মানুহে নতুবা হাতীয়েদি কঢ়িয়াইছিল। অৱশ্যে বেচি ভাগ বস্তু পৰিবাহিত হৈছিল গুটি নাও আৰু বাহৰ ভুৰেদি। জলপথ আমাৰ ইয়াত প্ৰশস্ত আছিল।

: গুটিনাও কিয় বাৰু?

: দুটা কাৰণত হব পাৰে। এটা হয়তো অসমত ছুতাৰ অৰ্থাৎ নাওকটীয়া নাছিল।

: কিন্তু বৰপেটাততো তাহানিৰ পৰাই আছিল।

: আছিল, কিন্তু তেওঁলোকে তক্তাৰে নাও সজোৱা কৌশলটো হয়তো জনা নাছিল। আন এটা কাৰণ হ'ল গুটীয়া নাৱৰ এটা বিশেষ

সুবিধা আছিল। প্ৰথম কথা, আমাৰ অসমৰ হাবিত ডাঙৰ গছৰ অভাৱ নাছিল। দ্বিতীয়তে সেই কালৰ অৰ্থনৈতিক ব্যৱস্থাত বাস্ ট্ৰেন্স্‌পোৰ্টেছনৰ আৱশ্যক নাছিল। গতিকে নাও বেচিকৈ ব্যৱহৃত হৈছিল পৰীয়াৰ কামত আৰু যুদ্ধত। তাৰ বাবে আটাইতকৈ বেচি প্ৰয়োজন আছিল সহজে যেনিতেনি ঘূৰাব পৰা বা নিবপৰা আৰু বেগী নাৱৰ। গুটীয়া নাৱে এই দুয়োটা প্ৰয়োজনকে মিটাইছিল। সেইদিনত কলিকতাৰ পৰা গুৱাহাটীলৈ আহোঁতে বাঙালী নাৱৰ লাগিছিল পঞ্চল্লিচ দিন, অথচ গুটীয়া নাৱেৰে আহিলে মাত্ৰ দহদিন লাগিছিল। গতিকে অসমীয়াসকলে গুটীয়া নাৱকে বেচি পচন্দ কৰিছিল।

: আপুনি দেখিছোঁ অসমৰ বুলিলেই দুৰ্বল হৈ পৰে, অসমৰ কতো বেয়া নেদেখে?

: আপোনাক তেনেহলে আজি এটা সুদীৰ্ঘ জ্ঞানগৰ্ভ বক্তৃতা শুনাবলগীয়া হ'ল। এতিয়া আপোনাৰ কিবা কাম আছে নেকি?

: নাই, কিয় বাৰু? এটা কাম আছে। আপোনাৰ কথাবোৰ মনৰ ৰেকৰ্ডৰ পৰা ট্ৰেন্‌চ্‌ক্ৰাইব কৰিবলৈ আছে। আন আৰু কাম নাই।

: সেইটো পিচেপৰেও হব বলক। মই আপোনাৰ তালৈকেই যাওঁ। তাতে নিৰিবিলিকৈ' মোৰ বক্তৃতাটো দিব পাৰিম।

সি মনতে দ্বিধাগ্ৰস্ত হৈ পৰিল, কিয়নো ৰামস্বৰূপে তাৰ কোনোবা সম্পৰ্কীয়ৰ ঘৰত কিবা সকামৰ বাবে গৈছে। গধূলিহে আহি পোৱাৰ কথা। তাৰ ঘৰত দুয়ো একেবাৰে অকলশৰীয়া হৈ পৰিব। সি কিদৰে তেওঁক নিৰস্ত কৰিব ভাবি নাপালে। নীৰৱে কিছুদূৰ আগবাঢ়ি যোৱাৰ পাচত সি কলে—

: চ'ক, যাব হয়, মোৰ তাত মই কিন্তু একোকে খুৱাব নোৱাৰো হলে। ৰামস্বৰূপ গাধটো নাই। সি গধূলিহে আহিব।

: খোৱাৰ কথা ভাবিছে কেলেই? কিবা খাবৰ মন গলে মই নিজে কৰি খাম বলক। ভয় নাখাব।

তেওঁৰ 'ভয় নাখাব' বোলা কথাষাৰৰ সম্ভাব্য তাৎপৰ্য্যই তাক কিন্তু সঁচাকৈ ভয় খুৱালে। সি আৰু দ্বিৰুক্তি নকৰাকৈ মনে মনে থৈ থাকিল। পৰিস্থিতি যিদৰে উদ্ভৱ হয় সেইদৰে মানি লব পৰাকৈ মনক প্ৰস্তুত কৰাৰ কাৰণে যত্ন কৰিলে ঘৰ পোৱা পৰ্যন্ত। তাৰ পঢ়া কোঠাটোত সোমায়েই তেওঁ কলে—

: মোৰ হলে বৰ ভাগৰ লাগিছে। মই সৰু চোফাখনতে শুই শুই কথা পাতিম।

: য'তে ভাল পায় ত'তে বহক, যেনেকে ভাল লাগে তেনেকে বহক।

হঠাতে 'এইখন আপোনাৰ নিজৰে ঘৰ বুলি ভাবক' বুলি স্বাভাৱিক সৌজন্য প্ৰকাশৰ কথা এষাৰ ওলাই যাব ধৰিছিল। সি কথাষাৰৰ সম্ভাব্য অৰ্থ এই অবিবাহিতা ছোৱালীজনীৰ ক্ষেত্ৰত কি যে হবগৈ পাৰিলেহেতেন তাকে ভাবি বিমূঢ় হৈ পৰিল। তাক হঠাতে বৈ যোৱা দেখি তাৰ মুখৰ পিনে মাৰবিনাই চালে আৰু পাতল হাঁহি এটা মাৰি কলে—

: মোৰ ভাল লগাটো কৰিলে আপুনি এই মুহূৰ্তে মোক ঘৰৰ পৰা বাহিৰ কৰি দিব—মই জানো।

: আপুনি কৰি চাওকচোন আপোনাৰ কি ভাললাগে, মই কি কৰোঁ সেইটো পাচৰ কথা।

সি কিন্তু প্ৰত্যাহ্বান জনাই ভাল নকৰিলে যেন লাগিল তাৰ নিজৰ মনতে। তথাপি সি তেওঁৰ প্ৰতিক্ৰিয়াৰ বাবে বৈ থাকিল। তেওঁ তাৰ কথালৈ ভ্ৰুক্ষেপ নকৰি এজনীয়া চোফাখনৰ পৰা এটা কুছনলৈ দীঘল চোফাখনৰ এমূৰে হাতৰ ওপৰত গাৰুৰ দৰে লৈ মহা আয়েসেৰে মূৰটো থৈ দীঘল দি শুই ললে।

: মোৰ কিন্তু ভাগৰ লাগিছে, ভৰি চৰি ধুব নোৱাৰো হলে। অঁ, এতিয়া শুনক, মই কিয় অসমৰ হলেই, আপুনি কি কৈছিল, দুৰ্বল হৈ পৰাৰ কথা কৈছিল, নহয় জানো?

: অ হয়, মই দুৰ্বল বুলি কৈছিলোঁ।

: আপোনাৰ উপলব্ধি শুদ্ধ নহয়, মই দুৰ্বল নহও। মই না আবেগ প্ৰৱণতাকপ্ৰশ্ৰয় দিও, না উদাসীনতাক। মই অব্‌জেক্টিভ হবলৈ চেষ্টা কৰোঁ। অসমৰ কিছুমান বিষয়ৰ প্ৰতি আমাৰ নিজৰে পণ্ডিতসকল একেবাৰে আওকণীয়া। সেইটো মই কেৱল যে বেয়াই পাওঁ এনে নহয়, সুচল পালেই সেইসকলৰ তেনে মনোভাবৰ বিৰুদ্ধে মই প্ৰতিবাদো কৰোঁ।

সিমানলৈকে কৈয়ে তেওঁ কিছুপৰ নীৰৱে থাকিল। বোধকৰোঁ এটা বাস্তৱ দৃষ্টান্ত দাঙি ধৰাৰ কথা ভাবিলে। অলপ পাচত তেওঁ চোকাখনক বহি ললে। আৰু শান্তভাৱে কলে—

: এই ধৰক অসমৰ প্ৰাচীন স্থাপত্য আৰু তক্ষণ শিল্পৰ বিষয়ে। ভাৰতবৰ্ষৰ পূৰ্বাঞ্চলত উৰিষ্যাৰ সমকক্ষ অসম এই বিষয়ত। ১৫৯৬ চনৰ পৰা ১৭৭২, ১৮৪১, ১৮৯৭ আৰু ১৯৫০ চনৰ এই প্ৰচণ্ড ভূমিকম্প কেইটাই ভাঙি নেপেলোৱা হলে হয়তো, অসমত যিমানবোৰ প্ৰাচীন ভগ্নাৱশেষ আছে, অসমেই স্থপতি আৰু তক্ষণ শিল্পৰ বিচিত্ৰতা আৰু চমৎকাৰিত্বত দেশৰ ভিতৰত এখন বিশেষ স্থান লাভ কৰিলেহেঁতেন। নৈতিক স্বকীয়তাতো অসমৰ প্ৰাচীন তক্ষণ শিল্প বিশেষ উল্লেখযোগ্য। এই গুৱাহাটীৰে কামাখ্যাত, জনাৰ্দন মন্দিৰত, ছত্ৰাকাৰ দেৱালয়ত অপূৰ্ব তক্ষণ-শিল্পৰ নিদৰ্শন আছে। কিন্তু আপুনি কৰবাত ভাৰতৰ প্ৰাচীন স্থাপত্য আৰু ভাস্কৰ্যৰ আলোচনাত অসমৰ বিষয়ে উল্লেখ শুনিছেনে? পাইছেনে পঢ়ি কোনোবা এখন গ্ৰন্থত? এনেবোৰ কথাতে মই অকণ উদ্বিগ্ন হৈ পৰোঁ, সেয়া মোৰ দুৰ্বলতা নহয়। বৰঞ্চ সবলতা বুলি কব পাৰে।

: অসমত বাৰু কিমান পুৰণি ভগ্নাৱশেষ আছে?

: ষষ্ঠ-সপ্তম শতিকামানৰ পৰা অষ্টাদশ শতিকালৈকে আছে।

: আৰু বিচিত্ৰতাৰ পিনৰ পৰা?

: যেনে শোণিতপুৰৰ গুপ্তেশ্বৰৰ নাদ-মন্দিৰ। য'ত অৰ্চ্চনা হয় কেৱল নাদ অৰ্থাৎ চাউণ্ড বা শব্দৰ দ্বাৰা। মহাযান-তান্ত্ৰিক মতবাদৰ এয়া এক প্ৰাচীনতম আৰু বিৰল নিদৰ্শন। দৰঙৰ জোৰাপুখুৰীত

আৱিষ্কৃত ফার্টিলিটি কাল্টৰ শিল্পৰ প্ৰতীক। ভাৰতবৰ্ষৰ আন কতো তেনেধৰণৰ মূৰ্তি পোৱা হোৱা নাই। ন-নাথৰ পোৰামাটিৰ চিত্ৰ-ফলক, তেনে সম্পদো বিৰল। তাৰ পাচত আছে ইবোটিক বিভিন্ন ভাস্কৰ্যৰ নিদৰ্শন। মুঠতে দেশৰ আনঠাইত নোপোৱা বহুতো প্ৰাচীন সম্পদ ইয়াত আছে।

: আচ্চা বাৰু, গুৱাহাটীৰ বিশেষত্ব আপুনি কি বুলি ভাবে ?

: গুৱাহাটীৰ বিশেষত্ব হ'ল ইয়াৰ জনসাধাৰণ। সেই কালত জন্মলাভ কৰা আন নগৰৰ দৰে ইয়াৰ জন সাধাৰণৰ মাজত শ্ৰেণীভেদ নাছিল। ইয়াত ৰজা-মহাৰজা আৰু প্ৰজাসাধাৰণ নাছিল।

: কিবা ঐতিহাসিক কাৰণ ?

: আছিল।

: যেনে ?

: ইয়াৰ ভূমি বন্দোবস্তী ব্যৱস্থা। ১৮৫৩ চনত আৰু এটা নতুন কথা হৈছিল। কালেক্টৰ নামটো গুচি জিলাৰ অধিপতি ডেপুটি কমিছনাৰ হৈছিল। ভূমি বন্দোৱস্তীৰ বিষয়ত তেওঁই হ'ল সৰ্বময় কৰ্তা। তেতিয়াও অৱশ্যে ঠাকুৰিয়া-কাকতী গুচি মণ্ডল হোৱানাই, চৌধাৰী নাম গুচি মৌজাদাৰ হোৱানাই। ১৮৭২ চনতহে মণ্ডল, মৌজাদাৰ আদি বিষয়বাবৰ সৃষ্টি হৈছিল। ৰজা আৰু স্বৰ্গদেউসকলৰ দিনত কামৰূপত ফৰিঙতি আৰু বস্তি মাটিৰ খাজনা নাছিল। ৰূপীত মাটিত একঅনা বা ছয় পইচা, ( চাৰি পইচাই এক অনা ) খাজানা ধাৰ্য কৰা আছিল। কিন্তু ইংৰাজ অহাৰ আগে আগে চন্দ্ৰকান্ত সিংহই গুৱাহাটীৰ দক্ষিণকূলৰ মাটিবোৰত ছ অনাকৈ খাজানাৰ নিৰিখ বান্ধি দিছিল। ১৮৫৪ চনত মিলচ্ চাহেব যে গুৱাহাটীলৈ আহিছিল, অসমৰ প্ৰজাৰ হিত চিন্তা কৰি অহা নাছিল।

তেওঁৰ কথাবাৰ শুনি সি ইমানপৰৰ নিৰৱতা ভংগ কৰি কলে যে, মিল্‌চ্ চাহবেক বহুতে অসমৰ জনসাধাৰণৰ হিতাকাংক্ষী বুলিহে জানি আহিছে।

তেওঁ তৎক্ষণাৎ একো নকৈ কাতি হৈ তাৰ পিনে মুখ কৰি শুই ললে

আৰু নিদ্ৰাৰ জড়িমাৰে কোৱাৰ দৰে সন্তৰ্পনে হাঁমি এটা কাটিলৈ কলে—

: সেইটোৱে ইংৰাজৰ চতুৰালি। জৰ্জ বাৰ্ণাৰ্ড শ্বই বিদ্ৰূপ কৰি ইংৰাজ লোকৰ বিষয়ে এবাৰ কথা কৈছিল—

"You will never find an Englishman in the wrong He does everything on principle He fights you on patriotic principles, he robs you on business principles, he enslaves you on imperial principles, he bullies you on manly principles, he supports his king on loyal principles, and cuts off his head on republican principles His watch word is always duty"

গুৱাহাটীত তেওঁলোকে কাম কৰিছিল পেট্ৰিয়টিক প্ৰিন্সিপলত। কৰ্তব্যৰ খাতিৰত তেওঁলোকে প্ৰজাৰ মংগলৰ হকে বিষ্ণু মুখোপাধ্যায়ক কামৰূপৰ তহচীলদাৰ নিযুক্ত কৰি ১৮২৪-২৫ চনতে কামৰূপত প্ৰথম ভূমি বন্দোৱস্তিৰ পাতনি মেলে। ১৮৩৪ চনত কালেক্টৰ বগল চাহাবে আগৰ ৰাজমোহৰী টকা গুচাই কোম্পানীৰ ফৰক্কাবাদী টকাৰ প্ৰচলন কৰে, আৰু নতুনকৈ ভূমি বন্দোৱস্তি কৰি খাজানা বঢাই দিয়াৰ উপৰিও খৰিকাটনা কৰৰ প্ৰচলন কৰে। ১৮৪৪ চনৰ পৰা দহবছৰীয়া ম্যাদত বন্দোৱস্তি হয় আৰু কমিছনাৰ জেনকিন্স আৰু কালেক্টৰ ৰৌলাৎ চাহাবৰ দিনত খাজানা বাঢি ৰূপীত খেৰাজত ডেৰটকা, বাওতলী, ফৰিঙতি, বৰি আৰু বস্তিত এটকাকৈ আৰু লাখেৰাজত তাৰ আধা হিচাপে হয়গৈ। বগল কালেক্টৰ থকা কালত গোলামৰ ওপৰতো আঠ অনা হাৰত খৰিকাটনা কৰ লগোৱা হৈছিল।

এই টকা ঘটাৰ উদ্দেশ্যেই মিলচ্‌ অহাৰ লগে লগে ১৮৫৩ চনত গুৱাহাটীৰ ছুয়োকুল লগ লগাই টাউন পতা হৈছিল। মিল্‌চ্‌ আহিছিল এই টকা ঘটা ব্যৱস্থাবোৰৰ ওপৰত এটা নিৰীহ কল্যাণ প্ৰযত্নৰ প্ৰলেপ দিবলৈ।

১৮৫৪ চনৰ ১৬ মে'-ৰ দিনা শুক্লেশ্বৰ ঘাটত জাহাজত বহি তেওঁ যেতিয়া আমাৰ হৰকান্ত বৰুৱাহঁতৰ সাক্ষ্য লৈছিল, তেওঁৰ প্ৰথম লানি প্ৰশ্ন আছিল ভূমি বন্দোৱস্তি সম্বন্ধে। কামৰূত খাজানা আদায় যে সন্তোষজনক নহয়, যি কোনো প্ৰকাৰে খাজানা যে তুলিবই লাগিব তাৰ ওপৰতহে বেচি গুৰুত্ব দিছিল মিল্‌চ্‌ চাহাবে। অসমীয়া মানুহৰ কৰ্ম কুশলতা সম্বন্ধেও তেওঁৰ বেয়া ধাৰণা আছিল।

ইমানলৈকে কৈয়ে তেওঁ বৈ গ'ল। বহুত পৰ-চকু দুটা মুদি পৰি থাকিল। সি ভাবিলে এই সুযোগতে পাকঘৰত গৈ অলপ চাহৰ যোগাৰ কৰিব।

সি পাকঘৰত দুটা কাপত চাহ ঢালিলৈ চেনি দি লৰাই আছিল। এনেতে তেওঁ তাক চিঞৰি মাতিলে—

: হেৰি কেনি গ'ল? হঠাৎ দেখোন নাইকীয়া হ'ল।

: গৈ আছোঁ ৰব।

: পাকঘৰত কি কৰিছে?

: নাই কৰা একো। ৰব গৈছোঁ।

সি চাহৰ কাপ দুটা আনি টেবুলত থোৱাৰ লগে লগে তেওঁ ঘপ্‌কৰে উঠি বহিল—

: ইউ আৰ ৰিয়েলী গ্ৰেট। সঁচাকে চাহ একাপ খাবৰ মন গৈছিল।

: খাওক চাহ, এতিয়া আচল পয়ণ্টলৈ আহক।

: আচল পয়ণ্ট বুলিবলৈ একো নাই, এই যে মৌজাওৱাৰি চিষ্টেমটো হ'ল সেয়ে আমাৰ চুবুৰীয়া ৰাজ্যত হোৱাৰ দৰে এটা অভিজাত শ্ৰেনীৰ জন্ম হোৱাত বাধা দিলে। চিষ্টেমটো ঠিক নোহোৱা হেতেন অসমৰ ইতিহাসৰ ৰূপেই বদলি গ'লহেতেন। কিয়নো প্ৰশাসন চলনিৰ সেই অস্থিৰ সময় হোৱাত বহুতে জাল-জুৱাচুৰি কৰি ইংৰাজ চৰকাৰৰ পৰা লাখেৰাজ ভূ-সম্পত্তি দেৱালয়ৰ দলৈগিৰি আদি সা-সুবিধা আদায় কৰি লোৱাৰ অনেক অভিযোগ আছে। সুবিধা পালে এইবোৰ মানুহে যে ৰজা মহাৰজা উপাধি লবলৈকো যত্নপৰ নহলহেতেন সেইটো কথা ভাবিবই নোৱাৰি। গুৱাহাটীৰ ভাগ্য

ভালেই বুলিব লাগিব—অন্ততঃ তেনে এক আশংকাৰ পৰা যে বাচি গৈছিল।
তেওঁ আৰু কিবা এষাৰ কবলৈ গৈছিল। এনেতে কোনোবা এজন অহাৰ শব্দ শুনিলে। কলিংবেলটোৰ কান তাল মৰা শব্দটো শুনি তেওঁ বিৰক্তিত বৈ গ'ল। এইবাৰ তেওঁ চোফাৰ পৰা উঠি থিয় হ'ল আৰু কলে—

ঃ মই যাওঁ দিয়ক, আপোনাৰ কোনোবা আহিছে। বৰ বোৰ কৰি দিলোঁ নিশ্চয় আপোনাক।

ঃ বৰ, এক মিনিট, মই চাই আহোঁ কোন আহিছে।

অলপ পাচত ঘূৰি আহি সি কলেহি যে তেওঁক বিচাৰি কোনোবা এজন আহিছে। তাৰ নিচিনা বয়সৰে হব, কিন্তু আপ কাণ্ট্ৰিৰ মানুহ যেন লাগিছে। ধুনীয়া ইংৰাজী কৈছে মানুহজনে। দেখাতো ধুনীয়া মানুহজন।

ঃ অ' মিষ্টাৰ অটল হবলা? মোৰ ফ্ৰেণ্ড্। সি কিবা ৰিচাৰ্চ কৰি আছে। পলিটিকেল চাইন্সৰ প্ৰফেচাৰ, হিমাচল প্ৰদেশৰ এখন কলেজৰ। মাতি দিয়ক না। অ' বৰ, মই গৈছোঁ।

কথাষাৰ কৈয়ে তেওঁ লৰালৰিকৈ কোঠাটোৰ পৰা গুলাই গৈছিল।

অটলৰ স'তে কথা পাতি তাৰ এনেহে লাগিল যে, তেওঁৰ উপাধিটো মূৰ্দ্ধণ্য'ট'ৰে নহৈ দন্ত্য 'ত'ৰে লিখা হলে বেচ সাৰ্থকনামা হ'লহেতেন। ক'লা চশমা এযোৰেৰে চকু দুটা অনবৰত লুকাই থোৱা দেখি তেওঁ কি ভাবে, কি ভাবি কি কয়, ভালেই পায় নে বেয়াই পায়, একো ধৰিব নোৱাৰি।

মাৰবিনাই কৈছিল প্ৰফেছাৰ বুলি, অটলে নিজে কলে সাংবাদিক বুলি। চণ্ডীগড়ৰ কিবা এখন ইংৰাজী পেপাৰৰ বিশেষ প্ৰতিনিধি হেনো। মাৰবিনাৰ লগত কেনেকে চিনাকি হ'ল, কিদৰে ইমান ঘনিষ্ঠ হৈ পৰিল সেইটোও এটা সাঁথৰৰ দৰে লাগিল তাৰ মনত।

অটল আৰু মাৰবিনা অলপ আগতে ওলাই গৈছিল। সি অটলৰ কথাকে ভাবি আছিল, মাজে মাজে মনলৈ আহিছিল অটলৰ স'তে কথা কলে মাৰবিনাৰ মুখখনৰ ৰং সলনি হোৱা কথাটো। যিমানে সি ভাবিছিল সিমানে তাৰ অথাই সাগৰত পৰা যেন লাগিছিল।

ৰামস্বৰূপ আহি আৰু এটা খবৰ দি তাৰ মনটো বেয়া কৰি দিলে। সি গধূলি পাইছিল হি। আহিয়েই তাৰ চিৰাচৰিত অভ্যাস অনুসৰি কাক ক'ত লগ পালে তাৰ আগত উলিয়ালেহি। সেই প্ৰসংগতে সি মাৰবিনাৰ কথা ক'লে—

: বিনা বাইদেউ ইয়াত আহিছিল নেকি চাৰ ?

: আহিছিল, কিয় ?

: এতিয়া দেখোন সেই চাবাবী হোটেলখনত সোমোৱা দেখিলোঁ। কালা চশমা পিন্ধা এটা মানুহৰ লগত।

সি খবৰটো পাই উত্তেজিত হৈ উঠিছিল। কিয়নো ৰামস্বৰূপে যিখন হোটেলৰ কথা কৈছে সেইখন হোটেল বুলি জনাজাত যদিও আচলতে হোটেল নহয়। সেইটো ক্লাবহে। মদ-জুৱা চব চলে হেনো তাত। পৰনাৰী ঘটিত বিভিন্ন মুখৰোচক কাহিনী আছে সেই ক্লাবটো কেন্দ্ৰ

কৰি। মাৰবিনাৰ প্ৰতি তাৰ এটা সময়ত সহানুভূতি হ'ল। মনটো অশান্ত হৈ পৰিল। সি কি কৰিব কি নকৰিব ভাবি স্থিৰ কৰিব নোৱাৰি বিমূঢ় হৈ বহি আছিল। এনেতে দুৱাৰত চিনাকি শব্দ এটা শুনিলে। সি বহি থকাৰ পৰাই চিঞৰি দিলে—

: আহ। আহোতে ৰামস্বৰূপক কৈ আহিবিচোন দুকাপ চাহ দিবলৈ। মোৰ কাপ বিনা-চেনি।

: তোক কি ডায়েবেটিচে পালে নেকি?

: নাই, এনেয়ে আবেলিৰ পিনে চেনি নিদিয়া চাহ খোৱা কৰিছোঁ। বহ।

সুনীলে বহিয়ে তাৰ মুখলৈ ভালদৰে চাই ললে আৰু টেবুলত থকা কাগজ এখন চোৱাৰ ভাও ধৰি তাৰ পিনে নোচোৱাকৈয়ে সুধিলে—

: তোৰ আকৌ কি হ'ল?

: মোৰ আকৌ কি হোৱা দেখিলি?

: মুখখন গোমোঠা হৈ আছে চোন?

সি সুনীলৰ কথাৰ উত্তৰ তৎক্ষনাৎ নিদিলে। কিছুপৰ নিৰৱে থাকি বেলেগ প্ৰসংগ এটা উলিয়োৱাৰ দৰে আৰম্ভ কৰিলে—

: গুৱাহাটীৰ ল'ৰা ছোৱালীবোৰৰ কি হৈছে বাৰু?

: কিয়? কি হ'ল?

: মোৰ একো হোৱা নাই, মোৰ ভাই-ভণীও নাই নিজে জড়িত হবলৈ। মই দেখিছোঁ, আধুনিকতাৰ নামত, ষ্টাইলৰ নামত আমি নিজৰ নিজত্ব ত্যাগ কৰিছোঁ।

: চা ভাই, চেঞ্জ্ চবতে হব। আমিয়ে এতিয়া চুৰীয়া-এণ্ডা চোলা এৰি লং প্যাণ্ট্—শ্বাৰ্ট পিন্ধিছোঁ। তই আচৰিত হবি, তোক মই মোৰ ঘৰলৈ গলে দেখুৱাই দিব পাৰিম, কাউৰীয়ে লোহাৰ তাঁৰ লৈ বাহ সজা। আগেয়ে গছৰ সৰু সৰু ফেৰেঙনি, বাহৰ জেঙনিৰে সাজিছিল, এতিয়াতো গুৱাহাটীত কিমান বিচিত্ৰ ধৰণৰ কন্‌ষ্ট্ৰাক্‌চন চলিব লাগিছে। অকণ অকণ পাতল তাঁৰ য'তে ত'তে পৰি থকা দেখি। গতিকে আনি কাউৰীজনীয়ে কামত লগায়।

আগেয়ে চলাবিলৰ পাৰত, দীঘলীপুখুৰীৰ পাৰত ওখ গছ কিছুমান আছিল। তাতে বহি কুকুৰাই নিতউ ফেঁহুজালিৰ লগে লগে চিঞৰি চিঞৰি মানুহক জগাইছিল। মাজতে সেইবোৰ শব্দ মাৰ নিয়াই বিভিন্ন কলকাৰখানাৰ চাইৰেন আৰু নতুনকৈ অহা ডিজেল ইঞ্জিনৰ স্থহুৰিয়ে নিতৌ পুৱাতে মানুহক জগাইছিল। আৰু আজি কালি গুৱাহাটীৰ মানুহে সাৰ পায় কাষৰ আলিয়েদি প্ৰচণ্ড বেগেৰে যোৱা ডিজেল ট্ৰাকৰ বুকু কঁপাই দিয়া শব্দত। পৰিবেশ বদলিছে, জীৱন ধাৰণৰ উপায় বদলিছে, ল'ৰা-ছোৱালীবোৰ নবদলিব কেলেই ?

: বদলি যোৱা মানেই বেয়া হোৱা নহয়, পৰিবৰ্তন মানে অধঃপতন নহয় নহয়।

: তই কি কব খুজিছ, মই বুজা নাই। সমাজৰ মূল্যবোধো বদলিছে। তই পুৰণি দিনৰ মাপ-কাঠিৰে আজিৰ আচৰণবোৰ বিচাৰ কৰিলে নচলিব নহয়।

: আজি বুজিছ, মই ছোৱালী এজনীৰ আচৰণত হতবাক হৈ গলোঁ।

: অ' এতিয়াহে মই বুজিলোঁ। উৰহীৰ ওৰ ক'ত।

: নহয় অ' ছোৱালীজনীক মই গুৰুত্ব দিছিলোঁ। ইংৰাজীৰ এম এ, কথা বতৰা বেচ জানে, ব্যক্তিত্ব আছে। তই জানিবি, ইয়ালৈ যে আহি থাকে, প্ৰিন্সিপাল বৰুৱাৰ যে ভাগিন, মাৰবিনা কাকতি নাম।

: কি কৰিলে বাৰু ?

সুনীলে প্ৰশ্নষাৰ ইমান নিৰীহভাৱে সুধিলে যে সি তলে তলে সুনীলৰ আচৰণত বিৰক্ত হ'ল। সি মাৰবিনাক সুনীলৰ জীপতো দেখিছে একাধিক বাৰ। তথাপি সি সংযত হৈ কলে—

: আজি গোটেই আবেলিটো মোৰ ইযাতে বহি আছিল তেওঁ। হঠাৎ চাৰিমান বজাত অটল নে কি নামৰ ডেকাল'ৰা এটা ওলালহি। তেওঁ, সেই ডেকালৰাজন যেন বহুদিনৰ চিনাকি, তেনেধৰণৰ আচৰণ

দেখুৱালে তাৰ প্ৰতি। আৰু গধূলি হেনো দুয়ো সেই চাৰাবী ক্লাবটোত সোমাইছে।

: তই আকৌ আনন্দিতহে হব লাগে, বাচি যে গলি ইমান বেয়া ছোৱালীজনীৰ হাতৰ পৰা।

: নহয় অ' মোৰ ছোৱালীজনীৰ কাৰণেহে বেয়া লাগিছে।

: তই কেনেকে জানিলি, ছোৱালীজনীয়ে নিজকে ৰক্ষা কৰিব নোৱাৰে বুলি। তেওঁ কিজানি তোতকৈও বেচি সতৰ্ক, বেচি সাৱধান। আৰু তইনো কিয় ইমান কন্‌চাৰ্নদ্ হৈ পৰিছ! এইবোৰ আজিকালি গুৱাহাটীৰ সাধাৰণ কথা। বাদ দে মিছামিছি এইবোৰ কথা চিন্তা কৰি লাভ নাই। মই এটা কামত আহিছোঁ, শুন।

: ক।

: তই কালিলৈ, পৰহিলৈ, ফ্ৰী আছ নহয?

: কচোন।

: মোৰ বন্ধু এজন আহিছে কলিকতাৰ পৰা। লগত তেওঁৰ ফিয়ঁাচি। কালিলৈ হেনো গুৱাহাটীখন দেখুৱাব লাগে। মই কলোঁ তোৰ কথা। কলোঁ যে মোৰ প্ৰফেছাৰ বন্ধু এজন আছে, গুৱাহাটী দেখুৱাবলৈ তেবেঁই বেষ্ট্ গাইড্ হব।

: সুনীল, তোৰ কাণ্ডজ্ঞান নাই নেকি?

: তই আগতে সমস্ত শুনি ল' তাৰ পাচতো মন্তব্য দিবি। বন্ধুৱেই কলে, প্ৰফেছৰ এজনক তেনেদৰে অনুৰোধ কৰাৰ স্পৰ্দ্ধা তেওঁৰ নাই। তেওঁ মোকে যাবলৈ লগ ধৰিলে। মই এতিয়া কি কৰোঁ কচোন।

: মই আকৌ কি কম? তোৰ বন্ধু, তোৰ কথা।

: এনে বিপদত তই মোক তেনেদৰে এৰি দিব পাৰ জানো?

: 'মই কি কৰিব লাগে ক'।

: তইও ব'ল মোৰ লগত।

: ঢোলৰ লগত টেমেকা হৈ?

: অ'। টেমেকা মই। অলপ ৰ চোন, ঢোল কোন হয়, টেমেকা কোন হয় এতিয়াই ঠিক হৈ যাব।

সুনীলে কথাবাৰ শেষ কৰাৰ লগে লগেই কলিংবেল বাজি উঠিল। ৰামস্বৰূপে অলপ পাচতে কলেহি যে কোনোবা চাহাব আৰু বাইদেউ আহিছে। তাৰ নির্দেশ অনুসৰি ৰামস্বৰূপে দুয়োকো লৈ আহিল। সুনীলে দেখিয়েই আগবাঢ়ি গ'ল আৰু তাৰ পিনে দেখুৱাই আগন্তুক ডেকাজনক কলে—

: মিষ্টাৰ শ্বেন, এখেতেই প্রফেছাৰ চৌধুৰী। এখেত মিছ শ্বিখা।

পৰিচয় পর্বৰ পাচত সেন আৰু শিখাই বহি ললে আৰু সেনেই প্রথমে ক'লে—

: মিষ্টাৰ চৌধুৰী, আমি কালিলৈ কামাখ্যা হিল্চত পিকনিক কৰিব খুজিছোঁ। আপুনি ক'ম্পেনি দিলে পৰম কৃতার্থ হম। আচলতে আপোনাক নিমন্ত্রণ কৰাৰ উদ্দেশ্যেই ইয়ালৈ আহিলোঁ। স্যুনীল বাবুও যাব। আপুনিও গ'লে আমি বৰ ভাল পাম! মাত্র আমি চাৰিজন। প্যাক্ড্ লাঞ্চ্ আৰু কেন্টিন আমি লৈ যাম।

সি সেনৰ কথাবাৰৰ উত্তৰ দিব পৰা নাছিল। তাৰ মন ব্যস্ত হৈ আছিল শিখা বোলা সেনৰ প্রেমিকাজনীৰ কথা ভাবি। সি ভাবি পোৱা নাছিল সেন তেওঁৰ প্রতি কি কাৰণত ইমান আসক্ত। কাৰণটো ভাবি উলিয়াবলৈ চেষ্টা কৰি মনেদি সি ইমান ব্যস্ত হৈ পৰিছিল যে সেনৰ অনুৰোধ গ্রহণে কৰিব নে অগ্রাহ্যই কৰিব চিন্তা কৰিব পৰা নাছিল। তাক নিৰৱে থকা দেখি সুনীলে ক'লে—

: ক' আকৌ কিবা এবাৰ। সুধিছে বেচেৰা!

: যাম দিয়ক। কিন্তু সোনকালে ঘূৰি আহিম মই। আবেলিকে অলপ কাম আছে।

: নিশ্চয়, আপোনাৰ কামৰ ক্ষতি নকৰোঁ। আমি এতিয়া যাওঁ।

: বহক, চাহ খাই য'ক। নতুন অতিথি। প্রথমবাৰ ঘৰলৈ আহিছে।

: নাই, আজি নাখাওঁ দিয়ক, মইতো আহিয়ে থাকোঁ। চিনি

পালো যেতিয়া আহিম আকৌ। আজি যাও। শ্ৰীখাৰ অলপ শ্বপিং কৰিবলগীয়া আছে হেনো। নমস্কাৰ। কালিলৈ পুৱা সাতটাত মোৰ গাড়ী আহিব।

: ঠিক আছে। মই যাম।

: স্যুনীলবাবু! গুড্ নাইট্।

: গুড্ নাইট্।

তেওঁলোক ওলাই যোৱাৰ পাচত সি সুধিলে—

: ছোৱালীজনী বোবা নেকি? এষাৰ কথাও নকলেচোন।

: আমি স্কোপ্ দিলোঁ৷ জানো? কালিলৈ পাবি গমটো ভালদৰে। সেনে এনেয়ে বান্ধ খোৱা নাই নহয় জালত।

: তথাপি তাইক সেনে লগত লৈ অহা এটা ভি আই পি কেছ যেনহে লাগিল।

: মই এতিয়া একো নকওঁ, কালিলৈ তই নিজেই গম পাবি। পুৱা ঠিক সাত বজাত ওলাই থাকিবি। এওঁ আকৌ অদ্ভুত পাংক্-চুৱেল। কালিলৈ পুৱা, সাত বজা।

:  ঘড়ী চাচোন।  ঠিক সাত নহয়নে ?

সুনীলে তাৰ জীপখন লৈ আহিছিল।  তাৰ কম্পাউণ্ডত জীপখন সুমাই থৈ পুৰা তাৰ লগত কথা পাতি আছিল।

এনেতে গাড়ীৰ হৰ্ণ বজাৰ শব্দ শুনি সুনীলে তাক ঘড়ীত সময়টো চাবলৈ ক'লে।

:  তাৰ মানে সেন ভীষণ পাংক্‌চুৱেল ?

:  আকৌ নো!

গাড়ীৰ কাষলৈ গৈ দেখিলে বগা এম্বাছাদৰ গাড়ী এখনৰ ড্ৰাইভাৰৰ বাওফালৰ চীটত বহি মিষ্টাৰ সেন, পিচপিনৰ চীটত অকলে মিছ শিখা।

:  আপুনি আগত কেলেই ?

:  অলপ পাচতে বুজিব।

তাৰ প্ৰশ্নযাৰৰ উত্তৰটো সেনে তেনেদৰেই ৰহস্যময় কৰি কৈ থলে। সিহঁত দুযোকো পিচপিনৰ চীটত বহিবলৈ সুবিধা কৰি দিবলৈ শিখাক কলে। শিখাই তাক আৰু সুনীলক নিজৰ দুযোকাষে বহুৱাই ললে। অলপ দূৰ যোৱাৰ পাচতে সেনে সুধিলে গুৱাহাটীত কেতিয়া পোন-প্ৰথমে আধুনিক স্কুল পতা হৈছিল, সেই বিষয়ে। সুনীলে তাৰ পিনে চাই কলে—

:  এয়া তোৰ ডিপাৰ্টমেণ্ট।

সি কলে যে, ১৮৩৫ চনত প্ৰথমে এখন স্কুল পতা হৈছিল য'ত ইংৰাজী শিকোৱা হৈছিল। সি কথাটো কোৱাৰ বহুত পাচত যেতিয়া গাড়ীখন গৈ শুক্লেশ্বৰ ঘাট পাৰ হৈ নদীৰ পাৰে পাৰে আগ বাঢ়ি গৈছিল, সেই মুহূৰ্ততহে সুদীৰ্ঘ নিৰৱতা ভংগ কৰি শিখাই ক'লে—

:  প্ৰথম স্কুলটো মিছনে পাতিছিল গুৱাহাটীত ওঠৰ শ উনত্ৰিচ চনত। ডেভিদ স্কটৰ উদ্যোগত। এই টিলাটোত। তাৰ শিক্ষক আছিল জনৈক জেম্‌ছ্‌ ৰে।

তেওঁ সকলোকে অবাক কৰি লুই মেম'ৰিয়াল মিছন কম্পাউণ্ডৰ টিলাটোলৈ দেখুৱাই দিলে। সি প্ৰথমে হতভম্ব হ'ল। পাচত্ত হতাশ হৈ একেবাৰে পাম যোৱা বেলুনটোৰ দৰে লেতুসেতু হৈ গাড়ীখনৰ চুকটোত লুকাবৰ চেষ্টা কৰা মানুহৰ দৰে নিৰৱে বহি থাকিল।

গাড়ীখনৰ ভিতৰত আটায়ে নিজৰ নিজৰ চিন্তাত ব্যস্তহৈ আছিল। এটা গোমোলা নিৰৱতা বিৰাজ কৰিছিল। শিখাই দেখোন হঠাৎ লৰি-চৰি পোন হৈ বহি ললে আৰু নিৰৱতা ভংগ কৰি পল্লৱ সেনক উদ্দেশ্য কৰি ক'লে—

: লবু, বিশ্বাস কৰিবা, অসমত কামৰূপ আৰু উজনি অসমৰ মাজত যিটো পাৰ্থক্য আছিল, সেইটো পাহাৰ আৰু ভৈয়ামৰ মাজত যি পাৰ্থক্য তাতকৈও বেচি প্ৰকট আছিল।

: কেনেকে ?

: এই ধৰক, কামৰূপত দাস প্ৰথা আছিল, কিন্তু উজনি অসমত নাছিল। উজনি অসমত ৰজা আছিল, কিন্তু টকা চলিছিল কামৰূপৰ নাৰায়ণী টকা। কামৰূপৰ প্ৰজাসাধাৰণে নিজৰ আনুগত্য ইমান ঘনাই সলনি কৰিবলগীয়া হৈছিল যে, শেষলৈ সকলোধৰণৰ প্ৰশাসনিক নীতি-নিয়মৰ প্ৰতি বীতশ্ৰদ্ধ হৈ পৰিছিল।

স্কট অহাৰ সময়ত দৰঙৰ ৰাজবংশী ৰজা আছিল বিজয় নাৰায়ণ, ডিমৰুৱাৰ ৰজা আছিল উত্তম সিং, ৰানী আৰু বেলতলাতো ৰজা আছিল। নামবোৰ মনত নাই।

সি মনত পেলাই দিলে—

: ৰানীৰ বালুকণ সিং আৰু বেলতলাৰ সম্বাদাৰী সিং।

: প্ৰফেছাৰ চৌধুৰী, ৰেজিষ্ট্ৰাৰ কাননগোহক আগৰ দিনত কি বুলি কৈছিল ?

: মজুমদাৰ বৰুৱা।

: তেখেঁই সহায় কৰিছিল ডেভিদ স্কটক পেৰাকাকত বোৰ দি।

: কি ক'লা ? পেৰা কাকত ?

: অঁ। ভূমি বন্দোবস্তিৰ চিঠা, জমাবন্দি আদি। ষোলশ আঠসত্তৰ চনত গুৱাহাটীৰ এই অঞ্চল বিলাক প্ৰথম চাৰ্ভে কৰা হৈছিল।

: ইমান দিনৰ আগতে?

সেনৰ আশ্চৰ্যবোধক প্ৰশ্নষাৰ শুনি শিখাই মৃদু হাঁহি এটা মাৰি ক'লে—

: ডু ইউ থিংক দ্য আহোম্‌চ্‌ ৱেৰ ফুল্‌চ্‌? আহোম ৰজা মূৰ্খ নাছিল। প্ৰথম মানুহো পিয়ল কৰাইছিল তেওঁলোকেই। মই পিচে সেইবোৰ কবলৈ যোৱানাই। মই পাৰ্থক্যটো দেখুৱাব খুজিছোঁ। মানে কামৰূপে সমস্ত আক্ৰমণ, প্ৰত্যাক্ৰমণৰ প্ৰভাৱ-প্ৰতিক্ৰিয়া সহ্য কৰিবলগীয়া হৈছিল। মানত বাদে আন সমস্ত আক্ৰমণ পশ্চিমৰ পৰা হৈছিল। গতিকে কামৰূপৰ প্ৰজাসাধাৰণ পশ্চিমীয়া মাত-কথা, ধ্যান-ধাৰণাৰ দ্বাৰা প্ৰভাৱিত হৈছিল। আনহাতে উজনি অসম আছিল তেনে প্ৰভাৱৰ পৰা মুক্ত!

: দক্ষিণকূলৰ গুৱাহাটীও বহুদিনলৈ এনে প্ৰভাৱৰ পৰা মুক্ত আছিল।

: বাঙালী নাওবোৰ নচলা পৰ্যন্ত গুৱাহাটী বাচি আছিল। তাৰ পাচত অসমত কায়দাবন্দি চলিল আৰু এইটিন চিক্স্‌টি টুৰ পৰা অসমতো যেতিয়া আই পি চি, চি আৰ পি চি প্ৰযোজ্য হ'ল, অনেক বাঙালী উকীল আহি গুৱাহাটীত স্থায়ীভাৱে বসবাস কৰা আৰম্ভ কৰিলে। অৱশ্যে ওঠৰশ আঠাৱন চনত যেতিয়া অসমৰ শাসন ইংলণ্ডৰ ইংৰাজ চৰকাৰৰ অধীনলৈ যায় আৰু কোৰ্ট্‌ ফী ষ্টাম্প্‌ অসমতো চলা হয়, তেতিয়াও বহুত বাঙালী লোক ইয়ালৈ আহিছিল। আনন্দৰাম বৰুৱাহঁতৰ দিনৰ আদৰ্শ শিক্ষক চন্দ্ৰমোহন গোস্বামীৰ দেউতাক ৰাধামোহন অসমলৈ আহিছিল ওঠৰ শ আঠত্ৰিছ চনতে। এনেদৰে চুবুৰীয়া বংগদেশৰ পৰা গুৱাহাটীলৈ বহু লোক আহি বসতি আৰম্ভ কৰিছিলহি ওঠৰশ চৱিশ চন মানৰ পৰাই।

এওঁলোকৰ দ্বাৰাও কামৰূপৰ মানুহখিনি প্ৰভাৱিত হৈছিল। কিন্তু

গুৱাহাটীৰ বিশেষত্ব হ'ল, গুৱাহাটী কামৰূপীও নহ'ল, উজনি অসমৰো নহ'ল। গুৱাহাটী হ'ল দুয়োটা বৈপৰীত্যৰ সংশ্লেষণ।

সি ছোৱালীজনীৰ গুৱাহাটী সম্বন্ধে কোৱা কথাবোৰ শুনি বিস্ময়ত হতবাক হৈ গৈছিল। তেওঁ কিছুপৰ নিৰৱে থকা দেখি সি ইতস্ততঃ কৰি সুধিছিল—

: আপুনি গুৱাহাটীৰ ইমান কথা জানে। আপোনাৰ ঘৰ ক'ত বাৰু ?

: ইয়াতে। দেউতাই ৰেলৱেত চাকৰি কৰিছিল। ৰিটায়াৰ কৰি ইয়াতে চেট্‌ল্ কৰিছে।

কামাখ্যা মন্দিৰৰ কাষ পোৱাৰ লগে লগে তেওঁ সুধিলে—

: আপুনি বাৰু চণ্ডালিকাৰ মূৰ্তিটো দেখিছেনে ?

সি চণ্ডালিকাৰ বুলি কওঁতে কোন মূৰ্তিটো বুজাইছিল ধৰিব নোৱাৰি বিমোৰত পৰি তেওঁৰ মুখলৈ চাই থাকিল। শিখাই তাৰ অৱস্থাটো বুজি কলে—

: সেই পানী ঢালি দিয়া নাৰী মূৰ্ত্তিটো যে ?

: অউ ! সেইটো ! সেইটো চণ্ডলিকাৰ মূৰ্ত্তি বুলি মই জনা নাছিলোঁ।

: আপুনি কি বুলি জানিছিল বাৰু ?

: মই জানিছিলোঁ ৰাজবংশী ৰজা বিশ্বসিংহক পানী খাবলৈ দিয়া মেছ নাৰীৰ মূৰ্ত্তি বুলি সেইটো। কিয়নো কামাখ্যা মন্দিৰ প্ৰতিষ্ঠাৰ গুৰিত তেনে এক কাহিনী আছে। কিন্তু আপোনাৰ টোহে বেচি বিশ্বাসযোগ্য যেন লাগে । কিয়নো শুক্লেশ্বৰৰ সাক্ষী জনাৰ্দন, হাজোৰ দেৱালয়ৰ বিগ্ৰহ আদি সমস্ত বৌদ্ধ মূৰ্ত্তি বুলি ভবাৰ থল আছে। গাতিকে এইটোও বৌদ্ধ শ্ৰমণ আনন্দৰ সেই চণ্ডালিকাৰ যে মূৰ্ত্তি নহব তাৰ কি মানে আছে !

শিখা, সেন আৰু সুনীলে মন্দিৰ দৰ্শন কৰিলে। তাৰ পাচত ভুবনেশ্বৰীলৈ উঠাৰ বাটত লাঞ্চ্ তাঞ্চ্ শেষ কৰি যেতিয়া ভুবনেশ্বৰীৰ ওখ টিঙটোত বহিছিল তেতিয়া শিখা আৰু সেনৰ অজস্ৰ প্ৰশ্ন সি

অকলে চন্তালিবলগীয়াত পৰিছিল। চুৱাৰগঁৱিলা, অমৰাজুৰি, এন্ধাৰু বালি, শৰাইঘাট, আগিয়াঠুটি, আলাবৈ, চিলাচকী সমস্ত এপিনৰ পৰা দেখুৱাই দিবলগীয়া হৈছিল।

: গুৱাহাটীৰ বিষয়ে এটা সামগ্ৰিক অনুভৱ লাভ কৰিবলৈ আটাইতকৈ প্ৰশস্ত হ'ল ভুৱনেশ্বৰীৰ এই টিলাটো। ইয়াৰ পৰা এটা বিহংগম দৃষ্টি দিলেই গুৱাহাটীৰ সাংস্থানিক ৰূপটো উপলব্ধি কৰিব পৰা যায়।

টিলাটোৰ ওখ টিঙটোত বহি সিহঁত চাৰিও নিৰব হৈ পৰিছিল। পৰম শান্তিত উৰি ফুৰা চিলনী কেইজনী মান সিহঁতৰ ভৰিৰ তলৰ আকাশ-খনত ওপঙি আছিল।

: কাৰ চোখেৰ চাওয়াৰ হাওয়ায় দোলায় মন।

তাই কেমন কৰে আছিস সাৰাক্ষণ!

হাসি যে তাই অশ্ৰুভাৰে নোওয়া

ভাবনা যে তাই মৌন দিয়ে ছোওয়া

ভাষায় যে তোৰ সুৰেৰ আবৰণ।

নিৰৱতাৰ বুকুছিৰি ওলাই অহা শিখাৰ সুৱদি কণ্ঠস্বৰে সিহঁতৰ চাৰিও-পিনে বিৰাজ কৰা নিৰৱতাক এক অপূৰ্ব মহিমা প্ৰদান কৰি আৰু বেচি মনোমুগ্ধকৰ কৰি তুলিছিল। গানটোৰ শেষত সুৰৰ মধুৰিমাখিনি নিৰৱতাৰ স্পৰ্শত যেন জহি জহি নাইকিয়া হৈ যাবলৈ বহুত সময় ললে। বহুত পৰ নিৰৱে থকাৰ পাচত চৌধুৰীয়েই কও নকওকৈ ক'লে—

: শিখাদেবী, আপোনাৰ তুলনা নাই।

: নহলে হব কিটো, চাকৰি নাপাই বেকাৰ হৈ আছোঁ!

ৰগৰ কৰি কলেও তেওঁৰ কথাখিনি বেদনাত সিক্ত যেন শুনা গৈছিল।

: আপুনি তেনেহলে কি কৰে?

: ফৰ্ম ফিলআপ কৰোঁ, পৰীক্ষা দিও, ইণ্টাৰভিউ দিওঁ। বেচ ব্যস্ত থাকোঁ। এম এত ফাৰ্ষ্ট ক্লাচেই পাইছিলোঁ। কিন্তু চব মিছা। এইবাৰ সেন বিৰক্ত হ'ল। শিখাক একো নকলে। তাৰ হাতএখনত ধৰি কলে যে ঘৰলৈ ঘূৰি অহাৰ সময় হৈছে। সুনীলে কলে যে, সি

সিহঁতৰ পৰা কামাখ্যাতে ফালৰি কাটিব। তাৰ বেলেগ কিবা জৰুৰী কাম আছে। সি কৌতুহলী হৈ সুধিলে সুনীলক—

: তই যাবি কেনেকৈ ?

: মোৰ গাড়ী আহি কামাখ্যাতে বৈ থাকিব।

সি কথাটো ভাল নাপালে। তথাপি সুনীলৰ আচৰণত আসেৰোহ ধৰিবলৈকো যুক্তি বিচাৰি নাপালে।

কামাখ্যা পোৱাত সুনীল নামিল। আৰু সিহঁত তিনিও গুৱাহাটীলৈ উভতি আহিছিল। ভৰলুৰ দলঙ পাৰ হোৱাৰ আগতেই আলিবাটৰ লাইটবোৰ জ্বলি উঠিছিল। সি কলে যে, এই শতিকাৰ আৰম্ভত ভৰলুব দলঙখনৰ ওচৰতে আলিবাটত কেৰাচিনৰ লেম্প্ এটা জ্বলাই ষ্ট্ৰীট লাইটিঙৰ দায়িত্ব সমাধা কৰিছিল। শিলপুখুৰীৰ চুকত এটা, দীঘলী পুখুৰীৰ চুকত এটা এনেধৰণে পাতলীয়াকৈ ৰাষ্টাৰ লেম্পবোৰ দিয়া হৈছিল। উনৈচশ তিনি চনৰ পৰা ঠিকা বন্দোৱস্তত পোন প্ৰথমে ষ্ট্ৰীট লাইটৰ ব্যৱস্থা কৰা হৈছিল গুৱাহাটীত।

সেনে সুধিলে ইলেক্ট্ৰিক লাইটৰ ব্যৱস্থা কেতিয়াৰ পৰা হ'ল গুৱাহাটীত বুলি। সি ইতস্ততঃ কৰি থকা দেখি শিখাই তাক উদ্দেশ্য কৰি কলে—

প্ৰফেছাৰ চৌধুৰী, বৰ ইণ্টাৰেষ্টিং এপিছোদ কেইটামান মনত পৰিছে। এবাৰ উনৈচশ পঁচিশ নে ছাব্বিছ চনত। মুন্সিফ নদীয়া বিহাৰী দাস কেৰিং কোম্পানীৰ বাচত শ্বিলঙৰ পৰা আহিছিল এদিনাখন। তেতিয়া জাৰকালি আছিল। গুৱাহাটী পাওতে এন্ধাৰ হৈ গৈছিল। বাহিৰে বাহিৰে কলিকতালৈ যোৱাৰ উদ্দেশ্যে ৰেল ধৰিবলৈ আহিছিল। পল্টন বজাৰৰ পিনৰ পৰা অ'ভাৰ ব্ৰীজ বগাই আহোতে এন্ধাৰত পৰি জখম হ'ল। তেওঁৰ সেইদিনা কলিকতালৈ যোৱা নহল। তেওঁ অ'ভাৰ ব্ৰীজৰ পৰাই ঘূৰি আহিল। ঘৰলৈ বুলি নহয়। এগৰাকী উকীল বন্ধুৰ তালৈ। মুন্সিফে ক্ষতিপূৰণৰ মোকৰ্দমা তৰিলে। তেতিয়াৰ ঈশ্বৰ প্ৰসাদ বৰুৱা জজৰ আদালতত আছিল মোকৰ্দমাটো। ৰেলৱেৰ বিৰুদ্ধে। মুন্সিফ মোকৰ্দমাত

হাবিল, বেলৰেই কলে যে বাহিৰত লাইট দিয়াৰ বাবে তেওঁলোকৰ দায়িত্ব নাই। মুঞ্চিফ হাবিল সঁচা, কিন্তু গুৱাহাটীৰ ৰাইজৰ লাভ হ'ল। ১৯২৭ চনত গুৱাহাটীলৈ বিজুলী শক্তি যোগানৰ ব্যৱস্থা আহিল।

: মুঞ্চিফ্ নদীয়া বিহাৰী দাসৰ কোনোবা আছে নেকি গুৱাহাটীত ?

সি সুধিছিল পৰম কৌতুহলেৰে। শিখাই কলে যে আছে। পুতেক আছে। নাম মৃণালকান্তি। কবিতা লেখিছিল আৰু ছবি আঁকিছিল। কামাখ্যাৰ শিৱাচল আশ্ৰমৰ পৰমানন্দ সৰস্বতীয়ে সেই মৃণালকান্তি।

সি শিখাৰ খবৰবোৰ শুনি অবাক হৈ গ'ল। এইবাৰ শিখাই সেনৰ পিনে হলি হাঁহি হাঁহি বাংলাতে কলে—

: লবু, একবাৰ কি হলো জানো ?

তেওঁ ৰস লগাই কৈ গ'ল গুৱাহাটীত যে সেইকালত বহুত মাছ পোৱা গৈছিল। চলা বিল, ধেমৰা বিল, ছাগলী পানী খাইতি বিল, হীৰা গাঁতা এনেধৰণৰ অজস্ৰ বিলত আছিল অজস্ৰ মাছ। বৌ, ৰবালি, চিতল বিধে বিধে মাছ। সতীশ বোস নামৰ এগৰাকী ভদ্ৰলোক আছিল মৎস্য-বিলাসী। কোন মাহত কি মাছ খাবলৈ সোৱাদ, কি মাছৰ কোন অংশটো সোৱাদ, কোন বিলৰ মাছ খাবলৈ কেনে, নদীৰ মাছ বিলৰ মাছৰ পাৰ্থক্য কি,—এনেবোৰ সম্বন্ধীয় জ্ঞানৰ বোস ডাঙৰীয়া আছিল বিশ্বকোষৰ দৰে।

১৯২৭ চনৰ পাচৰ কথা! সেই সময়ত ডাক্তাৰ বিধান চন্দ্ৰ ৰায়ৰ গুৱাহাটী ইলেকট্ৰিক চাপ্লায়ে গুৱাহাটীৰ ৰাইজক বিজুলী শক্তিৰ যোগান ধৰে। ৰাজেন বাবু আছিল সেই ইলেকট্ৰিক চাপ্লাই কোম্পানীৰ মেনেজাৰ। সতীশ বাবুৰ ওচৰ চুবুৰীয়া।

এদিন ৰাতি। মহা আয়মেৰে ঘৰত খাবলৈ বহিছে সতীশবাবু। ধেমেৰা বিলৰ বৌমাছৰ আঞ্জা। আধামান খোৱাৰ পাচত এসময়ত তেওঁ আঞ্জাৰ বাতিৰ পৰা বৌ মাছৰ মূৰাটো লৈ কামোৰ এটা

বজুৱাইছিলহে এনেতে লাইট মুমাই গ'ল। মূৰা হাতত লৈ খোৱা হাতেবেই ৰাজেন বাবুৰ ঘৰলৈ গৈ তেওঁৰ ওচৰত বোসে মৌখিকভাৱে অভিযোগ দাখিল কৰিছিল বিজুলীৰ অনিয়মীয়া যোগানে এনে নিদাৰুণভাৱে তেওঁক বিপদত পেলোৱা দেখি।

এনি কংক্রিট ৰিজাল্ট ?

সেনৰ প্ৰশ্নত শিখাই কৈছিল যে, সেইদিন ধৰি সাধাৰণতে সতীশ বাবুৰ ঘৰত ইলেক্ট্ৰিক চাপ্লাই ফেইল কৰা নাছিল হেনো।

সি অৱশ্যে শেষৰ পিনে শিখাৰ কথাখিনি ভালদৰে মন কৰিব পৰা নাছিল। কিয়নো সি তাৰ পঢ়া শুনা কৰা কোঠাটোৰ ৰিডিং লাইটটো জ্বলি থকা দেখিছিল। সি তাত কোনে কি কৰিছে জনাৰ বাবে উদগ্রীৱ হৈ পৰিল। অলপ আগলৈকে সি শিখা আৰু পল্লৱক অলপ বহি যোৱাৰ কাৰণে অনুৰোধ কৰাৰ কথা ভাবিছিল। কিন্তু তাৰ ঘৰৰ ওচৰ চপাত পঢ়া কোঠাৰ লাইটটো জ্বলি থকা দেখি সি অনুৰোধ নকৰাটোকে স্থিৰ কৰিলে। ঘৰৰ সন্মুখত গাড়ীখন ৰখাৰ লগে লগে সি নামি গৈছিল আৰু দুয়োৰে পৰা বিদায় লৈ ঘৰৰ পিনে গৈছিল। ঘৰৰ বাৰান্দাত উঠি সি বিস্ময়ত হতবাক হৈ গ'ল। সন্মুখৰ দুৱাৰত তলা মৰা আছিল।

দুৱাৰখনৰ কাষলৈ আহিও এটা অজানিত আশংকাত সি থমকি ৰ'ল। উত্তেজিত মনটোক শান্ত কৰিবৰ যত্ন কৰি সি এটা মুহূৰ্তত মনটো ডাঠ কৰি কলিং বেলটো টিপি দিলে। কলিং বেলটো টিপি দিয়াৰ লগে লগে ভিতৰৰ পৰা যাৰ মাত শুনিছিল সেই মুহূৰ্তত সি একেবাৰে আশা কৰা নাছিল।

তেওঁ হয়তো আশা কৰা নাছিল যে তেওঁৰ বন্ধু অটলে তেনে জঘণ্য আচৰণ কৰিব। অৱশ্যে মাৰবিনা সেইবাবে সিমান চিন্তিত হোৱা নাছিল, যিমান চিন্তিত হৈছিল তাৰ পৰৱৰ্তী ঘটনাটোৰ কথা ভাবি। কি ভাবি জানো মাৰবিনাই তাৰ আগত সেইদিনা সমস্ত কথা খুলি কৈছিল। যিটো কথাৰ আভাস ভুৱনেশ্বৰীৰ পৰা সি শিখাহঁতৰ সতে অহাৰ দিনা ঘূনাক্ষৰেও তেওঁ তাক দিয়া নাছিল।

সেইদিনা দুৱাৰত তলাটো দেখি আৰু ভিতৰত মাৰবিনাৰ মাত শুনি আচৰিত হৈছিল যদিও মাৰবিনাই যেতিয়া কৈছিল যে, ৰামস্বৰূপ ওলাই যোৱা দেখি, তেওঁৰ পঢ়া কোঠাৰ পৰা দুৱাৰখন বন্ধ কৰিবলৈ আহিবলৈ মন নোযোৱা দেখি বাহিৰৰ পৰা তলা বন্ধ কৰি চাবিটো থৈ যাবলৈ তাক কৈছিল, তেতিয়া কথাটো স্বাভাৱিক বুলিয়ে ধৰি লৈছিল। কিয়নো মাৰবিনাৰ কাৰণে এনেধৰণৰ আচৰণ নিতান্ত স্বাভাৱিক। ঘৰত সোমাই মাৰবিনাৰ লগত বহি কথা পাতিবলৈ আৰম্ভ কৰাৰ লগে লগে শিখাৰ কথা মনলৈ আহিছিল তাৰ। সি শিখাৰ কথা মাৰবিনাৰ আগত উলিয়াব নে নুলিয়াব তাকে লৈ দ্বিধাগ্ৰস্ত হ'ল। পিচে মাৰবিনাই নিজেই সুধিলে—

: কৰবালৈ ওলাই গৈছিল হেনো পুৱাতে ?

: অঁ গুৱাহাটী চাবলৈ গৈছিলোঁ।

: ভুৱনেশ্বৰীততো গৈছিলেই চাগে ?

: বেচিভাগ সময় তাতেই।

: লগত আৰু কোনোবা ? নে অকলে ?

: লগত দুজন বন্ধু আৰু শিখা নামৰ এগৰাকী মহিলা।

: শিখা মানে ?

তেওঁ উত্তেজিত হৈ সুধিলে—

: উত্তেজিত হ'ল যে নামটো শুনিয়েই ?

: বেচি কৌতূহল হৈছে। সেই যে ক'লা, ওখকে ? চকুত যে অৱনী ঠাকুৰৰ টাচ্চ্ আছে ?

: আৰু গান গায় ?

: অপূৰ্ব গায়। বিশেষকৈ ৰবীন্দ্ৰ সংগীত। আৰু অসম, ভাৰতবৰ্ষ আনকি বিশ্বৰ ইতিহাস তেওঁৰ কণ্ঠস্থ যেন লাগে ? হয়নে ?

: হয়। সেই গৰাকীযেই।

: দেন্ ইউ আৰ্ লাকিয়েষ্ট্। শিখাদি, আমি চবেই শিখাদি বুলি মাতোঁ। আমাতকৈ দুবছৰৰ ছিনিয়ৰ। এহ্ জনাহলে ময়ো গলোঁহেতেন। আপুনি নামাতিলে কেলেই ইয়ালৈ।

: লগত তেওঁৰ ফিয়ঁাচে আছিল।

: কোন ? পল্লব সেন নহয় জানো ?

: আপুনি দেখিছোঁ সমস্ত জানে।

: নেজানিম কেলেই ? সি এটা চিমেণ্ট কোম্পানীৰ এক্জি-কিউটিভ্ অথচ তাৰ হবি হ'ল নৃতত্ত্ব আৰু কবিতা। দুৰ্দান্ত পঢ়া শুনা কৰে। নাও বোথ্ আৰ্ গোয়িং ষ্টেডি।

: এইটো বাৰু কি চন ?

: উনৈচ শ আশী চন।

: মই লেখি থব লাগিব। গুৱাহাটীত যে প্ৰমূল্যৰ সলনি হৈছে। আবিয়ৈ ডেকা-গাভৰুবে ষ্টেডি যোৱা বুলি কলে পোন্ধৰ বছৰমানৰ আগতেও আমাৰ বাবে দুৰ্বোধ্যই নহয় একেবাৰে অৰ্থহীন শুনালে-হেঁতেন। এতিয়া এইবোৰ কথা আমাৰ কাৰণে সহজ স্বাভাৱিক হৈ পৰিছে। এইবোৰ তথ্যৰ একধৰণৰ মূল্য আছে। এনেবোৰ তথ্য মনত ৰখাৰো এটা মাদকতা আছে। যেনে ধৰি লওক ১৮৮০ চনত গুৱাহাটী নগৰৰ প্ৰথম ৰাষ্টাটো পকী কৰোঁতে পাথৰ আৰু চুৰ্কি, অৰ্থাৎ ইটা-ভঙা, কোনে যোগান ধৰিছিল। আৰু দাম কেনেকুৱা আছিল—এনেধৰণৰ নগণ্য যেন লগা কথাবোৰ। এই নগণ্য কথাবোৰেই লগ লাগি আকৌ সেই সময়ৰ পৰিৱেশ আৰু জনসাধাৰণৰ অৱস্থাৰ বিশদ ছবি এখন দাঙি ধৰে।

: কোন আছিল বাৰু ?

: মুন্সি বিচাৰত আলি। তেখেতেই শিল যোগান ধৰিছিল ১০০

ঘন ফুটত এঘাৰ টকা চাবি অনাকৈ আৰু চুৰ্‌কি এশ ঘন ফুটত চাবে সাত টকাকৈ। আৰু যে বিধান সভাত বিল বা প্ৰস্তাৱ মৌখিক ভোটত দিয়াৰ সময়ত সপক্ষে 'আই' আৰু বিপক্ষে 'নো' কৰে সেইটো অসমত প্ৰথম কেতিয়া ব্যৱহাৰ কৰিছিল জানেনে ?

: কেতিয়া বাৰু ?

: গুৱাহাটী মিউনিচিপালিটিৰ সভাত ওঠৰ শ আঠানব্বৈ চনৰ ডিচেম্বৰ মাহৰ বাইছ তাৰিখে। আৰু আছে।

: আচ্ছা বাৰু দেশীয় কমিছনাৰ প্ৰথমজন কোন আছিল ?

: গুৱাহাটী টাউন কমিটিৰ ?

: হয়। কোন আছিল আৰু কেতিয়া আছিল ?

: প্ৰথম দেশীয় কমিছনাৰ এজন নহয় দুজন আছিল। তেওঁলোক আছিল উত্তৰ গুৱাহাটীৰ গৰ্গৰাম বৰুৱা, অসমৰ প্ৰথম চিভিলিয়ান আনন্দৰাম বৰুৱাৰ পিতাক, আন জন আছিল দক্ষিণ গুৱাহাটীৰ কেফায়েৎ উল্লা মুন্সি। তেওঁৱেই মাছখোৱাৰ তিনিটা গম্বুজৰ মছজিদটো সজোৱাইছিল। তেওঁলোক দুয়ো সমান সমান ভোটত নিৰ্বাচিত হৈছিল, আৰু দুয়ো কমিছনাৰ হিছাপে যোগদান কৰিছিল ওঠৰশ আঠাৱন চনৰ এপ্ৰিলমাহৰ ত্ৰিছ তাৰিখে। তেতিয়া গুৱাহাটী নগৰ ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে আছিল আৰু নদী পাৰ হোৱাৰ কাৰণে মাহে আঠশ মোন খৰি জ্বলাই ভাপেৰে চলা ফেৰি জাহাজ চলোৱা হৈছিল থানা ঘাটৰ পৰা উত্তৰে অশ্বক্ৰান্তৰ ঘাটলৈ।

গুৱাহাটী নগৰত তেতিয়া বজাৰ আছিল তিনিখন। সদৰবজাৰ, লতাশিলবজাৰ, আৰু দলং বজাৰ। এই তিনিওখন বজাৰৰ প্ৰথম নীলাম হয় ওঠৰশ পচপন্ন চনত। প্ৰথম হাটখোৱা আছিল বলোৰাম শৰ্মা আৰু শ্ৰীৰাম দাস।

: আপুনি-বেয়া নাপাবদেই মই বোৰ কৰিছোঁ যদি। আৰু মই এটা মাত্ৰ প্ৰশ্ন কৰিম। তাৰ পাচত ঘৰলৈ যামগৈ। গুৱাহাটীখন ওঠৰশ পচপন্ন-ছাপন্ন চনত কেনে আছিল বাৰু ?

ঃ আপুনি মই কোৱা কথাবোৰ লিখি গৈছে যে? কিবা মতলব আছে নিশ্চয়?

ঃ ক্লাৱত বক্তৃতা দিব লাগিব পুৰণি দিনৰ গুৱাহাটীৰ ওপৰত। কওক। আপোনাক গুৰু বুলি মানিছোঁৱেই নহয়।

ঃ পুৰণি দিনৰ গুৱাহাটী মানে?

ঃ নগৰখনৰ যেতিয়া নতুন প্ৰতিষ্ঠা হৈছিল।

ঃ অৰ্থাৎ বৃটিছ আহি যেতিয়া নতুনকৈ টাউন কমিটি পাতিছিল সেই সময়ৰ গুৱাহাটী?

ঃ আপুনি ঠিক ধৰিব পাৰিছে। ধৰি লওঁক ওঠৰশ পচপন্নৰ পৰা ওঠৰশ ষাঠিচনৰ ভিতৰত। আচ্চা উত্তৰ গুৱাহাটী কেতিয়া এই গুৱাহাটীৰ পৰা বাদ পৰিছিল?

ঃ ওঠৰশ তিৰাশী চনত বোধকৰোঁ। মানে গুৱাহাটী নগৰত এতিয়া য'ত জেলখানা আছে তাৰ চাৰিওপিনে বাহনি আছিল। এই বাহনিয়ে এতিয়াৰ আৰ্য বিদ্যাপীঠ কলেজ য'ত, তাৰ হীৰাগাঁতা, ৰৌমাৰী বিল মানে য'ত এতিয়া ৰিহাবাৰীৰ বাণীকান্ত স্কুল অৱস্থিত। এই বিল খালবোৰ মাজত সুমাই এখন অটব্য অৰণ্য সজাই থৈছিল। এতিয়াৰ কুমাৰপাৰা, মাছখোৱা, ভৰলুপাৰ, কুকুৰমুতা অৰ্থাৎ চেনিকুঠি, হেদায়েতপুৰ, হেপিভিলা আদি গোটেইখন বাহনিৰে ভৰা। গুৱাহাটীৰ ঘাই আলিবাটটো আছিল লতাশিল বজাৰৰ পৰা দীঘলী পুখুৰীৰ পাৰ আৰু পশ্চিম পাৰেদি গৈ পানবজাৰ, ঢাকাপটীয়েদি সদৰ থানাৰ কাষেদি ফৌজদাৰ গাঁও, অৰ্থাৎ এতিয়া য'ত বৰগোলা, জেল কেদাৰ ৰোড আদি আছে, তাৰ পাচত কেঞ্চাপটীয়েদি মাছখোৱাৰ মাজেদি ভৰলু নদীলৈকে।

ঃ ৰাষ্টাটো পকা নে শিলগুটি দিয়া আছিল?

ঃ এটাও নহয়। কিয়নো প্ৰথম ৰাষ্টাটো পকা কৰা হৈছিল ওঠৰশ আশীচনতহে। গ্ৰেভেল ৰোডো ওঠৰশ বাষষ্টি চনৰ আগতে হোৱা নাছিল। কেঁচা ৰাষ্টা আছিল। এসময়ত সেই ৰাষ্টাইদি হাতী নিবলৈ নিষেধ কৰা হৈছিল। তদুপৰি গুৱাহাটীত পানীৰ

যোগান অব্যাহত কৰিবৰ কাৰণে পুখুৰী আছিল। দীঘলী পুখুৰী, কুকুৰ মুতাৰ পূৱপিনে নকোণীয়া পুখুৰী অৰ্থাৎ শিলপুখুৰী আগৰে পৰাই আছিল। উগ্ৰতাৰা পুখুৰীও, যিটো আজিকালি যোৰ পুখুৰী নামে জনাজাত, আগৰ পৰাই আছিল। কমাৰপট্টিৰ পুখুৰী, মাছখোৱাৰ মছজিদৰ পুখুৰী, কবৰস্থানৰ অৰ্থাৎ পানবজাৰৰ ক্লাই অভাৰৰ কাষৰ পুখুৰী, খাৰঘুলিৰ ওচৰত থকা পুখুৰী, ছত্ৰাকাৰৰ ওচৰত থকা বজাঘৰৰ পুখুৰী, নদীৰ পাৰত থকা হেৰিয়ট চাহাবৰ পুখুৰী, এতিয়াৰ এচ পি বঙলাৰ পুখুৰী সেইটো—এনেদৰে গুৱাহাটীৰ চাৰিও-পিনে পুখুৰীয়ে পুখুৰী। পল্টন বজাৰৰ পুখুৰীটোৰ কথাতো পাহৰি-ছোৱেই।

: আৰু খাল-বিলোতো আছিল?

: আছিল মানে? নগৰৰ ভিতৰতে লতাশিলৰ পৰা আৰম্ভ কৰি দক্ষিণে খিন্দাংপাৰা অৰ্থাৎ এতিয়াৰ আমবাৰী, বেলআলি পৰ্যন্ত, পূৱে কুকুৰমুতা সীমা কৰি পশ্চিমে দীঘলীপুখুৰীৰ পূৱ পাৰ পৰ্যন্ত এটা বিৰাট পিতনি আছিল। আবেলি তিনি মান বজাৰ পৰা শালিকা, বগলীৰ কিচিৰ মিচিৰ কোঢালত কাৰো মাত কোনেও নুশুনা অৱস্থা এটা হৈছিল। ইয়াৰ দক্ষিণলৈ আছিল চলাবিল, আৰু তাৰে দক্ষিণ পশ্চিমলৈ আছিল ধেমৰা বিল। উলুবাৰীৰ সেইখণ্ড আছিল ভৰলুৰ পাৰৰ কহুৱা, উলু আৰু টঙাবনেৰে ভৰা হাবি। উলুবাৰীৰ পূৱে আৰু শৰণীয়া পাহাৰৰ দক্ষিণে সেইখন আছিল দ পথাৰ, বাওতলী। সদৰ ঘাট, অৰ্থাৎ হেম গোস্বামীৰ ঘৰৰ সন্মুখৰ ব্ৰহ্মপুত্ৰ নদীৰ পাৰত, আগৰ ৰেডিঅ' ষ্টেচনৰ কাষৰ ঘাটটো, তাৰ পৰা পূবলৈ পোনে পোনে বিচ্চৰ ঘাটলৈ, বিচ্চৰ চাহাবৰ বঙলাটো বেলৱেই লৈছিল, নদীৰ পাৰেদি এটা আলিবাট হৈছিল। সেই আলিবাটৰ দক্ষিণে নদীৰ সমান্তৰালকৈ এটা দীঘল ডোবা। সেই ডোবা নদীৰ পাৰে পাৰে গৈ কেঞাপটীৰ উত্তৰে দি পথালিকৈ পূবফালে কিছুদূৰ গৈ ৰিহাবাৰীৰ পিনে বৌমাৰী বিলত মিলিছিল। দীঘলী পুখুৰী হাড়কটা বন, পুনিয়ে ঠিহিৰা মাৰি ধৰিছিল। দুয়ো পাৰে আছিল তৰা, নল, টঙাবনৰ

জাহনি। ব্ৰহ্মপুত্ৰৰ চৰ পাৰিলেই জাও আৰু কহুৱা আৰু পাৰটো অনবৰত জংঘল কৰি ৰাখিছিল ওখ বৰতা আৰু ইকৰানিয়ে। গুৱাহাটীৰ দক্ষিণ গড়াত, (আগেয়ে উত্তৰ গড়া, দৰ্ক্ষিণ গড়া বুলিছিল পাচতহে কূল হ'ল) শিমলুগছ নাছিল। আছিল প্ৰকাণ্ড জৰি আৰু আহত আৰু গুমগছ অৰ্থাৎ গম আঠা ওলোৱা গছ যাক চাহাব-বিলাকে ৰাবাৰ ট্ৰি বুলি কৈছিল। এই গুম গছ এতিয়াও দীঘলী পুখুৰীৰ পাৰত আৰু এচ পিৰ বঙলাৰ পুখুৰীটোৰ পাৰত আছে। আৰু খৈৰাগছো আছিল হেনো ফটাশিল আৰু দক্ষিণগাঁও পাহাৰত। এই দুয়োঠাইতে ওঠৰশ তেপন্ন চনত চাহখেতি কৰা হৈছিল।

ঃ খৈৰা গছ?

ঃ অঁ, তাৰ পৰাই পাণৰ লগত খোৱা খয়ৰ তৈয়াৰ কৰে। অত্যন্ত টান কাঠৰ গছ। শাল-সোনাৰুতকৈও টান। কামৰূপৰ চহকী-পৰিয়ালে আগৰদিনত খৈৰাৰ খুটাৰে ঘৰ সাজিছিল।

ঃ মই গছজোপা দেখানাই।

ঃ নেদেখেও আজিকালি। প্ৰায় নোহোৱাই হ'ল। ঠিক এই সময়ত গুৱাহাটী-কৰৰা গোৰেশ্বৰ—নাওকাটা ৰাষ্টাৰে শৰাইঘাট দলং পাৰ হৈ উনৈচ মাইল গ'লে ৰাষ্টাৰ পশ্চিম পিনে চাৰিপাঁচ জোপা এনে গছ দেখিব। কৃষ্ণচূড়াৰ দৰে সৰু সৰু পাত, কাইটীয়া আৰু গা গছৰ ছালবোৰ বগৰীৰ গা-গছৰ দৰে ফটা।

ঃ বাচ বাচ, বহুত হ'ল, মোৰ মূৰটোত গোলমাল লাগি গৈছে। মই এতিয়া যাওঁগৈ।

কথাযাৰ কৈয়ে তাৰ সহঁাৰিলৈ বাট নেচাই লৰালৰিকৈ ওলাই গৈছিল। চাৰে ন বাজিছিল তেতিয়া। সি তেওঁ যোৱাৰ পাচতহে ভাবিছিল যে, তেনেদৰে ৰাতি তেওঁক অকলে যাব দিয়াটো ভাল হোৱা নাছিল। অনুশোচনাত তাৰ মন ভাবাক্ৰান্ত হৈ পৰিছিল।

সেইদিনাও বিচ্চৰ ঘাটৰ আগত নদীৰ পাৰত বহি দুয়ো কথা পাতোতে বেচ ৰাতি হৈ গৈছিল। তাৰ হঠাৎ মনত পৰি গৈছিল দুদিনমানৰ আগতে তাৰ ঘৰৰ পৰা ৰাতি চাৰে ন মান বজাত তেওঁ

অকলে ঘূৰি অহাৰ কথাটো। তেওঁক তেনেকৈ আহিবলৈ দি যে তাৰ অনুশোচনাৰ অন্ত নোহোৱা হৈছিল। সি ৰাতি হোৱা দেখি বহাৰ পৰা উঠিল আৰু কলে—

: বলক, ৰাতি হ'ল। আপোনাক ঘৰত থৈ যাওঁগৈ। সেইদিনা ৰাতি চাৰে ন বজাত আপোনাক অকলে পঠাই দি মোৰ খুব বেয়া লাগিছিল।

: আপুনি আকৌ চিন্তা কৰে কিয়? গুৱাহাটীখন এতিয়াও ইমান অমানুষিক হৈ পৰা নাই। অৱশ্যে অলপতে এদিন মোৰ এটা নতুন অভিজ্ঞতা হ'ল।

সেইখিনিলৈকে কৈয়ে মাৰবিনা থমকি ৰৈছিল। তাৰ পাচত কি ভাবি জানো তাৰ আগত সমস্ত কথা খুলি কৈছিল।

ক্লাবত অটলৰ সতে সেইদিনাই মাৰবিনাই প্ৰথমবাৰৰ বাবে গৈছিল। অটলে তেওঁক লৈ গৈ ৰেষ্টোৰাঁৰ কোঠা এটাত সোমাইছিল। ক্লাবত বাৰ আছিল আৰু মটেলৰ দৰে ৰাতি থকাৰ ব্যৱস্থাও আছিল। তেওঁ এই পিচৰ ব্যৱস্থাটোৰ বিষয়ে জনা নাছিল। অটলে কোঠাটোত টেবুলৰ আনটো ফালে তেওঁৰ মুখামুখিকৈ বহি লৈ মদৰ অৰ্ডাৰ দিলে। তেওঁকো খাবলৈ জোৰ কৰিছিল, কিন্তু তেওঁ নাখায় বুলি কোৱাত কোল্ড চফ্‌ট্‌ ড্ৰিংকচ্‌ এটা খাবলৈ দিলে।

কিছুমান যে মানুহ আছে, গেলা মদাহী, দূৰত বটলৰ সোপাটো খুলিলেই নিচাত বলিয়া হৈ যায়, অটলো তেনে ধৰণৰ মদাহী। দুই পেগ খোৱাৰ পাচতে সি সাংঘাতিক কাণ্ড এটা কৰিলে। মাৰবিনাক জোৰ কৰি তাৰ শোৱা কোঠালৈ লৈ যোৱাৰ যত্ন কৰিলে। মাৰবিনাই প্ৰথমতে নিছক মাতলামি বুলি ভাবিছিল। কিন্তু যেতিয়া সি টেবুল-চকী বগৰাই তেওঁক টানি উলিয়াই লৈ আহিল তেতিয়াহে তেওঁ তাৰ আচল মতলবটো বুজিলে। মাৰবিনাই তাৰ হাত এৰাবৰ কাৰণে চেষ্টা কৰিলে আৰু জোটাপুটিত সি বাগৰি পৰিল। সেই ছেগতে তেওঁ ক্লাবৰ পৰা ওলাই আহিছিল।

ক্লাবত আন মানুহ আছিল। তাচ খেলিছিল, কিছুমানে দবা খেলিছিল,

কিছুমানে মদ খাইছিল কিন্তু অটলৰ ইমান উন্মত্তালি দেখাৰ পাচতো, তেওঁৰ অসহায় অৱস্থাটো দেখিও কোনো এজনেও হস্তক্ষেপ কৰিবলৈ আগবাঢ়ি অহা নাছিল। আটায়ে চকুত চমকলগা পশুৰ দৰে ভেবা লাগি চাই আছিল।

অটলে সেই-সময়তে এটা ডাঙৰ ভুল কৰিলে। মাৰবিনা-ওলাই যোৱাৰ পাচত সিও বাহিৰলৈ ওলাই আহিল। ক্লাবৰ দৰে ধনী-বিলাসীৰ আড্ডাৰ ওচৰে পাজৰে বিদ্বেষী ছল চাই ফুৰোঁতা দুই এজন থাকেই। সেই সময়তো আছিল। সিহঁতবে তিনিটামানে অটলক ধৰি অসমীয়া ছোৱালীৰ ইজ্জত নষ্ট কৰিবলৈ চেষ্টা কৰাৰ অপৰাধত ভালদৰে পিতিলে।

তাৰ পাচত অটলে তেওঁক বিচাৰি ফুৰিছে, আনহাতে তেওঁ অটলক এৰাই ফুৰিছে। সেইবাবেই সেইদিনা তাৰ ঘৰৰ তলাটো তেওঁ বাহিৰৰ পৰা বন্ধ কৰি থৈছিল।

। মই নো দেখিবলৈ ইমান ধুনীযানে অটল যে এনেদৰে উত্তেজিত হৈ পৰিছিল?

মৃদু এটা হাঁহিৰ শব্দ কৰি কাহিনীটো কোৱাৰ শেষত মাৰবিনাই এই মন্তব্যষাৰ দিছিল। সি অৱশ্যে উত্তৰত কি কব ভাবি নোপোৱাত বিমূঢ় হৈ পৰিছিল। শেষত সি কেৱল কলে—

: আহক যাওঁগৈ, ৰাতি হ'ল।

সি তলে তলে উত্তেজিতও হৈ পৰিছিল অটলৰ কথা ভাবি। মাৰবিনাই কিন্তু তেওঁৰ কথাষাৰ পাহৰি যোৱা নাছিল। তেওঁ পুনৰ কলে—

: আপুনি দেখোন মোৰ প্ৰশ্নৰ উত্তৰ নিদিলে?

: সকলো প্ৰশ্নৰে উত্তৰ দিব পৰাকৈ মগজু থকাহেঁতেন মই দেখোন ৰাজনৈতিক নেতাই হলোঁহেঁতেন।

: উত্তৰ দিবলৈ মন নোযোৱা প্ৰশ্ন এৰাই যোৱাৰ যি কৌশল আপুনি জানে, আপুনিতো নেতাৰ বাপেক হৈ বহি আছে।

: বাজে কথা বাদ দিয়ক, বলক। বহু ৰাতি হ'ল।

: হওক মোৰ কি? আপুনি আছে যেতিয়া মোৰ কিহৰ চিন্তা?

ঃ চিন্তা আপোনাৰতো নহয়েই, চিন্তা মোৰহে। আৰু সেই-বাবেইতো মই আপোনাক আহিবলৈ অনুৰোধ কৰিছোঁ। আহক। সঁচাকৈ বহু দেৰি হৈ গ'ল। আপোনাৰ ঘৰত চাগে' চিন্তা কৰিছে। তেওঁ নিৰৱে উঠি আহিছিল। দুয়ো বাটত এষাৰো কথা কোৱা নাছিল। মাৰবিনাই কি কথা ভাবিছিল সি নাজানিছিল, সি হলে ভাবিছিল মাৰবিনাৰ কথা, অটলে দুৰ্ব্যৱহাৰ কৰা কাহিনীটোৰ কথা। সি সন্তৰ্পণে মাজে মাজে মাৰবিনালৈ চাইছিল। ইয়াৰ আগতে মাৰবিনাক কোনোদিন সি ইমান ধুনীয়া দেখা নাছিল।

তেওঁলোকৰ ঘৰলৈ যোৱা গলিটোৰে সি আগবঢাই দিব খুজিছিল। মাৰবিনাই অৱশ্যে নালাগে বুলি চমুকৈ কৈ তাক কোনো ধৰণৰ অনুযোগৰ সুবিধা নিদিয়াকৈ গলিটোত সোমাই অদৃশ্য হৈ পৰিল।

গলিটোত অদৃশ্য হৈ যোৱা ল'ৰাজনক কিন্তু সি ভালদৰে চিনিছিল। এদিন এখন ৰেষ্টোৰ'াৰ আগত সি তাক মৰামৰি কৰা ল'ৰা তিনিটাক পিটা দেখিছিল। সেইদিনা মাৰবিনাও আছিল তাৰ লগত। দেখাত খীন-মীন অথচ মাৰামাৰিত ওস্তাদ সেই ল'ৰাজন। মাৰবিনাই তাক দেখিও নেদেখা ভাও ধৰিছিল।

সি সেইদিনা গলিটোত সোমাইছিল মাৰবিনাক বিচাৰি। সি পাচদিনা বশিষ্ঠ আৰু খান্দাজানলৈ যোৱাৰ আচনি কৰিছে। সুনীলৰ গাড়ীখন লৈছে। মাৰবিনাকো লৈ যাব বিচাৰিছে সি। তাকে খবৰটো দিবলৈ বুলি মাৰবিনাৰ ঘৰ বিচাৰি আহিছিল সি। আৰু কথা এটা জানিবলৈ আহিছিল সি। শিখাৰ ঘৰ ক'ত সি নাজানে। পাৰিলে শিখাকো লৈ যাবৰ মন আছে তাৰ।

সি অৱশ্যে বেচি দূৰ যাব লগীয়া নহ'ল। গলিটো ঠেক নাছিল। সন্মুখত যেনে দেখি তেনে নহয়। ভিতৰৰ আলিবাটটো বেচ আহল বহল। এইবোৰ ঠাইত ভিতৰে ভিতৰে বহুত নতুন ঘৰ হৈছে, বহুত নতুন আলিবাট হৈছে। এই আলিবাটটোৰ দুয়োপিনে আৰু দুটা অলপ ঠেক ৰাস্তা সোমাই গৈছে। তাৰে এটাত সেই ক্ষীন মীন ল'ৰাটো অদৃশ্য হৈছিল আৰু অলপ পাচতে সেই ঠেক আলিটোৰ পৰাই মাৰবিনা ওলাই আহিল।

: চৌধুৰী, কেনি যায়?

: আপোনাকে বিচাৰি আহিলোঁ।

: মই আকৌ এপিনে যাম বুলি ওলাই আহিলোঁ।

: আহক তেনেহলে।

দুয়ো কথাপাতি গলিটোৰ পৰা ওলাই আহিছিল। সি কৈছিল কিদৰে গুৱাহাটীখনৰ উনৈচশ বাসত্তৰ চনৰ পৰা এক আমূল পৰিৱৰ্তন

হৈছে। মানুহৰ মনোভাৱ, গুৱাহাটীৰ ঘৰ-দুৱাৰ, আলি-পদূলি সকলোতে আগৰ সংৰক্ষণশীলতা নোহোৱা হৈ পৰিছে।

: আপোনালোকৰ এই ৰাস্তাটোকে ধৰক। দহোটা বছৰতে কি আমূল পৰিৱৰ্তন! আচ্ছা, আপোনালোকৰ ঘৰটো ঠিক কোন-খিনিত বাৰু?

: মই যে গুলাই আহিছিলোঁ, সেই ৰাস্তাৰে সোমাই গ'লেই পাব। অলপ দূৰ গৈয়ে যোৱাৰ সোঁপিনে ভগ্নাৱশেষৰ দৰে এটা ঘৰ দেখিব, যেন কেইদিনমানৰ আগতে ধুমুহাই ভাঙি থৈ গৈছে। সেই খেৰী, ঘৰ যেন নলগা ঘৰটোৱেই আমাৰ ঘৰ। এদিন আহিব, ইয়েৰ' ভিজিট কৰি যাবহি। আপুনি এতিয়া কেনি যায় বাৰু?

: ঘৰলৈকে উভতিম।

: মোৰো দেখিছোঁ কোৰাম নহব। সৌৱা তাই অকলেহে আহিছে।

মাৰবিনাই চোৱাৰ পিনে সি ঘূৰি চাই দেখিলে এজনী চিলোৱাৰ পিন্ধা গাভৰু ছোৱালী। চাপৰ। কিন্তু সুগঠী। মাৰবিনাই ছোৱালীজনী অলপ আঁতৰত থাকোতে তাক নিম্ন স্বৰত কলে—

: গুৱাহাটীৰ আৰু এটা চেঞ্জ চাবদেই! এইবাৰ অসমীয়া ভাষাত।

সি পকা জুৱাৰীৰ দৰে মুখত কোনোধৰণৰ পৰিৱৰ্তন ননাকৈ তেওঁৰ কথাবাৰ শুনি থলে। মাৰবিনাই ছোৱালীজনী কাষ চাপি অহাত কলে—

: হেলো আনিতা, অকলে চোন।

: য়েপ্, এম্ এলোন, অকলে আহিলোঁ। চাংগিতাৰ নো পাত্তা। আই ৱজ্ ওৱেটিং এণ্ড ওৱেটিং চিঞ্চ্ এইটো ক্লক্।

: আজি তেনেহলে কেঞ্চেল কৰো দিয়া।

: ইট শ্যুট্চ্ মী, দেদিও নাই ঘৰত, মামী একদম অকলে আছে। ইফ্ ইউ দোণ্ট্ মাইণ্ড লেট্চ ক্যাঞ্চেল্।

অনীতা গুচি যোৱাৰ পাচত সি কৌতুহলী হৈ সুধিলে—

: আপুনি আপোনাৰ আনিতাৰ লগত পৰিচয় কৰাই নিদিলে কেলেই ?

: আনিতা নহয় আনী-ঈ-ঈ-তা। আপোনাক পৰিচয় কৰাই দিয়াটো আজি কালিৰ ষ্টাইল নহয়। মানুহক গুৰুত্ব দিয়া, সন্মান দিয়া সেইবোৰ অপ্ৰচলিত ৰীতি। আমাৰ মাজত যে কাৰোবাৰ গাত আন এজনৰ ভৰি লাগিলেই ভগবানৰ নাম লৈ মূৰলৈ হাত তুলি ভৰি লগোৱাজনে ক্ষমা প্ৰাৰ্থনা কৰি সেৱা জনাইছিল, সেই পুৰণি অসমীয়া ৰীতিবোৰ আজি কালিৰ সমাজত একেবাৰে অচল। আজিৰ সমাজত তুৰুপৰ তাচপাত যাৰ হাতত থাকে সিহে গুৰুত্ব বা সন্মান পাবৰ যোগ্য।

: বুজিলোঁ বাৰু। পিচে আপুনি কি কৰে এতিয়া, কোৰাম যেতিয়া নহলেই।

: আপোনাকে বোৰ কৰোগৈ। বলক। আচ্চা এই কোৰাম শব্দটো বাৰু আমাৰ ইয়ালৈ কেতিয়া প্ৰথমে আহিছিল ? সি চিন্তা কৰি মনত পেলাবলৈ যত্ন কৰিলে। সি এই শব্দটো এঠাইত পোৱা বুলি মনত পৰিছিল তাৰ , কিন্তু ক'ত কেতিয়া সেই কথাহুটাহে মনত পৰা নাই।

: উঁ, মনত পৰিছে। ওঠৰশ আঠসত্তৰ চনত। যেতিয়া গুৱাহাটী প্ৰথম শ্ৰেণীৰ মিউনিপালিটি হৈছিল। সেই মিউনিচিপালিটিৰে এখন সভাত কিছুমান গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱাৰ কথা আছিল। কিন্তু কমিছনাৰ মেকৃলয়দ চাহাবে আপত্তি কৰি কৈছিল যে, কোনো সিদ্ধান্তই লবপৰা নহব, কিয়নো সভাখনত 'কোৰাম' হোৱা নাই। ২৬ নৱেম্বৰৰ দিনা বহিছিল বোধকৰোঁ সেই সভাখন।

: আপুনি গুৱাহাটীৰ ইমানবোৰ কথা জানে ?

সিইঁত দুয়ো তাৰ ঘৰৰ পিনেই গৈ আছিল। কিন্তু সি ভাবিলে যে, নিৰৰ্থক গল্প কৰি সময়খিনি নষ্ট কৰাতকৈ ৰামপাল দীঘিৰ সেইপিনে এপাক গৈ ঠাইবোৰ চাই আহিবই পাৰেচোন। সি ইতস্ততঃ কৰি কলে—

: এতিয়া ঘৰৰ ভিতৰত বহি বহি কিটো কৰিব ? তাতকৈ বলক ৰামপাল দীঘিৰ সেই পিনেই যাওঁ।

: ৰামপাল দীঘি আকৌ কোনটো ? গড় নে খাৱৈ ?

: কিয় কমার্চ কলেজৰ সেই পুখুৰীটো ? তাক শৰণীয়া, বামুনী মৈদাম, চাহাব খাত, জাপৰিগোগ আদিৰ পুৰণি মানুহে ৰামপাল দীঘি বুলিহে জানে ?

: কিবা ঐতিহাসিক তথ্য আছে নিশ্চয় ?

: থাকিব হয়তো। কোনোবা ৰামপাল ৰজাই খনোৱা বুলি কয়। কোনোৱে আকৌ অম্বৰৰ ৰজা ৰামসিংই খনোৱা বুলি কয়। সঠিক ভাৱে কোনেও কব নোৱাৰে। তাৰ দক্ষিণ পাৰে আছিল জেনকিন্স্ চাহাবৰ পাম।

: অঁ, সেইবাবেই বোধ কৰোঁ জু-নাৰেংগী চকটোৰ পৰা পূবলৈ গ'লে বাওপিনে প্ৰথমে যি টিলাটো পায় তাক চাহাব খাত বুলি কৈছিল।

: আচলতে এতিয়াৰ হাতীগড, নাৰিকল বস্তী, গীতানগৰ এই গোটেই অঞ্চলটোকে চাহাবখাত বুলি কৈছিল আগতে। এই অঞ্চলটোত আগেয়ে শৰণীযা, কছাৰী আৰু কাৰ্বিলোকৰ বসতি আছিল। ইয়াৰে কাৰ্বিলোকৰ বসতি থকা টিলা এটা আজি কিছু বছৰৰ আগতে চৰকাৰৰ সহায়ত দক্ষিণপাট সত্ৰই অধিকাৰ কৰে।

: সঁচা ? কাৰ্বিলোক সকলৰ কি হ'ল ?

: কৰবালৈ উঠি গ'ল , হয়তো ওচৰৰে আন কোনোবা অৰণ্য-পৰিণদ্ধ টিলালৈ , নতুবা দূৰৰ বেৰা মহেশ্বৰ, দপটা মিতনি আদি অঞ্চললৈ। আগতে আচৰিত কথা কেতবোৰ আছিল।

: যেনে ?

: ধৰি লওঁক আপোনাৰ লাট মণ্ডলৰ সতে কাজিয়া। লাট মণ্ডলে তাৰ প্ৰতিশোধ লবলৈ কি কৰিব জানে ? আপোনাৰ নামত মাটি কিছুমানৰ নামজাৰি কৰাই দিব। যাতে আপুনি বছৰি খাজানা ভৰিবলগীয়া হয়।

: বাঃ, এতিয়া তেনে এজন মণ্ডল পাব লাগিছিল। মইতো তাক প্ৰথম সাক্ষাততে প্ৰকাশ্য ৰাজপথত অপমান কৰিলোঁহেঁতেন যাতে সি মোৰ ওপৰত বেচি খং কৰি বেচিকৈ মাটি লিখাই দিয়ে।

: এতিয়া মাটিৰ মূল্য মানুহৰ সন্মানৰ মূল্যতকৈ বহুগুণে বেচি। অ মই কি কবলৈ গৈছিলোঁ। সেই কাৰ্বিসকলৰ কথা। আচলতে সেই লোকসকলে জিলালৈ গৈ মাটিৰ পট্টা লোৱা, খাজানা দিয়া এনেবোৰ জঞ্জাল বৰ বেয়া পাইছিল। গতিকে মাটি, হয় এনেয়ে খাচ মাটি দখল-ভোগ কৰিছিল, নহয় নিজে ভঙা মাটিবোৰ আনক পট্টা কৰি লবলৈ সুযোগ দি নিজে তাৰ ৰায়ত হিচাপে ভোগ দখল কৰিছিল। গুৱাহাটীৰ পৰিপাৰ্শ্বৰ প্ৰায়বোৰ মাটিৰে সেই ধৰণৰ কাহিনী আছে। অৱশ্যে পাচলৈ সেইসকল লোকৰ মনোভাবৰ পৰিৱৰ্তন যে হোৱা নাছিল এনে নহয়। হৈছিল। এই কাৰ্বিসকলেও মাটিখিনিৰ পৰা উচ্ছেদ হোৱাৰ বিৰুদ্ধে যুঁজ দিছিল। কিন্তু হাৰিছিল।

মাৰবিনাই তাৰ খোজত খোজ মিলাবলৈ বেগাই খোজ দিছিল। বোধ কৰোঁ অলপ আমনি পাইছিল। তেওঁ ৰহস্য কৰি কলে—

: আমি কৰবাত গাড়ী ধৰিবলৈ গৈ আছোঁ নেকি? সোনকালে নগলে আমি যেনিবা গাড়ীহে ফেল কৰিম!

সি হাঁহি খোজ ঢিলাই দিলে। দুয়ো তেতিয়া পেঞ্চিন পাবাৰ মাজ পাইছিল। তেওঁ এজোপা গছৰ তলত বৈ গ'ল। তেওঁ নৱগ্ৰহ পাহাৰৰ পিনে দেখুৱাই কলে—

: পাহাৰৰ কাষেদি সেয়া বাৰু পেঞ্চিনপাবা, তাৰ পূৱলৈ কি?

: চান্দমাৰী। তাৰ পূৱে বামুনী মৈদাম, তাৰ পূৱে নুনমাটি। ডেভিদ স্কট চাহাবে য'ত চিকাৰ কৰিছিল। তাৰ লুনীয়া মাটি খাবলৈ পাহাৰৰ পৰা হেনো দলে দলে পহু নামিছিল। হাতীও নামিছিল। আৰু নামিছিল জাকে জাকে সেউজীয়া কপৌ।

: হাইঠা?

: নহয়। কপৌ।

: এমাৰেল্ড ডাভ ?

: নহয়, গ্রীন ডাভ, জাককৈবাকৈ থাকে। এমাৰেল্ড ডাভ লো অলটিচিউদৰ চৰাই, যোৰ যোৰকৈ থাকে।

: আচ্ছা, এইখিনিতে হেনো এখন মদৰ দোকান আছিল? স্থনমাটি বাষ্টা আৰু ৰেল আলিৰ মাজত ?

: সেইটো কুৰি শতিকাৰ কথা। কিয়নো পেঞ্চিনপাৰা, উলুবাৰী আদি অঞ্চল গুৱাহাটী নগৰৰ অন্তৰ্ভুক্ত হৈছিল ওঠৰশ নিৰানব্বৈ চনতহে। জুন মাহৰ একৈচ তাৰিখে এই সম্বন্ধে পৌৰ সভাই প্রস্তাৱ মঞ্জুৰ কৰিছিল। তাৰ পাচতহে দোকান খোলা হৈছিল। ওঠৰশ ষাঠিচনত হৰকান্ত বৰুৱা, কীৰ্ত্তিনাথ গোহাঞি আৰু দেবীচৰণ মহৰীয়ে যেতিয়া গুৱাহাটী অঞ্চলত প্ৰথম ভূমি বন্দোৱস্তি কৰে সেই সময়ত ইয়াত মদৰ দোকান নাছিল।

: কানিৰ দোকানো আছিল হেনো গুৱাহাটীত ?

: সোতৰশ তিৰানব্বৈ চনত ৰজা গৌৰীনাথ সিংহই বেলতলাত কানিৰ খেতি কৰাইছিল। তেওঁৰ দিনতে অহা দাক্ষিণাত্যৰ পিনৰ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীযেও কামাখ্যাত অলপ মাটিত কানিৰ খেতি কৰাইছিল। ওঠৰশ চল্লিচ চনত এই কানিখেতিয়ে ইংৰাজসকলৰ মনোযোগ আকৰ্ষণ কৰিছিল। প্রথমতে তেওঁলোকে হস্তক্ষেপ নকৰাটোকে স্থিৰ কৰিছিল। কিন্তু তাৰ বাৰ বছৰৰ পাচত মিলছ্ চাহাব যেতিয়া অসমৰ পিনে আহে তেওঁ হস্তক্ষেপ কৰাটো লাভজনক হব বুলি অভিমত দিলে। ওঠৰশ ষাঠিচনত বংগ চৰকাৰে, তেতিয়া সেই চৰকাৰেই অসমৰ ভাগ্য বিধাতা আছিল, ব্যক্তিগতভাৱে পপিগছ অৰ্থাৎ কানি বা আফিঙৰ গছৰ খেতি কৰাটো নিষিদ্ধ কৰি কানিৰ ওপৰত কৰ লগোৱাৰ সিদ্ধান্ত ল'লে। ওঠৰশ চৌষষ্টি চনৰ ফুলগুৰিৰ ধেৱা নামে প্ৰসিদ্ধ সেই ঘটনাটোৰ কথা জানেই নহয় ?

: জানো। কিন্তু আগেয়েতো চৰ ডাঙৰ ডাঙৰ মানুহবিলাকে কানি খাইছিল ? হলিৰাম ঢেকিয়াল ফুকনো কানিয়া আছিল ?

: নিজৰ ব্যৱসায়িক লাভৰ বাবে ইংৰাজে কানি-সেৱনক এটা

ষ্টেটাচ চিম্বলৰ দৰে কৰি তুলিছিল, অৱশ্যে চৰবে কাৰণে নহয়। আমাৰ দেশী মানুহখিনিৰ কাৰণে।

: অ' এইয়া আপোনাৰ কি দীঘি?

: ৰামপাল দীঘি। পশ্চিমে সেই আলিটো আছিল গড। নৱগ্ৰহ পাহাৰৰ পৰা নৰকাসুৰ পাহাৰলৈকে। লাচিত ফুকনৰ দিনত সজোৱা। পূৱফালে সৌ ওখ টিঙটো যে সেইটোৱেই বন্দা পাহাৰৰ বুঢ়াগোসাই টিঙ্। তাৰ তলতে নদীৰ পিনে আছিল জয়ন্তুৰাৰ চকী।

: আৰু চাহাব টিলা হ'ল সৌটো।

: ঠিক ধৰিছে আপুনি। আন চাহাববোৰে গুৱাহাটী বেয়া পাইছিল। জেনকিঞ্চে আকৌ গুৱাহাটীৰ প্ৰেমত পৰিছিল। ওঠৰশ একষষ্টি চনত চাকৰিৰ পৰা অৱসৰ পাই তেওঁ গুৱাহাটীৰ এই ঠাইতে ঘৰবাৰী কৰি থাকি গৈছিল। তেওঁ এইঠাইতে ওঠৰশ ছয়ষষ্টি চনৰ আঠাইশ আগষ্ট মঙলবাৰৰ দিনা দেহত্যাগ কৰে।

: মই কৰবাত পাইছোঁ, তেওঁৰ বাৰীত আম-জামু খাবলৈ স্কুলীয়া ল'ৰা আনন্দৰাম বৰুৱা, জালনুৰ আলি, ফটিক বৰুৱা এনেদৰে জাকে জাকে আহিছিল। চাহাবৰ নিৰ্দেশমতে চকীদাৰ নিত্যানন্দ আৰু হনুমান সিঙে ল'ৰাহঁতক আম পাৰি খুৱাই পঠাইছিল।

সি তেওঁৰ কথাৰ প্ৰতি ভালদৰে মনোযোগ দিব পৰা নাছিল। কিয়নো সি এডোখৰ নিভৃত ঠাই বিচাৰি চাৰিওপিনে চাইছিল। অকণ ছাঁত বহি দুয়ো একান্তভাৱে কথা পাতিব পৰা অকণ ঠাই।

: চকচোন গুৱাহাটীখন কি হৈ গ'ল? আৰু কেইটামান বছৰৰ পাচত হয়তো মানুহ অকণ সময় থিয়দি জিৰাই লবলৈকো জেগা নাপাব। চকচোন কৰবাত অকণ খালী ঠাই দেখিছেনে য'ত অকণ শান্তিৰে বহি দুই চাৰিটা কথা পাতিব পাৰি?

তেওঁ একো মন্তব্য নিদিলে। দুয়ো নিৰৱে গৈ থাকিল। অকণ আগলৈ গৈয়ে দুয়ো বাওফালে ঘূৰি টিলা এটা পাৰ হৈ বেলৰ কলনিৰ সীমাত সোমাই পৰিল। আৰু কিছুদূৰ গৈয়ে এটা মন্দিৰৰ চৌহদত

সোমাই পৰিল। ঠাইখন নিজম পৰি আছিল। দুয়ো খোলা পথাৰ এডৰাৰ মাজত এজোপা গছৰ ছাঁত বহি লৈছিল। দুয়ো কথা পাতিছিল, আৰু কথাই কথাই এসময়ত জেনকিঞ্চ্ চাহাবৰ কথা ওলালত তেওঁ কলে—

: আপুনি যে কলে জেনকিঞ্চ্ গুৱাহাটীৰ প্ৰেমত পৰিছিল, সেইটো মিছা কথা। ইংৰাজ লালস হে প্ৰেমী নহয়। এবাৰ, এইটো কুৰি শতিকাৰ কথা, বেন্টিংক চাহাব আছিল গুৱাহাটীৰ ডেপুটী কমিছনাৰ। গুৱাহাটীৰ পূৱে আমচাং বাগিছাৰ সেই সময়ত মালিক আছিল মিষ্টাৰ হোৱাইত। হোৱাইতৰ পৰিবাৰ মিচেচ হোৱাইত আছিল অপূৰ্ব সুন্দৰী। বেন্টিংক্ চাহাব মিচেচ হোৱাইতৰ প্ৰেমত পৰিল। হোৱাইতে হয়তো ভালেই পাইছিল। বেন্টিংকৰ দৰে ক্ষমতাশালী বিষয়া এজন হাতত থাকিলে ব্যৱসায়ত প্ৰভুতভাৱে সহায় হয়। গতিকে তেওঁ জানিছিল যদিও তেওঁৰ পবিবাৰ আৰু বেন্টিংকৰ মিলামিচাত কোনো হকাবধা কৰা নাছিল।

এদিন মিষ্টাৰ হোৱাইত মৰি থাকিল। তেওঁলোকৰ প্ৰেম এইবাৰ অৰ্গলমুক্ত হৈ পৰিল। বেন্টিংকে আমাচাং বাগিছাকে দ্বিতীয় ঘৰ কৰি লৈছিল। পিচে এদিন ঘোঁৰাৰ পৰা পৰি মিচেচ হোৱাইতো মৰি থাকিল।

বেন্টিংকে নিঃসংকোচে আমচাং ৱাগিছা সহ হোৱাইত পৰিয়ালৰ সমস্ত সম্পত্তি নিজৰ নামে কৰি ল'লে আৰু দেশলৈ যোবাৰ আগে আগে ভাড়ুৰীইঁতক তিনি লক্ষ টকাত বিক্ৰী কৰি দিলে।

কাহিনীটো কৈয়ে তেওঁৰ হঠাৎ কি মন গ'ল নিজৰ বাও হাত প্ৰসাৰিত কৰি তাৰ সম্মুখত ধৰি কলে—

: বাদ দিয়ক জেনকিঞ্চ, বেন্টিংকহঁতৰ কথা। সিহঁত আছিল বেপাৰী ইংৰাজ। সিহঁতৰ চব কথাই সহজে বিক্ৰীত হয়। মোৰ হাতখন চাই দিয়ক চোন। কোনোদিন ভাগ্যৰ বিষয়ে ভবা নাছিলোঁ, আজি এই মুহূৰ্ত্তত দেখোন ভাবিবলৈ মন গৈছে। ধৰক না হাতটো। মাৰবিনাই একৰকম জোৰ কৰি নিজৰ বাওহাতটো তাৰ হাতৰ মাজত

শুধাই দিছিল। সি সহজভাৱেই কৈছিল যে সি হাত চাব নাজানে। আৰু আলফুলকৈ তেওঁৰ হাতটো আঁতৰাই দিছিল। তেওঁ হঠাৎ বহাৰ পৰা উঠিল আৰু যাবলৈ সাজু হ'ল। সি কলে—

: বহক, আৰু অলপ সময়ৰ কাৰণে। গছৰ ছাঁত বেচ ভাল লাগিছে। আৰু ইয়াত হুলস্থুলো নাই। এনে ঠাই আজিকালিৰ গুৱাহাটীত সঁচাকৈ বিৰল।

মাৰবিনাৰ জানো হঠাৎ কি হৈ গ'ল তাক আৰু একোকে নকলে, মাত্র নিৰৱে মন্দিৰৰ চৌহদৰপৰা ওলাই আহিল। তেওঁৰ কাণ্ড দেখি বিমূঢ়ৰ দৰে অলপ পাচতে সিও ওলাই আহিল। তাৰ কিবা এটা ভয়ো হ'ল মাৰবিনাক হকা বধা কৰিবলৈ বা কিবা এবাৰ কৈ তেওঁৰ হঠাতে কি হ'ল জানি লবলৈ। আহি যেতিয়া মুনমাটি ৰাষ্টা পালেহি, ৰাষ্টাৰ বিভিন্ন যান-বাহনৰ হট্টগোল, পথচাৰীৰ ভিৰ, অলেখ ব্যস্ত মানুহৰ কলৰোলে হঠাতে তাৰ চেতনাক আন এখন জগতলৈ লৈ আহিছিল।

: বুজিছে ইয়াৰ পৰা অলপ পূৱলৈ গ'লেই সোপিনে গুৱাহাটীৰ কোনোবা লাহিড়ী পৰিয়ালৰ এখন ফুলৰ বাগিছা আছিল।

মাৰবিনাৰ কথাষাৰ শুনি সি অবাক বিস্ময়ত তেওঁৰ পিনে চালে। এই ভিৰ, হট্টগোল, হৈ হল্লাৰ মাজত অলপ আগলৈকে আচহুৱা যেন লগা ছোৱালীজনী যে হঠাৎ ইমান স্বাভাবিক হৈ পৰিব সি ভাবিবই পৰা নাছিল। সি অৱশ্যে বিস্ময় প্ৰকাশ নকৰাকৈ স্বাভাৱিক হবৰ যত্ন কৰি সুধিলে—

: কোন লাহিড়ী বুলিলে?

: সঠিক নাজানো। হয়তো ললীতমোহন লাহিড়ীৰেই হব। তেওঁহে বৰ চৌখীন লোক আছিল। লাহিড়ীৰ মাজত।

: কোনবাৰু এই লাহিড়ীজন?

: কম বলক, আগেয়ে আপোনাৰ ঘৰ পাওঁগৈ।

দুয়ো এখন বিস্ৰান্ত বহি ল'লে। ব'দৰ কাৰণে ছুদখন তুলি দিছিল।



১৭

সি তেওঁৰ কাষত সংযত হৈ বহি ল'লে। বিস্নাখন চলাৰ লগে লগে মাৰবিনা মুখৰ হৈ পৰিল।

: বাপ্‌ৰে এতিয়াহে জীৱনটোৱে শান্তি পাইছে। নিজমতা মই যে ইমান বেয়া পাওঁ। কোনোবাই টেটুত চেপি ধৰা যেন লাগে। সি মনে মনে তেওঁৰ কথাকে ভাবিছিল। ৰহস্যময় যেন লাগিছিল মাৰবিনাক। নিশ্চয় জীৱনৰ এক পৰম ৰহস্য নিজৰ মনতে গোপনে ৰাখিবলৈ বাধ্য হৈছে তেওঁ। যিটোৰ বিষয়ে আজি পৰ্যন্ত তেওঁ মুখ খুলি কাকো কব পৰা নাই। অথচ যিটোৰ জ্বালাত দিনে দিনে তেওঁৰ হৃদয়, তেওঁৰ সমস্ত চেতনা দহি পুৰি শেষ হোৱাৰ উপক্ৰম হৈছে। সি শান্তভাৱে কলে—

: মই আপোনাক আচল কথাটোকে কোৱা নাই।

: কওক কি কথা।

: কালিলৈ এটা প্ৰোগ্ৰাম কৰিছিলোঁ, খান্দাজান, বশিষ্ঠ এনেদৰে গুৱাহাটীৰ আউট স্কাৰ্ট্‌চৰ ঠাই কেইখনমান চাবলৈ যাব খুজিছিলোঁ। লগত আপুনিও যোৱাহেঁতেন মই উপকৃত হলোহেঁতেন।

: মইতো যাব নোৱাৰিম, আপুনি শিখাদিক লৈ যাওক। বলক তেওঁলোকৰ ঘৰলৈকে যাওঁ। মোৰ কাম নথকা হলে গলোঁহেঁতেন নিশ্চয়। অৱশ্যে শিখাদিয়ে মোতকৈও বেচি সহায় কৰিব পাৰিব। বলক। তেওঁৰ তালৈকেই যাওঁ।

দুয়ো তাৰ ঘৰৰ পিনে সোমাই যোৱা ৰাস্তাটো এৰি আগলৈ গৈ থাকিল। তাৰ সন্দেহ হ'ল, শিখাই বা মনত কিদৰে লয় তাৰ প্ৰস্তাৱটোৰ কথা। এদিনৰ মাত্ৰ চিনাকি। আৰু যাবও লাগিব অকলে তাৰ লগত। তথাপি মাৰবিনাৰ ওপৰতে ভৰসা কৰি গৈ থাকিল।

যাবলগীয়া অৱশ্যে নহ'ল। শিখাক পানবজাৰতে লগ পালে। এখন কিতাপৰ দোকানৰপৰা ওলাই আহোঁতেই মাৰবিনাক বিক্সাত দেখিলে। মাৰবিনাও দেখা পালে। বিক্সা ৰখাই তেওঁ নামি গৈ শিখাক ৰাষ্টাৰ ওপৰতে সাবটি ধৰিলে—

: শিখাদি, আপুনি বহুদিন জীৱ দেই।

: কিয় ? মই কি অপৰাধ কৰিলোঁ, ইমান ডাঙৰ অভিশাপটো যে দিলা ?

: আপোনাৰ তালৈকেই আহিছিলোঁ। এখেতকতো চিনি পায়েই, প্ৰফেচাৰ চৌধুৰী।

: চিনো মই তেখেতক। এদিন ভুৱনেশ্বৰীৰ পিকনিকত লগ পাইছিলোঁ।

শিখাৰ নিৰুত্তাপ কথাষাৰ শুনি তাৰ উদ্বেলিত মনটো অকণ স্তিমিত হৈ পৰিল। নিৰুৎসাহ হৈ পৰিল। অৱশ্যে সি কোনোধৰণৰ প্ৰতিক্ৰিয়া নেদেখুৱালে। কথাত মছগুল হৈ পৰা ছুয়োজনীৰ অলপ আঁতৰত আমন-জিমনকৈ থিয় দি থাকিল। তাৰ উদ্দেশ্য যে সফল হব সি আশা নকৰিলে। ইমান শীতল সহাৰিৰ পাচতো যে 'কিবা আশা থাকিব পাৰে সি একেবাৰেই আকাংক্ষা কৰা নাছিল। এসময়ত ছুয়োজনীয়ে কথা শেষ কৰি তাৰ কাষলৈ আহিল। শিখাই সুধিলে—

: আমি কালিলৈ কেতিয়া যাম ? ক'ৰ পৰা যাম ?

কথাষাৰ আন্তৰিক কৰি তোলা শিখাৰ হাঁহিটো ইমান স্নিগ্ধ লাগিছিল যে সেই অভাৱনীয় প্ৰশ্নষাৰৰ কি উত্তৰ দিব ভাবি নাপাই সি ভেবা লাগি ছুয়োজনীলৈকে চাই থাকিল। মাৰবিনাই তাৰ গাত হাতখন লগাই ক'লে—

: হেৰি ভদ্ৰমহোদয়, আপোনাক শিখাদিয়ে কিবা সুধিছে নহয় ?

: অঁ, আমি থাই বই দহমান বজাত ওলালেও হব। ওচৰৰ কথা। মোক বন্ধু এজনে জীপ এখন দিছে। আপোনাৰ ঘৰলৈকে মই ওলাই যাম।

: নালাগে, দিগদাৰ হব আপোনাৰ ঘৰ বিচাৰি উলিয়াওতে। ময়ে আপোনাৰ ঘৰলৈ যাম।

: কিন্তু আপোনাক অযথা কষ্ট দিয়া হব।

: কষ্টই পাওঁ নে আনন্দই পাওঁ—সেইটো মোৰ, একান্ত মোৰ কথা। মই যাওঁ, মোৰ অলপ জৰুৰী কাম আছে। মই কালিলৈ পুৱা ঠিক চাৰে ন বজাত আপোনাৰ ঘৰ ওলামগৈ।

তাক আৰু একোকে কবলৈ সুযোগ নিদি শিখা বেগাই গুচি গৈছিল। এই দৃশ্যবোৰ, আগদিনাৰ এই কথাবোৰ বাৰে বাৰে তাৰ মনলৈ আহিছিল। ঘূৰি ঘূৰি ভাগৰি পৰাত সি শিখাক লৈ বশিষ্ঠৰ এখন চাহ-দোকানত সোমাইছিল। গুৱাহাটী প্ৰেমী জেনকিঞ্চ্ চাহাবৰ কথা সেইদিনাও ওলাইছিল। শিখা আছিল অদ্ভুত সজাগ। তেওঁ তৎক্ষণাৎ কৈছিল যে, এই বশিষ্ঠাশ্ৰমো এগৰাকী গুৱাহাটী প্ৰেমী ৰজাৰ অৱদান। সি হঠাৎ পাহৰি গৈছিল শিখাই ৰজা বুলি কাৰ কথা কৈছিল। শিখাই তাৰ বিমূঢ় অৱস্থাটো বুজিব পাৰি কৈছিল—

: মই আমাৰ স্বৰ্গদেৱ চুৰেম্ফা অৰ্থাৎ মহাৰাজ ৰাজেশ্বৰ সিংহৰ কথা কৈছোঁ। তেওঁৰ মনটো আছিল ইম্‌হোটেপৰ দৰে। শিল্পীসুলভ ৰচনাত্মক মনৰ গৰাকী আছিল তেওঁ। আৰু তেওঁৰ গুৱাহাটীৰ প্ৰতি মনোভাৱ আন স্বৰ্গদেউসকলৰ দৰে নাছিল। গুৱাহাটীক তেওঁ প্ৰাণ-ভৰি ভাল পাইছিল। বহুদিনৰে পৰা পুহি ৰখা মনৰ হেপাহ পুৰাবলৈ এদিন তেওঁ গুৱাহাটীখন চাই লোৱাৰ উদ্দেশ্যে আহিছিল। আৰু বহু পৱিত্ৰ স্থানত কৰাৰ দৰে এই বশিষ্ঠাশ্ৰমতো মঠটো সজাই দিয়াইছিল। আজি কিমান বছৰৰ আগতে। দুশ ষোল বছৰমান হলেই। সোতৰশ চোৰষ্টি চনত নহয় জানো? এতিয়াতো উনৈছশ আশী।

খান্দাজানটোৰ কথাও তেওঁ কৈছিল। সি কৈছিল যে সেইটো ব্ৰহ্মপুত্ৰৰ পৰা নাওলৈ দ্বিপৰ বিলত সোমাই পিচপিনে গুৱাহাটী আক্ৰমণ কৰিব পৰাকৈ সেই জানটো মোগলৰ মিৰ্জা নাথানে খনাইছিল। আৰু তাকে বন্ধ কৰিবলৈ দ্বিপৰৰ পূৱ কাষেদি আহোমে এটা গড বন্ধাইছিল চকৰদৰ ময়নাখোৰোং পৰ্যন্ত।

তেওঁ কিন্তু কলে যে খান্দাজানটো লাচিতে খনোৱা। গড়টোও লাচিতৰ দিনৰে। পাণ্ডুৰ পশ্চিমেদি লাচিতে এটা যে খাল খনাইছিল সেই কথা আহোম বুৰঞ্জীত আছে। অসমৰ প্ৰশাসকসকলৰ ভিতৰত লাচিতেই প্ৰথমে দক্ষিণগড়াৰ গুৱাহাটীৰ সামৰিক গুৰুত্ব উপলব্ধি কৰিব পাৰিছিল। আৰু সেইবাবেই তেওঁ প্ৰশাসনৰ গুৰুত্বপূৰ্ণ বিভাগবোৰ দক্ষিণপাৰে লৈ আহিছিল। বৰফুকনৰ দোপদৰটোও ইয়াতে প্ৰতিষ্ঠা কৰিছিল

অসমৰ ইতিহাসৰ প্ৰতিটো কথাত শিখাৰ দখল দেখি সি চমৎকৃত হৈ পৰিছিল। চাহৰ দোকানত টেবুল এখম লৈ বহি ল'লে দুয়ো। সি শিখাক প্ৰবোচিত কৰাৰ মনেৰে সুধিলে—

: ইয়াৰ মৌজাখনৰ নাম কি আছিল জানে?

: দুৱাৰ বান্দা নহয় জানো? অৱশ্যে এই ধৰণৰ অঞ্চল সম্পৰ্কীয় ঐতিহাসিক তথ্য বৰ কম পোৱা যায়। কিয়নো এই অঞ্চলবোৰ, ইয়াৰ জনসাধাৰণ প্ৰশাসনৰ স্পৰ্শাতীত আছিল। এই পৰিস্থিতিৰ কাৰণেই এই মানুহখিনি বহু বিপদ বিঘিনিৰ পৰা ৰক্ষা পৰিছিল। প্ৰশাসনে এই সকলৰ নাম দিছিল দাঁতিপৰীয়া কছাৰী বুলি।

: কিন্তু এই সকলতো কছাৰী নাছিল?

: কছাৰী আছিল এটা জেনাছ বুজোৱা সংজ্ঞা। কাৰ্বি আছিল মিকিৰ কছাৰী, টিৱাঁসকল আছিল লালুং কছাৰী, গাৰো-কছাৰী, ৰাভা, ৰাভা কছাৰী, চবেই কছাৰী সংজ্ঞা পাইছিল। এই সকল লোকৰ বসতি সাধাৰণতে অগম্য অঞ্চলত হোৱা হেতুকে শত্ৰুৰ আক্ৰমণ, সমৰাভিযান আনকি দুৰ্ভিক্ষ, মহামাৰীয়েও এওঁলোকক স্পৰ্শ কৰা নাছিল। প্ৰশাসনৰ সতে জড়িত ক্ষমতাশালী সকলৰ বিৰল দয়াৰ

পাত্ৰ হোৱাৰ যিদৰে সুযোগ লাভ কৰিছিল সুগম অঞ্চলৰ মেহনতী মানুহখিনিয়ে, সেইদৰে সেইসকলৰ অবৰ্ণনীয় অত্যাচাৰ, নিৰ্মম শোষণ আৰু দুষ্কৰ্মৰ কলো ভোগ কৰিবলগীয়াত পৰিছিল এই সুগম অঞ্চলৰ মেহনতী জনসাধাৰণেই। শত্ৰুৰ শাণিত অস্ত্ৰৰ আগত, দুৰ্ভিক্ষত, মহামাৰীত, ক্ষমতা লিপ্সুহঁতৰ খোৱা-কামোৰাত সঘনে, হেজাৰে হেজাৰে প্ৰাণ বিসৰ্জন দিবলগীযাত পৰিছিল এইবোৰ মানুহেই।

: আৰু এইখিনি মানুহেই ইংৰাজ অহাৰ লগে লগে জোৰদাৰ হৈ উঠা মুদ্ৰা অৰ্থনীতিৰ কবলত পৰিও জুৰুলা হবলগীয়াত পৰিছিল।

: হয়, পিচে ক্ৰমাগত ভাৱে এই অৰ্থনীতিৰ সংক্ৰমণ এনেবোৰ অঞ্চললৈকো আহিছিল যাৰ ফলত নতুন ভূমি বন্দোৱস্তিৰ পৰা এই দাঁতিপৰীয়া জনসাধাৰণ গভীৰভাৱে ক্ষতিগ্ৰস্ত হৈছিল। টকাৰে খাজনা দিবলগীয়া অৱস্থা চম্ভালিব নোৱাৰি পিতৃপুৰুষৰ ভিটাৰ পৰাও এই লোকসকল বঞ্চিত হৈছিল।

তেওঁ সিমানলৈকে কৈয়ে চাহ খোৱাত ব্যস্ত হৈ পৰিল। চাহত হোপা কেইটামান দি কাপটো সম্মুখত থৈ শিখাই পুনৰ কলে—

: বাৰু বাদ দিয়ক ইতিহাস। মাৰবিনাৰ লগত আপোনাৰ কিমানদিনৰ চিনাকি?

: আপোনাৰ সমান সুদীৰ্ঘ নহয়। এই ধৰক দুবছৰ। নহয়, এবছৰ দুমাহ মানহে হব। কিয় বাৰু?

: তেওঁৰ ঘৰলৈ গৈছেনে বাৰু আপুনি?

: নাই যোৱা।

: নোযোৱাই ভাল হব আপোনাৰ কাৰণে।

: মোৰ কিটো ভাল হব আপুনি কেনেকৈ জানিলে?

তাৰ তিৰ্যক মন্তব্যবাৰ আওকাণ কৰি শিখাই কৈ গ'ল যে, মাৰবিনা বৰ দুৰ্ভগীয়া ছোৱালী। কলেজৰ ভিতৰতে চোকা ছাত্ৰী হৈও বি এত অনাৰ্ছ দিব নোৱাৰিলে। এম এত বেয়া কৰা নাছিল যদিও ফাৰ্ষ্ট ক্লাচ নাপালে। গান-বাজনা, অভিনয়, ডিবেট, লিটাৰেৰী কম্পিটিছন

চৰতে তেওঁ আছিল জাকত জিলিকা। কিন্তু বি এ দিবলৈ প্ৰিপেয়াৰ কৰিছে এনেতে পিতাকে আত্মহত্যা কৰি মৰি থাকিল। ঘৰৰ তেঁৰেই ডাঙৰ, গতিকে আচল হেঁচা তেওঁৰ ওপৰতে পৰিল। তথাপি কেনেবাকৈ বি এ টো ডিষ্টিংকৃছন সহ পাছ কৰিছিল।

এম এ দিবলৈ লৈছে, এইবাৰ আকৌ মাকজনীও মৰি থাকিল। ঘৰ-খনত থাকিল মাৰবিনা আৰু এজনী গাভৰু ভনীয়েক আৰু একেবাৰে সৰু ভায়েক এটা। মাক মৰোতে তাৰ বয়স চৈধ্য বছৰ। নিঠৰুৱা ল'ৰা-ছোৱালী তিনিটাৰ ঘৰখন লম্পট সুবিধা সন্ধানী বহুজৰে ৰম্য ভূমিত পৰিণত হ'ল। মাৰবিনা আৰু ভনীয়েক ধুনীয়া গাভৰু ছোৱালী, তাতে নিঃস্ব, নিঠৰুৱা। সিহঁতক আৰু কোনে পায়।

আৰু বৰ্দ্ধিষ্ণু নগৰ এখনৰ চুবুৰীয়াবোৰ কেনে স্বভাৱৰ চবেইতো জানে। মাৰবিনাহঁতকো চুবুৰীয়া চবেই ঘৃণাৰে পৰিত্যাগ কৰিলে। ইমান চৰম বিপদত পৰা দেখিও এজনেও সহায় কৰিবলৈ আগবাঢ়ি নাহিল। আৰু বিপদতো অকলে নাহে। গাঁৱত পিতাকৰ ভাগৰ কেইহালিচামান ৰূপীত মাটি আছিল, তাকো কোনোবা স্নেহময় মহায়েকে নিজৰ কৰি ল'লে।

: মাক মৰা কিমান বছৰ হ'ল বাৰু?

: চাৰিবছৰমান হ'ল। ভনীয়েকজনীকো কোনোবা দুষ্ট লম্পট এটাই বিয়া কৰাব বুলি কথা দি তাইৰ জীৱনটোকে ঘৃণীয়া কৰি এৰি দিলে আজি এবছৰ মানৰ আগতে।

: তেওঁলোকে কেনেকে চলিছে বাৰু?

: মাৰবিনাই কেবাটাও টিউছন কৰিছিল। আছে বোধকৰোঁ এতিয়াও দুটামান। এবছৰ মানৰ পৰা মাৰবিনাক আগতকৈ ভালেই দেখিছোঁ।

: পিতাকে কি কৰিছিল বাৰু?

: ট্ৰেড ইউনিয়ন। কোনোবা এটা মিলত কাম কৰিছিল। কিন্তু ইউনিয়ন লীডাৰ হৈ চাকৰি খেদাই ল'লে।

: এতিয়া ঘূৰি গৈ তেওঁলোকৰ ঘৰত সোমাই যাওঁ দিয়ক? যাবনে?

: আজি নোযোৱাই ভাল হব।

: কিয়?

: ছাজিমা, মানে ভনীয়েকক কোনোবাই চাবলৈ অহাৰ কথা। চব জানি শুনিও চাবলৈ আহিব হেনো কৰবাৰ অপগণ্ড এটা। সি হেনো কৰ্মেলি বিয়া কৰাই লৈ যাব, ছাজিমাক যদি ভাল লাগে।

: তেন্তে আজিহে যোৱাটো বেচি ভাল হব। বলক।

: মাৰবিনাই বেয়া পায় যদি?

: মোৰ কাণখন আগবঢাই দিম। সেইখনকে কাটিব। মাৰবিনাই বেযা পায় পাব, তাতে কি হ'ল?

নিৰুপায় হৈ শিখাই ইতস্ততঃ কৰি গাডীত উঠি বহি ল'লে।

তেওঁ কিয় জানো ইতস্ততঃ কৰিলে? কমিছনাৰ চাহাবৰ এই বঙলাটোলৈ তেওঁ কতদিন আহিছে। বাহৰ জালিৰে সজোৱা পৰ্দাৰ আঁৰত বৈ হনুমান নামৰ চাপৰাচিজনৰ হতুৱাই মেমচাহাবে কতদিন তেওঁক আঁতৰ চতিয়াই দিয়াইছে। সুগন্ধেৰে চৌপাশ আমোলমোলাই দিয়াইছে। ফুলৰ মালা দিয়াইছে, কেতিয়াবা আকৌ দিয়াইছে ঘৰৰ বাগিছাৰ বিবিধ শাক পাচলি।

আজি কিয় জানো বঙলাত সোমাই যাবলৈকেই ইতস্ততঃ কৰিছে? তেওঁ নিজকে মনে মনে প্ৰশ্ন কৰিছে। তেওঁ বিমূঢ়ৰ দৰে খন্তেক বঙলাৰ সম্মুখত বৈ আছিল। এনেতে হাচমৎ জমাদাৰে আহি মাতিলেহি—

: চেৰেস্তাদাৰ বাবু, আপোনাক মেমচাহাব চালাম দিছে।

এইবাৰ হৰকান্ত বৰুৱা চেৰেস্তাদাৰে নিৰ্দ্বিধায় বঙলাৰ ভিতৰলৈ সোমাই গ'ল আৰু বাওপিনে থকা এখন দুৱাৰেদি, দুৱাৰ গৰিয়াটো পাৰ হৈয়ে সঁচৰাচৰ দৰে থিয় হৈ বৈ থাকিল।

এনেতে বীনা বিনিন্দিত স্বৰত মেমচাহাবৰ হুকুম শুনা গ'ল—

: হানুমান, বাবুকো য়াত্তৰ লাগাও।

অলপ পাচতে আঁতৰৰ গোন্ধে কোঠাটো ভৰি পৰিল। তেওঁৰ গাত পৰা চিটিকনি কেইটাই তেওঁৰ পৰিচ্ছদাবৃত সমস্ত দেহ সুবাসেৰে ভৰাই তুলিলে। তেওঁ কিন্তু সেইবোৰ একোতে মনোযোগ দিবপৰা নাছিল। এই মুহূৰ্ত্তত তেওঁ মুখামুখি এক অদমনীয় বাস্তৱ সত্যৰ। নিজকে চম্ভালিব কিদৰে তেওঁ এই পৰিস্থিতিত সেই চিন্তাইহে তেওঁৰ মন আচ্ছন্ন কৰি ৰাখিছিল।

কালি তেওঁ যুৱৰাজ ঘনকান্ত গোহাঁইৰ ঘৰলৈ গৈছিল। সেইখন যুৱৰাজৰ সতে আপোন স্ত্ৰী পদ্মৰেখা গোহানী আইদেউৰ মাতবোল প্ৰায় বন্ধ। গোহাঁইদেৱে কিছুদিনৰপৰা নাচনী এজনীক

চমুৱা কুৱঁৰী পত্তাৰ সপোন দেখিছে। গোহানী আইদেৱে কথাটো একেবাৰে ভাল পোৱা নাই।

কালি মাত্ৰ চেৰেস্তাদাৰে পদ্মৰেখা ৰাণীক লগ পাই আহিছে।

আগদিনাখন লতাশিলৰ বজাঘৰলৈ যাওতে যুৱৰাজে সজাই থোৱা ঠাইৰপৰা কেতেকী ফুল এটা ভিতৰলৈ পঠাই দিছিল। ৰাণীক সেই ফুলটোকে দি চেৰেস্তাদাৰে সম্বৰ্দ্ধনা জনাইছিল।

তামুলী বৰুৱা ৰবিচন্দ্ৰ সেইসময়ত নাছিল। খুৰি এটাত ভিতৰৰপৰা পঠোৱা তামোল-পান তেওঁ নিজে কাটি খাইছিল আৰু বান্দীয়ে আনি দিয়া হোকাত ধপাতৰ চিলিম হুপি যুৱৰাজৰ বিৰুদ্ধে ৰাণীৰ নানান ওজৰ-আপত্তি শুনিছিল। সেই তাতেই তেওঁ এই সিদ্ধান্তটো লৈছিল। যিটো কাৰ্যত পৰিণত কৰিবৰ অৰ্থে তেওঁ এইদৰে সঙ্কোচেৰে গুৱেশ্বৰৰ কমিছনাৰ জেনকিঞ্চ্ চাহাবৰ বঙলালৈ আহি মেমচাহাবৰ সন্মতি বিচাৰিব খুজিছে।

মেমচাহাবক কথাটো কোৱাৰ আগতে চেৰেস্তাদাৰে আগপিচ সমস্ত দিশ ভাবি চালে। মাইকীমানুহ ধৰা বৰ টান। অবলা হলেও ছাহাবৰ জাত তাতে। সাপৰ আকৌ মতাই বা কি, মাইকীয়েই বা কি? সাপ সাপেই। খোট মাৰিলেই জীৱনলৈ টনাটনি।

মনে মনে তেওঁৰ অহংকাৰো হৈছে। তেওঁ নিজৰ স্বাৰ্থত এই কাম কৰিবলৈ আগবাঢ়ি অহা নাই। তেওঁ আহিছে নামনি অসমৰ অসমীয়া প্ৰজাৰ স্বাৰ্থত। দুজনী সিংহিনীৰ মাজত ইকৰা এজোপা হৈ। তাৰে এজনী হ'ল, অসমত ছশ বছৰ ৰাজত্ব কৰা, অসমৰ স্থনীয়া সঁকুৰা কৰি গঢ়ি তোলা পুৱ ভাৰতৰ প্ৰৱল প্ৰতাপী স্বাধীন ৰাজ্যখনৰ ৰাজবংশ আহোমৰ শেষ যুৱৰাজ পত্নী ৰাণী পদ্মৰেখা আৰু আনজনী হ'ল বিশ্বৰ সবাতোকৈ শক্তিশালী সাম্ৰাজ্যবাদী বৃটিছৰ একৰাকী ক্ষমতাশালী ৰাজবিষয়া ভাৰতবৰ্ষৰ অসমস্থ কমিছনাৰ ফ্ৰান্সিছ জেনকিঞ্চৰ পত্নী মিছেছ জেনকিঞ্চ্।

মিছেছ জেনকিঞ্চে চেৰেস্তাদাৰ বৰুৱাই ইতস্ততঃ কৰি থকা দেখি আকৌ সুধিলে—

: কোৱা, চেৰিস্তাদাৰ বাবু, কি কথা আছে ?

তেওঁ চিন্তা বাদ দিলে। বিনয় সহকাৰে কলে—

: ঘনকান্ত যুৱৰাজৰ ৰাণীয়ে আপোনাক সাক্ষাত কৰিব খোজে। মোক আপোনাৰ অনুমতি ল'ব কৈছে।

: না না না না চেৰিস্তাদাৰবাবু, আগত পৰ্বতী কুৱাৰীকে আমি বিচিভ কৰাত বৰ বদনাম হৈছে ; আমি এইটো ফেৰ নাকৰিম।

: মেম চাহাব, পৰ্বতীয়া কুৱৰী মৰি ভূত হ'ল। সেই কথা তেওঁৰ লগতে গ'ল। পদ্মৰেখা ৰাণী মোক ধৰিলে আপোনাৰ লগত সাক্ষাত কৰাই দিবলৈ। মইও কথা দিলোঁ। আপুনি মোক ইমান মৰম অনুগ্ৰহ কৰে। সকলোৱে সেই কথা জানে। আপুনি সাক্ষাত নকৰিলে মই বৰ মিছাত পৰিম। মোক কোনেও বিশ্বাস নকৰাই হ'ব। মিছেছ জেন্‌কিঞ্চে কথাটো অলপ চিন্তা কৰি চালে। পাচত শান্ত-ভাৱে কলে যে, তেওঁ দেখা কৰিব। অৱশ্যে চাহাবক এবাৰ সুধি ল'ব। চাহাবে কি কয় জানি যাবলৈ চেৰিস্তাদাৰ আবেলি এবাৰ আহি যাবহি।

মেমচাহাবে সাক্ষাতৰ সময় দিছিল পুৱা নবজাত। পিচে ৰানীৰ শুই উঠোঁতেই এঘাৰ বাজি গৈছিল। মাজতে ইকৰা-ৰূপী চেৰেস্তাদাৰ বকুৱাৰ মৰণ। মিছেছ জেন্‌কিঞ্চে ইমান সময় নষ্ট কৰাৰ খং জাৰিছে বকুৱাক ধমক দি।

: আমি কি কোনোবাৰ নকৰানী। ঘণ্টাৰ পৰ ঘণ্টা ঝুঠ মুঠ আহিব আহিব বুলি ৰখি থাকিম। আমি সাক্ষাত নকৰোঁ। যি হয় হব।

মেমচাহাবৰ কথাৰ মাৰতে বকুৱাই চকুৱেদি সৰিয়হ ফুল দেখিছিল। এঘাৰ বাজি যোৱাৰ পাচত অৱশেষত জানিবা ৰাণীয়ে এপাল লিগিৰী-লিগিৰা লগত লৈ বঙলা পালেহি। তেওঁ ৰাণীক খৰখৰিৰ পৰা নমাই আনবোৰক বাহিৰতে ৰবলৈ দি, নাগিনী আইটিৰ সতে ভিতৰত সুমাই পঠালে। লগত সোণৰ ধোঁৱা খোৱাটো লৈ যাব খুজিছিল ৰাণীয়ে ; বকুৱাই নিব নিদিলে। হাচমৎ জমাদাৰক কলে লিগিৰা-লিগিৰী

মধ্যাক চকু দিবলৈ, সিহঁতে যাতে বস্তু বাহানি চাই একো নষ্ট নকৰে তাৰ প্ৰতি চকু ৰাখিবলৈ।

এনেদৰে হৰকান্ত বৰুৱাই ওঠৰশ ছাপন্ন চনত এটা ডাঙৰ মিছনত সফল হোৱা বুলি আত্মসন্তুষ্টি লাভ কৰিছিল। তেওঁ ভাবিছিল, এই সাক্ষাতৰ পাচত সমস্ত কথা সহজ হৈ পৰিব। ঘণকান্ত যুৱৰাজকো অসমৰ এটা এলেকা লালবন্দি কৰি দিবৰ কাৰণে তেওঁ কমিছনাৰ জেন্‌কিঞ্চৰ হতুৱাই ছুপাৰিচ কৰাব। আৰু যুৱৰাজে সেই এলেকাটো পালেই তেওঁৰ কেল্লা ফতে। প্ৰজাৰো সুখ হব আৰু তেওঁৰো লাভ হব, আৰু যুৱৰাজেও হেৰোৱা ৰাজত্ব-সুখ ঘূৰাই পোৱাৰ তৃপ্তি লাভ কৰিব।

শিখাই গল্পটো কৈ হাঁহি হাঁহি ক'লে—

: মোৰো এই মুহূৰ্ত্তত জিন্‌কিঞ্চৰ মেমচাহাবৰ তালৈ প্ৰথম অনুমতি লবলৈ যাওঁতে বৰুৱা চেৰেস্তাদাৰৰ মনত যি ধৰণৰ সংকোচ হৈছিল, যি ধৰণৰ ভয় হৈছিল, তেনেকুৱাই হৈছে।

: আপুনি ইমান ভয় কৰিছে কিয় মাৰবিনাক ?

: মাৰবিনাই কিবা ধমক দিব বা কব বুলি ভয় কৰা নাই, মই ভয় কৰিছোঁ, তেওঁ দুখ পাব বুলিহে। তেওঁ আকৌ যিহে জেদী, মনতে হয়তো জ্বলি পুৰি যাব কিন্তু মুখ খুলি কাকো একো নকব।

: বাৰু বাদ দিয়ক মাৰবিনাৰ কথা, হৰকান্ত বৰুৱাৰ কথা কওক।

: আপোনালোকে যে প্ৰায়ে কয় আনন্দৰাম ফুকনৰ কাৰণেই ইংৰাজ সকলে বাংলাভাষা গুচাই অসমত অসমীয়াভাষা চলোৱা বুলি। কথাটো পিচে সঁচা নহয় যেন লাগে। কিয়নো অসমলৈ মিল্‌চ্‌ চাহাব অহা আৰু অসমীয়া ভাষা চলোৱাৰ সময়ৰ মাজত প্ৰায় ওঠৰ বছৰৰ ব্যৱধান। গতিকে মিল্‌চ্‌ চাহাবৰ আগত ফুকনে প্ৰতিবেদন দাখিল্ কৰা আৰু অসমীয়া চলাবলৈ ইংৰাজ সম্মত হোৱাৰ মাজত কাৰ্যকাৰণৰ সম্বন্ধ থকা বুলি মোৰ মনে নকয়। আৰু কবলৈ গ'লে হৰকান্ত বৰুৱাইহে অসমীয়া লোকৰ নিযুক্তি আৰু অসমীয়া চলোৱাৰ

বিষয়ে মিল্‌চ্‌ চাহাবৰ আগত বেচিকৈ খাতনি ধৰিছিল। আগৰ অসমীয়া মানুহতো, হৰকান্ত বৰুৱাই মিল্‌চ্‌ চাহাবৰ মৌনতাত অসমীয়া লোকৰ ভালহোৱাৰ আশা দেখিছিল আৰু সেইদিনা ৰাণী আৰু মেমচাহাবৰ সাক্ষাত কৰাই দিও বহুত কিবাকিবি ভাল হোৱাৰ সপোন দেখিছিল। তেওঁ কিন্তু জনা নাছিল ইংৰাজ যে কি বস্তু। কৃষ্ণমেননে ইংৰাজৰ বিষয়ে কি কৈছিল জানেনে ?

: কি বাৰু ?

: ইংৰাজ সাম্রাজ্যত যে বেলি ডুব নাযায়, কিয় জানে ? কাৰণ ভগবানে এন্ধাৰত ইংৰাজক বিশ্বাস নকৰে। তেওঁলোকে নিজৰ কামৰ সুবিধাৰ বাবেই ১৮৩৬ চনত বাংলা ভাষা চলাইছিল আৰু সেই একে কাৰণতে ১৮৭১ চনত পুনৰ বাংলা ভাষা গুচাই ব্রহ্মপুত্র উপত্যকতাত অসমীয়া ভাষা চলাইছিল।

আমাৰ অসমৰ ডাঙৰ মানুহবোৰৰ অসমীয়া ভাষা, অসমীয়া জনসাধাৰণ এনেবোৰ বিষয় লৈ কোনো উদ্বেগেই নাছিল যেন লাগে। এবাৰ মজাৰ ঘটনা এটা ঘটিছিল।

শিখাই ৰহস্য লগাই কৈ গৈছিল কাহিনীটো। সেই সময়ত অর্থাৎ ওঠৰশ বাষষ্টি চন মানত এছ্‌লি বিডন্‌ আছিল লেফ্‌টেনাণ্ট্‌ গভর্ণৰ। ২২ জুলাইত অসম চফৰৰ উদ্দেশ্যে তেওঁ গুৱাহাটী পাইছিলহি। স্কুল, আলিবাট, জেলখানা এনেকে চৰকাৰী বিভিন্ন অনুষ্ঠান পৰিদর্শন কৰি শেষত ২৭ জুলাইৰ দিনা শুক্লেশ্বৰ ঘাটত তেওঁ থকা জাহাজখনত এখন সভাৰ যোগেদি গুৱাহাটীৰ অগ্রগামীসকলক লগ পোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে।

সেই সভালৈ আমন্ত্রিত হৈ কৃষ্ণৰাম ভট্টচার্য পর্বতীয়া গোসাইৰ বংশৰ গোসাই জনা, পহুমৰীয়া ন গোসাইৰ বংশৰ গোসাই জনা, কেশৱকান্ত যুৱৰাজ, খৰ্গেশ্বৰ চাৰিং ৰজা, এক্টিং কমিছনাৰ জি এইচ্‌ হপ্‌টন, ডেপুটী কমিছনাৰ লয়দ্‌, দিহিঙৰ গোসাই নিত্য শোভনচন্দ্ৰ, গভর্ণৰৰ চেক্রেটাৰী হুজন, হৰকান্ত বৰুৱা, জয়গোপাল মনচুপ আৰু বলোৰাম ফুকন—সকলো উপস্থিত আছিল।

লেফ্‌টেনাণ্ট গভৰ্ণৰে ইংৰাজীতে বক্তৃতা দি সকলোকে ধন্যবাদ দি কলে যে অহা কুৰি বছৰত দেশৰ আৰু ভাল হব। তেওঁ ইয়াকো কলে, তেওঁ অসমীয়া নাজানে কাৰণে ইংৰাজীতে ক'লে। কমিছনাৰে তাৰ অসমীয়া কৰি দিব।

গভৰ্ণৰে কোৱা মতেই তেওঁৰ এই দুই তিন আষাৰৰ বক্তৃতাটো মিষ্টাৰ বিডনে অসমীয়াত ভাঙনি কৰি দিছিল। তাৰ পাচত খনিয়া তামোল মছলা আৰু পাণেৰে খৰিয়াই একোখনকৈ সমবেত সকলক দিয়াই আৰু অঁতৰপানী ছতিয়াই সভা শেষ কৰিছিল।

শিখাই সেই প্ৰসংগতে তাক বিশেষভাবে কলে—

: অসমীয়া মানুহে অতিথি অভ্যাগতক কটা তামোলৰ বটা দিয়া নাছিল, গোটা তামোল, পাণ চুণ কটাৰীৰে খুৰি এটাত দিয়া হৈছিল। খুৰি মানে খৰাহীৰ দৰে বাহ, বেত বা কাঠ আদিৰে সজোৱা এবিধ পাত্ৰ।

: সঁচানে ?

: মই আহোম বুৰঞ্জীৰ পৰা কৈছোঁ। তামোল খুৰিয়াই দিয়াটো মোগল প্ৰথা। শ্বেঈৰ ঈ মুতাখাৰীণ নামৰ ওঠৰ শতিকাত গোলাম হোচেইনে লেখা টোকাতো পাব। আমাৰ ইয়াত গোটা তামোলেই দিয়া হৈছিল।

: আচৰিত দেই।

: এতিয়া তাতোকৈ আচৰিত কথা শুনক। সেই সভাত কোনো এজনেও অসমীয়া ভাষা চলাব লাগে বুলি, অসমীয়া জনসাধাৰণৰ স্বাৰ্থৰ হকে কোনো ওজৰ আপত্তি কৰা নাছিল! কিন্তু অসমীয়া ডা-ডাঙৰীয়াসকলৰ মাজত কিহক লৈ কাজিয়া হ'ল জানেনে? তেওঁ-লোকৰ লগত আনেও মাচিয়াত একেশাৰীতে বহা কাৰণে ন গোসাইয়ে প্ৰতিবাদ জনালে, আৰু বহুতকে তিৰস্কাৰ কৰিলে। আনৰ গোলামী স্বীকাৰ কৰি লৈ নিজৰ ভিতৰত আকৌ এই বছৰাজিখন। আচৰিত নহয়নে বাৰু ?

: সঁচাকৈ আচৰিত।

: আহক তাতোকৈ বেচি আচৰিত ঘটনা হয়তো এইমাত্র ঘটি যাব পাৰে। আপুনিও কলে, মইও লৈ আহিলোঁ আপোনাক, মাৰবিনাহঁতৰ ঘৰ পালে বা আৰু কি ঘটনা ঘটে।

মাৰবিনাহঁতৰ গলিটোৱে সোমাই, সিহঁতে জীপখন এৰি দিলে। জীপখন গুচি যোৱাৰ অলপ পাচতে সুনীলৰ এম্বাছাদৰ গাড়ীখন সিহঁতৰ কাষেদি মাৰবিনাহঁতৰ পিনে ঘূৰি যোৱা ৰাস্তাটোৰ পৰা ওলাই তীব্র বেগেৰে পাৰ হৈ যোৱা তাৰ চকুত পৰিল।

: গাড়ীখনত বহুত মাইকী মানুহ যোৱা যেন দেখিলোঁ। কাম শেষেই হ'ল চাগে।

শিখাৰ কথাত সি অকণো প্রতিক্রিয়া নেদেখুৱালে। তাৰ মনটোৱে তলে তলে বিদ্রোহ কৰি উঠিল। সি নিশ্চিত যে সুনীলৰ গাড়ীখন মাৰবিনাহঁতৰ তালৈকেই গৈছিল। কিহৰ ইমান সম্বন্ধ তাৰ মাৰবিনাৰ সতে। হঠাৎ সি সমস্ত উৎসাহ হেৰুৱাই পেলালে। মাৰবিনাহঁতৰ ঘৰলৈ যোৱাৰ আগ্রহ তাৰ নোহোৱা হ'ল। মাৰবিনাৰ প্রতিও সি ইমান পৰে পোষণ কৰি অহা অনুকম্পা, সহানুভূতি নিমিষতে তাৰ মনৰপৰা অন্তর্হিত হ'ল। তথাপি শিখাৰ কাৰণেই সি আগবাঢ়ি গৈ থাকিল। শিখাই তাক ব্যগ্র হোৱা যেন দেখি কলে—

: পালোঁহি আৰু। সৌযে টিনৰ ধুনীয়া নতুন যেন লগা ঘৰটো দেখিছে, তাৰ আঁৰতে মাৰবিনাহঁতৰ ঘৰ। আহক। আচৰিত হৈ যাব আপুনি।

আচৰিত ? বিস্ময়ত হতবাক হৈ গৈছিল সি। এনেধৰণৰ কল্পনাতীত দৃশ্য এটা যে দেখিব মাৰবিনাহঁতৰ ঘৰ পোৱাৰ লগে লগে, সি সপোনতো ভবা নাছিল।

শিখাই ঠিকেই কৈছিল, নতুন যেন লগা টিনৰ ঘৰটোৰ নওলা পাৰ হলেই মাৰবিনাহঁতৰ ঘৰটো। সম্মুখত বৰষুণত গৰুৱে গছকি নেফানেফ কৰা বোকাময় মাটি এডৰা তেনেদৰেই ৰ'দত শুকাই গ'লে যেনে হয়, ঠিক তেনেধৰণৰ আঠফুটমান বহল আৰু বাৰফুটমান দীঘল এডৰা মুকলি, য'ত পাতলীয়া দুবৰি আৰু কঁয়াবনে মাটিৰ ক্ষতবোৰ লুকাই ৰখাৰ বৃথা চেষ্টা কৰিছে। সেইখিনি পথালিকৈ পাৰ হলেই পানীপোতাত এটা বহু ব্যৱহৃত শিল। তাত খোজ দি মাৰবিনাহঁতৰ একমাত্ৰ ঘৰটোৰ কেঁচা পিৰালিখনত উঠিব পাৰি। পিৰালিখনৰ এমূৰত ঘৰৰ সম্মুখৰ একমাত্ৰ দুৱাৰখন। বহুদিন আগতে বাপেকক ভাল পোৱা গাঁৱৰ কোনোবা দক্ষ কাৰিকৰে বোধকৰোঁ সম্মুখৰ বাহৰ দুৱাৰখন সজাই দিছিল। দুৱাৰখন পুৰণি আৰু মজবুত। খেৰী-ঘৰটোৰ বেৰ, চাল এই সকলোবোৰ অংশৰ ভিতৰত সি যি দেখিছিল, কেৱল এই দুৱাৰখনেই মজবুত আছিল। পিচপিনৰ বেৰখন ঢোকা দি যে থিয় কৰাই ৰখা, সম্মুখৰ পৰাই দেখা যায়।

সি প্ৰথম দৃষ্টিতে এইবোৰ উপলব্ধি কৰিলে। ঘৰৰ সম্মুখত কোনো নথকাতে বুজা গৈছিল যে চুবুৰীয়াৰ বিশেষ সহাৰি নাছিল মাৰবিনা-হঁতৰ ঘৰত যিয়েই নঘটক লাগিলে। সি ইটোকাষে থকা পকা ঘৰটোলৈ চালে। মানুহৰ কোনো সহাৰি নাপালে।

শিখা ইতিমধ্যে ভিতৰলৈ গৈছিলেই। সিও বাৰান্দাত উঠাৰ উদ্দেশ্যে শিলটোত খোজ দিছিল; এনেতে সম্মুখৰ দুৱাৰেৰে যিজন মানুহ ওলাই আহিল, সি মানুহজনক মাৰবিনাহঁতৰ ঘৰৰ এনে এটা উপলক্ষ্যত যে লগ পাব সপোনতো ভবা নাছিল। সি হতভম্ব হৈ ৰৈ গ'ল।

মানুহজনে তাক দেখি প্ৰশান্ত হাঁহিৰে কলে—

: আৰে। প্ৰফেছাৰ চৌধুৰী যে? ইমান লেট আপুনি? এই শিখা, চৌধুৰীক ভিতৰলৈ নিয়া নাই কেলেই?

শিখাই মাৰবিনাৰ সতে লবালৰিকৈ দুৱাৰমুখলৈ আহিছিল। মাৰবিনাই তাক ভিতৰলৈ মাতিলে। শিখাই আকৌ চিঞৰিলে ওলাই যোৱা মানুহজনক—

: এই লবু, তুমি যাচ্ছ যে? একটু বোসো, আমৰাওত যাচ্ছি। একসংগে যাব।

পল্লব ঘূৰি আহিল আৰু বাহিৰতে বৈ শিখাক কলে—

: ত্যাখো, বিয়ে টিয়েৰ ব্যাপাৰ। আমি এখন ব্যস্ত। তুমি প্ৰফেছাৰ চৌধুৰীৰ সংগে আসবে। আমি যাই।

তেনেদৰে কৈয়ে পল্লব গুচি গ'ল।

: উহ, লাজ কৰিছে বদমাছে।

শিখাৰ হাঁহি হাঁহি দিয়া এই তৰল মন্তব্যৰ শুনি তাৰ কিন্তু হাঁহি নুঠিল। দুৰ্বোধ্য কিবা এধাৰ শুনাৰ দৰে হতভম্ব হৈ বৈ গ'ল। মাৰবিনাই হাঁহি হাঁহি আকৌ মাতিলে—

: আহক ভিতৰলৈ। তাতে ভেবা লাগি বৈ গ'ল যে।

: এখেতে কাক লাজ কৰাৰ কথা কলে নুবুজিলোঁ।

: পল্লবক আকৌ।

: তেখেতে আকৌ কিয় লাজ কৰিব?

তাৰ কথা শুনি শিখা আৰু মাৰবিনাই হাঁহি দিলে। ইতিমধ্যে সি ভিতৰত বেতৰ চকী এখনত বহি লৈছিল। মাটি এৰাই যোৱা ইকৰাৰ বেৰত আঁৰ কৰিবৰ অৰ্থে আঁৰি দিয়া বেত-কোভাৰ কেইখনত কিহবাৰ চেষ্ট দিছিল। ভাল লাগিছিল তাৰ গোন্ধটো।

তাক বহুৱাই থৈয়ে মাৰবিনা আন এটা কোঠালৈ সোমাই গ'ল। শিখাই কলে—

: আজি বাক লবুৱে লাজ নকৰি কোনে কৰিব। সিয়েতো বৰ, সিয়েতো ছাজিমাক বিয়া কৰাব।

পিচিত হঠাৎ কোনোবাই বাঘচকা এটা দিয়াৰ দৰে সি চক খাই

উঠিল শিখাৰ খবৰটো শুনি। হঠাৎ নিজকে একেবাৰে সম্পৰ্কহীন বাহিৰৰ কোনোবা যেন লাগি গ'ল। সি অনুভৱ কৰিলে যে তাৰ বাহিৰে সকলোৱে এইখন ঘৰৰ কথা জানে। শিখা, পল্লৱ আনকি সুনীলেও জানে। পল্লৱে যদি ছাজিমাকে বিয়া কৰায়, তেনেহলে শিখা তেওঁৰ আকৌ কি? দুয়োৰে মাজত সম্বন্ধ কেনে ধৰণৰ। শিখাইতো পল্লৱে ছাজিমাক বিয়া কৰাব খোজা কথাটো সহজ ভাৱেই লোৱা যেন লাগিছে। কিন্তু সুনীল আৰু মাৰবিনাইতো কৈছিল পল্লৱ আৰু শিখাৰ মাজত ভালপোৱাৰ সম্পৰ্ক আছিল বুলি।

চকীখনত বহি এইবোৰ চিন্তাত তন্ময় হৈ থাকোতে মাৰবিনাৰ ভনীয়েকে কোন মুহূৰ্তত যে চাহ দি গ'ল তাৰ খবৰেই নাছিল। আকৌ এবাৰ আহি যেতিয়া তাৰ সম্মুখত বহি 'ছাৰ খাওক' বুলি তাক চাহ খাবলৈ কলে, তেতিয়াহে সি সজাগ হ'ল। ছাজিমাৰ পিনে চাই সি তাইৰ ৰূপ দেখি মনতে অবাক হৈ গ'ল। মাৰবিনাও ধুনীয়া, কিন্তু ছাজিমাৰ ৰূপত কিবা এক বুজাব নোৱৰা প্ৰশান্তি, কিবা এক বিৰল স্নিগ্ধতাৰ স্পৰ্শ আছে।

সি নিৰৱে চাহৰ কাপটো হাতত লৈ ছাজিমাৰ মুখলৈ খন্তেকৰ কাৰণে চাই ৰ'ল। আৰু পাচত স্নেহেৰে সুধিলে—

: কেনে লাগিছে তোমাৰ বাৰু?

ছোৱালীজনীৰ জানো কি হ'ল তাৰ প্ৰশ্নষাৰ শুনাৰ লগে লগে, তাই একোকে কব নোৱাৰিলে। মাথোন চকুৰে ধাৰাসাৰ পানী বৰলৈ লাগিল। তাইৰ উচুপনি বা কান্দোন একোৱে নাছিল। মাথোন নিৰৱে তাই চকুপানী টুকিছিল।

বহাৰ পৰা উঠি যে ভিতৰলৈ সোমাই যাব সেই শক্তিকণো তাইৰ নোহোৱা হৈ পৰিছিল। তাৰ প্ৰশ্নষাৰৰ প্ৰচণ্ড আঘাতত তাই যেন মূৰ্চ্ছিত হৈ গ'ল।

শিখাই বোধকৰোঁ ভিতৰৰ কৰবাৰ পৰা কথাটো মন কৰি আছিল। তেওঁ সোমাই আহি তাৰ পিনে চাই হাঁহি এটা মাৰি কাষতে বহি লৈ ছাজিমাক কলে তামোল আনিবলৈ। শিখাৰ কথাত তাই যেন

হঠাৎ চেতনা পালে এনেদৰে লৰালৰিকৈ, বিনাবাক্য ব্যয়ে তাই ভিতৰলৈ সোমাই গ'ল সি খোৱা চাহৰ কাপ প্লেটবোৰলৈ।

: তাই মাহীৰ প্ৰতি বৰ এটাচ্চ্‌ড্‌ আছিল। আজি বোধ কৰোঁ মাহীলৈ তাইৰ বৰ মনত পৰিছে।

শিখাই তাৰ মনৰ অপৰাধখিনি আঁতৰাবলৈকেই ছাজিমাৰ আচৰণৰ কাৰণটো ব্যাখ্যা কৰি দিছিল। শিখাৰ কথাখিনি শুনাৰ পাচত তাৰ অৱশ্যে মনটো পাতল হৈ পৰিব ছাৰি আৰু বেচি গধুৰহে হৈ পৰিল। ছাজিমাই যে আজিৰ এই আনন্দৰ দিনত মাকক সেই আনন্দৰ ভাগ দিয়াৰ কাৰণে ব্যাকুল হব পাৰে সি সেই কথা ভাবি পাব লাগিছিল। তাৰ বৰ অনুশোচনা হ'ল। সি শিখাৰ আগত অনুশোচনা প্ৰকাশ কৰি কিবা এষাৰ কব খুজিছিল এনেতে তাৰ পিঠিত ভেঁজা দি তাৰ পিচপিনেদি কোনোমতে সোমাই সিকাষৰ চকীখনত মাৰবিনাই বহি ললেহি।

: তোমাক বেচ ফ্ৰেচ দেখা গৈছে।

শিখাই মাৰবিনাৰ পিনে চাই কলে।

: অঁ, মুখ-হাত কিটা ধুই ললোঁ। ইমান মানুহ আহিব বুলি ভবাই নাছিলোঁ। আৰু মই আটাইতকৈ কৃতজ্ঞ হৈছোঁ চৌধুৰী আৰু শিখাদিৰ প্ৰতি। মোৰ প্ৰতি টান নাথাকিলে আজিৰ এই আনন্দৰ দিনত আপোনালোকে এনেদৰে আহি মোক কৃতাৰ্থ নকৰে।

: আচ্চা তোমালোকৰ ভায়েৰাটো, বন্‌লা, তেওঁ নাই নেকি ঘৰত ?

: বন্‌লা নহয় বিপ্‌লি। সি জানো ঘৰত থাকে। কৰবাত কিবা অঘটন ঘটাইছে নিশ্চয়, চাৰে আঠমান বজাত আজি পুলিচে বিচাৰি আহিছিল। সিও কম নহয়, আনকালে দহবজাৰ আগতে শোৱাৰ পৰা নুঠেই। আজি আকৌ সি কেতিয়া উঠিল, কেতিয়া কোনপিনে ওলাই গ'ল কোনেও কব নোৱাৰে। আমি ভাবিছিলোঁ। সি বিছনাতে আছে।

কথাখিনি মাৰবিনাই এনেদৰে কৈছিল যেন তেওঁৰ ভায়েক কিবা

জনপ্ৰিয় খেল-প্ৰতিযোগিতাত আটাইতকৈ শ্ৰেষ্ঠ খেলুৱৈৰ পদকছে অৰ্জন কৰিছে। সি মনৰ বিৰক্তি চেপি ৰাখিব নোৱাৰি কলে—

: ভায়েকৰ কৃতিত্বৰ গুণগান কৰিছে নেকি ?

: কৃতিত্ব ঠিক নহয়, তাৰ এচ্‌কেপেড্‌ছ্‌, তাৰ বন্ধন মুক্তিৰ উচ্ছৃংখলতা বুলি কব পাৰে। তাৰ জীৱনত ঐশ্বৰ্য-সম্পদ বা আমোদ-বিলাস একোৱেই নাইতো হেকুৱাবলৈ, সেইবাবে সি ভয় নকৰে। মানুহ যিমানে হিংস্ৰ নহওক, বিপদ যিমানে দুৰ্বাৰ নহওক সি ভয় নকৰে। তাৰ এটা মাত্ৰ দুৰ্বলতা আছে।

: কিবা নিচা-তিচা কৰে হবলা ?

: উহুঁ। মদ-ভাং খোৱা দূৰৰ কথা, সি তামোলো নাখায়। তাৰ দুৰ্বলতাটো হ'ল আমাৰ দৰে মানুহবোৰৰ প্ৰতি সি নিৰ্বিচাৰে পক্ষপাত দুষ্ট।

: আমাৰ দৰে মানে ?

: আমাৰ ঘৰখনতো দেখিছেই। আমাৰ দৰে মানে বুজানাইনে ? মাৰবিনাৰ উত্তৰটো যেন কথা নাছিল, এটা চাবুকৰ কোব হে আছিল। সি হঠাৎ স্তব্ধ হৈ গ'ল। শিখা আছিল তলে তলে অত্যন্ত সতৰ্ক। তেওঁ পৰিস্থিতিটো লক্ষ্য কৰিছিল। কোঠাটোৰ বদ্ধ পৰিবেশটো মুকলি কৰি দিবলৈকে যেন তেওঁ সম্মুখৰ দুৱাৰখন বহলকৈ মেলি দিলে। কিন্তু খোলা দুৱাৰখনেদি বতাহো নাহিল। আহিল মুখত বিশৃংখল ডাঢ়ি আৰু চকুত উদাস দৃষ্টি লৈ এটা ডেকা ল'ৰা। ল'ৰাজনৰ মুখলৈ চায়ে সি উচপ খাই উঠিল। শিখাই কলে—

: বিপ্‌লি, ক'ত গৈছিলা তুমি।

: এই অলপ ওলাই গৈছিলোঁ। বাইদেউ।

ল'ৰাজন ভিতৰৰ কোঠালৈ সোমাই গৈছিল। মাৰবিনাই কলে।

: এই জনেই আমাৰ একমাত্ৰ ভাই। একেবাৰে দুমনীয়া। বয়স ওঠৰ, নহয় উনৈচ বছৰেই হ'ল।

: এওঁ সেই ৰেষ্টোৰাঁৰ সম্মুখত ল'ৰা তিনিজনক যে পিটিছিল তেৱেঁইতো। মই চিনি পাইছোঁ।

শিখা আৰু মাৰবিনাই হাঁহি হাঁহি সহাৰি দিলে—

: আপুনি ঠিকেই চিনি পাইছে তেনেহলে।

এইবাৰ মাৰবিনাই কলে যে, পাচদিনা খবৰটোৰ সবিশেষ জনাৰ পাচত তেওঁৰ বৰ ভয় হৈছিল ; কিয়নো মাৰখোৱা কেইজনৰে এজন হেনো কোনোবা ডাঙৰ পুলিচ বিষয়াৰ পুতেক। তাহাঁত আচলতে চাৰিজন আছিল। এই তিনিজন চহৰৰ , বাকীজন আছিল গাঁৱৰ পৰা আহি কোনোবা হোষ্টেলত থাকি কলেজত পঢ়ি থকা ল'ৰা। সিহঁত বন্ধু। সিহঁতৰ কাম হ'ল মস্তানি কৰি ফুৰা। সেইদিনা ৰেষ্টোৰাঁত চাহ-তাহ কিবাকিবি খালে আৰু যি জনে অৰ্ডাৰ দিছিল অৰ্থাৎ সেই গাঁৱৰ পৰা অহা জন, তাক আগত পঠাই দিলে। চাহ খাই উঠি এই তিনিজনে পইচা-পাতি নিদিয়াকৈ ওলাই আহিব ধৰাত সিহঁতৰ টেবুলৰ বয়জনে আপত্তি কৰিলে। তাত হেনো চিষ্টেমটো হ'ল, যিয়ে যিখন টেবুলত চাৰ্জ কৰে, তাৰ পইচা পাতি আদায়ৰ দায়িত্ব হ'ল সেই জনৰ। সেইদিনা বয়জনে সিহঁতক আগভেটি ধৰি পইচা নিদিয়াকৈ যাব নোৱাৰে বুলি কবলৈহে পালে বেচেৰাক বৰ বেয়াকৈ মাৰধৰ কৰি তিনিওটা দোকানৰ পৰা ওলাই আহিল। আহিয়েই এজনে কলে হবলা, পইচা নিদিয়াকে অহাটো ভাল নহল বুলি। কথাষাৰ কোৱাৰ লগে লগে সিহঁতৰ ভিতৰতে লাগি পৰিল। বিপ্‌লি আছিল এটা কমত কোল্ড ড্ৰিংক খাই। বয়জনে আহি তাক ঘটনাটো কলেহি। সি আহি তিনিওকে পিতিলে আৰু পইচাটো দিয়াই দিলে।

: এই, তোক আজি থানাত কিয় বিচাৰিছিল অ' ?

মাৰবিনাৰ প্ৰশ্নষাৰৰ ভিতৰৰ পৰা কোনো সহাৰি নাহিল।

তেওঁ আকৌ কলে—

: বিপ্‌লি এইয়া প্ৰফেছাৰ চৌধুৰীৰ লগত চিনাকি হ'হি আহ ,

সি মুখ হাত ধুইছিল হবলা। মুখখনৰ ক্লান্তি আৰু বিশৃংখলাৰ ক্লেদ ভালেখিনি নোহোৱা হৈছিল। সি আহি ভিতৰৰ পিনৰ দুৱাৰখনত থিয় হৈ সিহঁতলৈ চালে। বোধকৰোঁ চিন্তা কৰিলে কোনপিনেদি

সোমাই আহিব। সিও বিপ্‌জিৰ ভৰিৰপৰা মুৰলৈকে চাই ল'ৰাজনৰ স্বভাৱটো সম্বন্ধে আন্দাজ কৰিবৰ চেষ্টা কৰিলে। কিন্তু হঠাৎ তাক হতভম্ব কৰি দি ল'ৰাজনে তাৰ ভৰি চুই প্ৰনাম কৰি শিখাৰ কাষত মূঢ়াত বহি ল'লে।

: আপোনাৰ কথা ডাঙৰ বাইদেৱে যে ইমান কৈ থাকে, আজিহে চিনি পালোঁ। মই সকবাক মাতোঁ ৰ'ব। তাইও খুব কয় আপোনাৰ কথা।

সি 'সক বা, সকবা' বুলি ছাঞ্জিমাক মাতি মাতি সোমাই গৈছিল।

: বদমাছ কৰবাৰ।

মাৰবিনাৰ কথাষাৰ সি একেবাৰে বুজা নাছিল। কিন্তু শিখাৰ পিনে চাই মাৰবিনাই আকৌ কলে—

: সি মোৰ প্ৰশ্নটো এভইদ্ কৰি গুচি গ'ল। তাক নাপায় আক। কোনোৱা দৈয়াং পালেগৈ। এইটোৱে মস্কিল তাৰ লগত। কৰাৰ আগতে একো নকয়। অঘটনটো ঘটি যোৱাৰ পাচততে কহুত পীড়াপীড়ি কৰিলে কব।

তাৰ মনটো হঠাৎ মুকলি লাগি গ'ল। সমস্ত অনুযোগ, সমস্ত অনুশোচনা তাৰ মনৰপৰা নিমিষতে আঁতৰি গ'ল।

শিখাক ঘৰলৈ আগবঢ়াই থৈ উভতি অহাৰ বাটত সি ভাবিলে সুনীলৰ তাত সোমাই যাব। সি পিচে জনাই নাছিল তাৰ ঘৰত সেই সময়ত কি কাণ্ড হৈ আছিল।

কাণ্ড হয়তো ভয়াবহই হ'লহেঁতেন যদিহে বাতিৰ এন্ধাৰত এই প্ৰলয় সংঘটিত হ'লহেঁতেন। চাৰে সোতৰ লক্ষ বৰ্গমাইল এলেকা জুৰি হোৱা এই প্ৰলয়ংকাৰী ভূমিকম্পটোৰ উৎপত্তিস্থল আছিল হেনো বৰপেটা অঞ্চলৰ তলত। গতিকে বৰপেটাক কেন্দ্ৰ কৰি প্ৰায় ডেৰলক্ষ বৰ্গমাইল এলেকাৰ বিশেষকৈ পকা ঘৰবোৰৰ বৰ ক্ষতি হৈছিল। গুৱাহাটীতে ডাক-তাঁৰ বিভাগৰ আৰু ডাক বঙলাৰ পানবজাৰত থকা ঘৰ দুটা আৰু ট্ৰেইনিং স্কুলৰ ঘৰটোত বাদে এটা ঘৰো ধ্বংস-লীলাৰপৰা বাচি যোৱা নাছিল। জেলখানাৰ চাৰিওপিনৰ দেৱাল ভাঙি গৈছিল, অথচ ভিতৰৰ ৱাৰ্ডবোৰৰ ঘৰবোৰ ক্ষতি নোহোৱাকৈ বাচি গৈছিল।

ব্যক্তিগত পকাঘৰৰ ভিতৰত বাচি গৈছিল কুমাৰ পাৰাৰ ট্ৰাংক-ৰোডৰ কাষত থকা মুৰলহকইতৰ ঘৰটো।

১৮৮০ চনত সজা বীচৰ ঘাটৰ ওচৰত থকা গুৱাহাটী নগৰৰ পানী যোগানৰ কলঘৰটো ভাঙি যোৱাত পানী যোগান ব্যৱস্থা বহুদিন ধৰি ব্যাহত হৈছিল।

ওঠৰশ সাতানৈৰ চনৰ বাৰ জুনৰ সেই ভূমিকম্পটো আবেলি পাঁচ বজাত নহৈ আৰু দুঘণ্টা পাচত হোৱাহেঁতেন কাণ্ড আৰু বেচি ভয়াবহ হৈ পৰিলহেঁতেন।

পানীযোগান ব্যৱস্থাটো ভাঙি যোৱা দেখি তাক মেৰামতি কৰাৰ অৰ্থে চৰকাৰে দহ হেজাৰ টকাৰ অনুদান এটা দিছিল। এই ব্যৱস্থাটো প্ৰথম গঢ়ি তোলোতে খৰচ পৰিছিল উনত্ৰিচ হেজাৰ এখাৰ টকা। আকৌ সেই ওঠৰশ সাতানৈৰ চনতে ৰেল কোম্পানীয়েও খোৱা পানী বিচাৰিছিল পৌৰসভাৰপৰা। কিয়নো আসাম বেংগল ৰেলৱেই চিটাগং—ডিব্ৰুগড় লাইনটো তৈয়াৰ কৰাৰ কাৰণে ওঠৰশ তিৰানৈৰ চনতে চাৰ্জে আৰম্ভ কৰিছিল। এই ওঠৰশ সাতানৈৰ চনতো লাইন

সজোৱা কামত হাত দিছে। চিটাগং বা চাটগাঁৱৰপৰা লামডিং, তাৰ পৰা এটা শাখা ডিব্ৰুগড় আৰু এটা শাখা আহিব গুৱাহাটীলৈ। গুৱাহাটীত দীঘলী পুখুৰীৰ দক্ষিণ মূৰটো পুতি কবৰস্থানৰ পূবে ষ্টেচন আৰু কৰ্মচাৰী থকামেলাৰ ঘৰ-দুৱাৰো সজা আৰম্ভ কৰিছে। তাত পানীৰ ব্যৱস্থা বিচাৰিছে পৌৰসভাৰ পৰা।

মাহিলী এটা কৰ লৈ ৰেলৱেক পানী যোগান ধৰা হৈছিল। ১৯০১ চনত গুৱাহাটীলৈ লামডিঙৰ পিনৰপৰা গাড়ী চলিছিল। অৱশ্যে ইষ্ট বেংগল ৰেলৱেই ১৯১০ চনত ছান্টাহাৰৰপৰা আমিন গাঁৱলৈ ৰেললাইন সম্প্ৰসাৰিত কৰাত গুৱাহাটী পূব-পশ্চিম দুয়োপিনৰ পৰাই ৰেলেৰে সংযোজিত হৈ পৰে। সেই সময়ত ৰেলৱেই পানী যোগান ব্যৱস্থাৰ কথা স্বকীয়াকৈ নিজে কৰাৰ কথা ভাবে। কিয়নো ৰেলৱেই মাহে যোগান ধৰা ৬৪০০ গ্যালন পানীৰ কাৰণে নবৈৰ টকাকৈ দিবলগীয়া হৈছিল।

উনৈচশ দুই চনত পিচে আন এটা সমস্যা হৈছিল। পানী যোগানৰ 'বাৰ্জ'খন ব্ৰহ্মপুত্ৰৰ আজি কালি খাৰঘুলিৰ পূবে ৰাজ্যপালৰ ভৱনৰ অলপ আগত দেখা ঘুলিটোত ৰখা হৈছিল। তাৰ ওচৰতে বাগিছাৰ জাহাজ আদি ৰখা ঘাটৰ দৰে ঠাই এডোখৰ আছিল। তাত কাম কৰা লোক তেওঁলোকৰ পৰিয়ালৰ মানুহে সেই ঘুলিটোৰ পাৰতে শৌচ কৰে। কেতিয়াবা বৰষুণ হলে, বা পানী বাঢ়িলে পাৰৰ মাটিবোৰ ধোৱা গৈ ঘুলিত পৰে আৰু তাৰ পৰাই পানী যোগানৰ 'বাৰ্জ'খনত পানী টনা হয়। ঘুলি কাৰণে তাৰ পানী থিনি স্থিৰ আছিল। এটা জনস্বাস্থ্য বিষয়ক সমস্যা হৈ পাৰিছিল সমগ্ৰ বিষয়টো।

চিভিল চাৰ্জন আছিল মিষ্টাৰ হেয়াৰ। তেওঁ বাৰ্জখন তাৰপৰা স্থানান্তৰিত কৰি চলাপানীত থৰপৰা যায়নে নেযায় পৰীক্ষা কৰিবলৈ কাৰিকৰী অভিযন্তাৰপৰা প্ৰতিবেদন বিচাৰিবলৈ ক'লে। লগতে পুলিচলৈ নিৰ্দেশ দিয়াৰ কথা কলে যাতে সেই ঠাইত নদীৰ পাৰত শৌচ কৰিবলৈ নিষেধ কৰা হয়।

তাৰ পাচত উনৈচশ তিনি চনত পানীৰ বাৰ্জখন বাঁচৰ ঘাটলৈ অৰ্থাৎ এতিয়াৰ ঠাইলৈ অনা হৈছিল।

ক'বপৰা কলৈ যে নগ'ল কথাৰ প্ৰসংগ। আচলতে শিখাৰ কাম এটাত সুনীলে তেওঁক লৈ যাবলগীয়া আছিল মিৰ্জালৈ। সুনীলৰ হঠাৎ কিবা এৰাব নোৱৰা কাম ওলাই গ'ল। গতিকে সুনীল আৰু শিখা গৈ তাক ধৰিলে। তাৰ কলেজ বন্ধ। ভাবিলে এটা আউটিঙো হব। গতিকে সিয়েই গাত ল'লে শিখাক সংগ দিবলৈ। সুনীলৰ কাৰ। গতিকে চিন্তাও নাই।

ফাচীবজাৰত নদীৰ পাৰেদি যাওঁতে পাইকাৰী শৌচথলীৰ অসহ্য গোন্ধত দুয়ো নাকত ৰুমাল ললে। আৰু ভৰলুৰদলঙ পোৱাৰ আগে আগে নাকৰ ৰুমাল গুচাই শিখাই আৰম্ভ কৰিলে গুৱাহাটী চহৰত শৌচাগাৰ ব্যৱস্থাৰ ক্ৰমবিৱৰ্তনৰ কাহিনী।

: বুজিছে চৌধুৰী ফাঁচী বজাৰত ওঠৰশ উনাশী চনত যেতিয়া পৌৰসভাই ৰাজহুৱা শৌচাগাৰ সাজি দিব খুজিছিল, স্থানীয় ৰাইজে ভীষণ আপত্তি কৰি কৈছিল যে, তেওঁলোকে শৌচাগাৰ ব্যৱহাৰ নকৰে। অৱশেষে সভাত ভোট হ'ল সজা আৰু নসজাৰ পক্ষে। পিচে সজা পক্ষৰে জয় হ'ল ভোটত।

অলপপৰ ৰৈ তেওঁ আকৌ কলে—

: গুৱাহাটীখন ইমান আগবাঢ়ি গৈছিল, ইমান দ্ৰুতগতিত গৈছিল যে, মানুহবোৰে তাল মিলাব পৰা নাছিল। ওঠৰ শ উনষাঠি চনতে অভিযন্তা মাৰ্শাল চাহাবে ঢাকাৰপৰা কাৰিকৰ মাল মছলা অনাই আজিকালি যত শান্তিপুৰ, তাতে ইটাভেটা পাতিছিল। ঢাকা পটীৰ মতীন এণ্ড চঞ্চ্ নামৰ দোকানখনে ইয়াৰ আগতেই লাইম, চুৰ্কি আদি ঢাকাৰপৰা অনাই ৰাখিছিল। উনৈচ শতিকাৰ আৰম্ভণিতে কোনো কোনোৱে চুণ-চুৰ্কিৰেই পকাঘৰ কৰি লৈছিল। চহৰত বাঁহবোৱা, বজাৰ কেইখনত খেৰীঘৰ সজা, গৰু ৰখা এইবোৰো ওঠৰশ পয়সত্তৰ চনতে বন্ধ কৰি দিয়া হৈছিল। ৰাহ বোৱাতো সিটো শতিকাৰ উনষাঠি চনতে বন্ধ কৰা হৈছিল।

হঠাৎ শিখাৰ কিবা কথা এটা মনত পৰিল। তেওঁ অকলে প্ৰায় আধা মিনিটমান সময় হাঁহি লৈ তাক সুধিলে—

: আপুনি দৃশ্যটো কল্পনা কৰক চোন। গুৱাহাটী চহৰৰ মাজ মজিয়াত বাহৰ জাবনি ; কাষত বোকাৰে ভৰি থকা খালত পালে পালে ম'হে লেটি লৈ পৰি আছে আৰু খালৰ পাৰত জাকে জাকে গৰু চৰি আছে। খালৰ পাৰৰ ওখ ইকৰা, নল, ভৰা বা টঙাবনত শালিকা, বগলী আৰু কাউৰীৰ কোচাল। আলিৰ দাঁতিৰ বৰ বৰ গছবোৰৰ তলেদি ওপৰৰ বিভিন্ন চৰাইৰ অত্যাচাৰত শান্তিৰে পাৰ হৈ যোৱাটো টান। এবাৰ মহেশচন্দ্ৰ বৰুৱা ডেপুটী কালেক্টৰৰ গোনামহে লতাশিলৰ প্ৰকাশ্য ৰাজআলিত পথচাৰী এজনক খুচি মৰালৈ ভীষণ হুলস্থুল লাগিছিল। এজনতো মৰিলেই, আন এজনকো ঘাইল কৰিছিল।

ওঠৰশ পচপন্ন চনৰ চাৰি ছেপ্টেম্বৰ নে জুলাইত পৌৰ সভাত বিষয়টোৰ আলোচনা হৈছিল। বৰুৱাক পাঁচ টকা জৰিমনা কৰা হৈছিল। কিন্তু সভাই চমন কৰাতো বৰুৱা হাজিৰ নোহোৱাত সভাই আশ্চৰ্য প্ৰকাশ কৰিছিল।

সেয়া যি কি নওহক ইংৰাজে ইতিমধ্যে ওঠৰশ উনষাঠি চনতে গুৱাহাটী চহৰত ভূমি-কৰ প্ৰবৰ্ত্তন কৰিছিল, কোম্পানীৰ টকাৰ প্ৰচলন তাৰ কুৰি বছৰ মান আগৰ পৰাই হৈছিল। ওঠৰশ আঠষষ্ঠি চনৰ পৰা গাঁৱৰ মাটিৰ খাজানাও বঢ়াই দুগুণ কৰিছিল।

এইবোৰ কৰি যেতিয়া দেখিছিল যে, স্থানীয় লোকক বিতুষ্ট কৰাৰ বাবে বহুখিনি কৰা হ'ল, ১৮৭১ চনত অসমীয়া ভাষা চলোৱাৰ বাবে ইংৰাজ চৰকাৰে সিদ্ধান্ত ললে। আৰু ১৮৭৪ চনত অসমক এখন স্বকীয়া প্ৰদেশ কৰি গভৰ্ণৰ জেনেৰেল আৰু চীফ কমিছনাৰৰ অধীনলৈ অনা হ'ল। তাৰ পাচতে ২৭ আগষ্টৰ দিনা বৰলাট লৰ্ড নৰ্থব্ৰুক গুৱাহাটীলৈ আহিছিল। শুক্ৰেশ্বৰ ঘাটৰ নৰ্থব্ৰুক গেট সজাৰ উপলক্ষ্য আছিল সেইটোৱে। আৰু সেই বছৰতে অসমৰ ৰাজধানী গুৱাহাটীৰ পৰা তুলি নি শ্বিলঙত পতা হ'ল।

ইংৰাজে যাইকৈ স্বাস্থ্যজনিত কাৰণতে আৰু দৰাচলতে বিষাক্ত সাপৰ ভয়ত ৰাজধানী শ্বিলঙলৈ লৈ গৈছিল।

: সাপৰ ভয় ?

তাৰ প্ৰশ্নৰ উত্তৰত শিখাই তাক সিহঁত গৈ থকা আলিবাটটোৰ দুয়োকাষে চাবলৈ কৈছিল। সিহঁত সেই সময়ত পাণ্ডু আৰু জালুকবাৰীৰ মাজত আছিল। আলিবাটটোৰ দুয়োকাষে দ' মেটেকাৰে ঠিহিৰা যৰা পিতনি। সি দুয়োকাষে চোৱাৰ পাচতে তেওঁ কলে যে এতিয়াও এই অৱস্থা, সেইদিনত যে আৰু কি আছিল!

: গুৱাহাটীত থাৰ্মোমিটাৰৰ পাৰা উঠানমা কৰে ফাৰেনহাইট্ ৯১ ডিগ্ৰীৰ পৰা ৪৮ লৈ। বৰষুণ হয় বছৰত ৬৭ ইঞ্চিতকৈও বেচি। আৰু চাৰিওপিনে আছে পাহাৰ, দ' জংঘলাকীৰ্ণ জলাশয়। সাপৰ কাৰণে আদৰ্শ বাসস্থান। আৰু ইয়াত বৰ বেচি ফেটীসাপ আছিল। ১৮৮০ চনত সাপে ইমান মানুহক কামুৰিছিল যে, পৌৰসভাই সাপমৰা বিশেষ অভিযান চলাবলগীয়াত পৰিছিল পৌৰ কোষাগাৰৰ ধন খৰচ কৰি। অৱশেষে শ্বিলঙলৈ গুৱাহাটীৰ পৰা ৰাজধানীহে নিছিল, ৰাজত্ব নিব পৰা নাছিল। হেজাৰ বছৰৰ পুৰণি পৰম্পৰাৰ পৰা গুৱাহাটীক কোনেও বঞ্চিত কৰিব পৰা নাছিল। শ্বিলঙত অসমৰ ৰাজধানী হয়তো হৈছিল, কিন্তু অসমৰ ভাগ্য নিৰ্ণয় কৰিছিল গুৱাহাটী-য়েহে।

শিখাই বহুত পৰ নিৰৱে আছিল। কথাখিনি কোৱাৰ পাচত। সি নিৰৱতা ভংগ কৰিবৰ অৰ্থেই এটা দাৰ্শনিক মন্তব্য দি কৈছিল—

: চকুচোন ভাবি, কথাৰ চালচলন কেনেধৰণৰ অভাৱনীয়। নদীৰ পাৰত মানুহে শৌচ কৰাৰ কথা কবলৈ গৈ ক'ৰ বৰ ভুইকঁপ, গুৱাহাটী নগৰৰ পানী যোগান ব্যৱস্থা, তাৰ পুৰণি বিভিন্ন সংস্কাৰ এৰি দিয়াৰ প্ৰয়াস, ৰাজধানীৰ স্থানান্তৰ, গুৱাহাটীৰ জনসাধাৰণৰ গুৱাহাটীৰ অগ্ৰগতিৰ স'তে খোজ মিলোৱাত ব্যৰ্থতা

: অঁ' আপুনি ভাল মনত পেলাই দিলে, মোৰ আচলতে পয়ন্ট সেইটোৱে আছিল। গুৱাহাটীৰ অগ্ৰগতিৰ স'তে স্থানীয় জনসাধাৰণে ভাল মিলাব পৰা নাছিল আৰু আজিও পৰা নাই।

: মই আপোনাৰ এই অভিমতৰ স'তে একমত হব নোৱাৰোঁ। পিচে আমি এতিয়া মিৰ্জা পালোহিয়েই।

: অঁ পালোহিয়েই দেখোন। নতুনকৈ হেনো ইংলিছ মিডিয়াম স্কুল এখন খুলিছে। সৌ পান দোকানখনত সোধোঁ গৈ চোন। গাড়ীখন গছ এজোপাৰ ছাঁত ৰখাই থৈ শিখা আৰু সি আলিটোৰ সিপাৰে থকা পানদোকানখনলৈ আগবাঢ়ি গৈছিল।

পানদোকানখনৰ পৰা চিগাৰেট লৈ সিহঁত দুয়ো তাৰ ঘৰৰ বাৰান্দাত উঠাৰ লগে লগে তাৰ একমাত্র চকীখনত বহি নিৰৱে কাৰোবাৰ কাৰণে অপেক্ষা কৰি থকা পুলিচ ছাব ইন্সপেক্টৰজনক দেখি দুয়ো আচৰিত হৈ গ'ল। সিহঁতক দেখি পুলিচ বিষয়াজনে চকীৰ পৰা উঠি সিহঁতৰ ওচৰলৈ আহি সুধিলে ঘৰটো কাৰ বুলি। সুনীলে কলে যে, ঘৰটো প্ৰোফেছাৰ চৌধুৰীৰ।

: ল'ৰা এটা, অ' চি এ তাক থানালৈ মাতিছিল। মই তাক লৈ আহিবলৈ গলোঁ। বাটতে সি মোক দেখিলে আৰু দৌৰি এইপিনেই কৰবাত হেৰাই থাকিল।

সুনীলে ৰামস্বৰূপক বিচাৰিলে। পল্লৱে অনুসন্ধিৎসুয়ে সুধিলে পুলিচ বিষয়াজনক—

: ক'ৰ ল'ৰা নো ?

: বিপ্‌লি বুলি সৰু ল'ৰা এটা। কি কৰিব চাকৰি বজায় ৰখাৰ কাৰণে মনেদি ভাল নালাগিলেও কিছুমান কাম কৰিবলৈ বাধ্য হৈ পৰোঁ আমি।

এনেতে সুনীলে কলেহি—

: বলক ভিতৰতে বহোগৈ। দুৱাৰখন খুলিবলৈ দিছোঁ।

: ঘৰটো আপোনাৰ নেকি তেনেহলে ?

পুলিচৰ প্ৰশ্নত সুনীল থমকি ৰ'ল। পুলিচ জনে তাৰ মনৰ ভাবটো আন্দাজ কৰি কলে—

: আপুনি দুৱাৰ খোলাইছে তো ? লোকৰ ঘৰ, অথচ দুৱাৰ খোলালে আপুনি ? -

: নহয়, মোৰ বন্ধুৰ ঘৰ। চিন্তাৰ সকাম নাই। আহক বহকহি।

পুলিচ জনে বহি লৈ পল্লৱৰ পিনে দেখুৱাই সুধিলে—

: এখেতক চিনি পোৱা নাই।

: এখেত পল্লৱ সেন ; কোম্পানীত কাম কৰে। মই...

: আপোনাক চিনি পাওঁ। আমাৰ ককাইদেউৰ একে লগৰ। ককাইদেউ টংকেশ্বৰ গগৈ। মোৰ নাম অম্বিকা।

: অঁউ। ককাইদেৱেৰাই নাহৰ কটীয়াৰ কোনোবা স্কুলত কাম কৰে নহয় ?

: হয়। নতুনকৈ পতা হায়াৰ চেকেণ্ডাৰী এখনত সোমাই আছে। মোক আপুনি 'তুমি' বুলি কব।

: কোন ল'ৰাক বিচাৰিছা নো ?

পল্লৱেই উত্তৰটো দিলে—

: বিপ্‌লিক।

: কিয়, সি কি কৰিলে ?

: কৰোঁতে ভালেই কৰিছে। আমাৰ এচ পিৰ পিতেকটোক পিতিছে। আচলতে এচ পিৰ পিতেকটোতো এটা মস্তান, লগত আৰু তিনিটা বদমাচ যুতাই লৈছে। সিহঁতে ৰাষ্টাত পাই এই ল'ৰাজনক ছুদিন মানৰ আগতে মাৰ পিট কৰিছিল। গতিকে কালি আবেলি ইও সিহঁত চাৰিওটাকে পিটিলে।

: ই অকলেই পিটিলেনে চাৰিটাকো ?

পল্লৱৰ প্ৰশ্নযাৰ শুনি দাৰোগাজনে তেওঁৰ মুখৰ পিনে চাই এখেন্তক থমকি কলে—

: আপুনি ল'ৰাজনক দেখাহেঁতেন এই প্ৰশ্নটো মুসুধিলে-হেঁতেন। সি যে বিৰাট এটা পালোৱান, সেইটো মই নকওঁ। তাক দেখিলে বৰঞ্চ নিশকতীয়া যেন হে লাগে। কিন্তু তাৰ চকুযোৰত কিবা এটা আছে। কিবা মাৰি পেলালেও মৰি নোযোৱা ধৰণৰ অদ্ভুত এটা ডিটাৰ্মিনেছন্। বোধ কৰোঁ সেইটোৱে তাৰ দেহত প্ৰচণ্ড শক্তিৰ সঞ্চাৰ কৰে। প্ৰতিপক্ষ যিমানে শক্তিশালী নহক লাগিলে, সি কিবা উপায়ে কাবু কৰিবই। তাৰ আকৌ এটা পিকিউ-লিয়াৰিটিও আছে।

: কি বাক?

: সি পৰাপক্ষত ৰাষ্টাত মাৰপিট নকৰে; বিনা কাৰণত মাৰধৰ কৰাটো দূৰৰ কথা। কালিও এতিয়া, বিপ্‌লিয়ে সিহঁতক চাহ দোকানত পইচা নিদি দোকানীক পইচা খোজোতে চৰিওৱা কাৰণে মাৰিছে। তাক আগদিনা মৰাৰ প্ৰতিশোধ লবলৈকে মৰা নাই। চাহাবহঁতে চাহ খালে, চপ্‌ খালে, অথচ পইচা নিদিয়ে। দোকানীয়ে পইচা খুজিলত, সি আকো সিহঁতৰ চৰহে খালে। বিপ্‌লি তাত আছিল। দোকানীয়ে তাক সকীয়োৱাত সি সিহঁতক পইচাটো দিবলৈ কলে। ওলোটা সিহঁতে বোধকৰোঁ বিপলিক বেয়াকৈ কলে সি দিলে লগাই। পইচাটো তো আদায় কৰালেই, মাৰপিটত টেবুল বাগৰি ভঙা গিলাচ তিনিটাৰো দাম দিয়াই দিলে সিহঁতৰ হতুৱাই।

: তাক জানো এইপিনে অহা দেখিছিল?

: অঁ, এইপিনেই, এই ঘৰটোৰ পিচপিনেই কৰবাত নাইকিয়া হ'ল।

এনেতে পল্লৱে অম্বিকা গগৈ দাৰোগাক বাৰান্দালৈ মাতি নি কাণে কাণে কিবা কলে। গগৈয়ে অলপ পাচতে সোমাই আহি টুপী আৰু ষ্টিক ডাল টেবুলৰ পৰা তুলি লৈ সুনীলক কলে—

: ককাইদেউ, মই যাওঁগৈ।—দেৰি হৈ গৈছে। বিপ্‌লিক পালে গধূলিকে মোৰ কোৱাৰ্টাৰলৈ পঠাই দিব।

দাৰোগাজন গুচি যোৱাৰ অলপ পাচতে সি উভতি আহি পাইছিলহি। সুনীলে হাঁহি হাঁহি কলে—

: তই ক'ত মৰিছিলি গৈ। তোৰ ঘৰত ইমানবোৰ কাণ্ড হৈ গ'ল।

: বাদ দে। তইও ইয়াতে সোমাই আছহি। তোক ঘৰত নোপোৱাত মই ঠিকেই ভাবিছিলোঁ। তই যে ইয়াতে থাকিবি। মই আকৌ শিখাদেবীক আগবঢাই দিব লগীয়াত পৰিলোঁ। আহোতে তোৰ ঘৰত 'নক' কৰি আহিলোঁ। কচোন কি কাণ্ড হ'ল। মিষ্টাৰ সেনেই কওক।

: নাই, বিশেষ একো নহয়। পুলিচ অফিচাৰ এজন আহিছিল।

: পুলিচ অফিচাৰ আহিছিল? আকৌ বিশেষ নাই?
সি উচপ খাই উঠাৰ দৰে কলে। সুনীলে হাঁহি হাঁহি কলে—

: তোক বিচাৰি অহানাই অৱশ্যে। সেই যে টংকেশ্বৰৰ ভায়েক অম্বিকা, সি আহিছিল।

: যাঃ। মিছা কথা নকবি। টংকেশ্বৰৰ ভায়েক অম্বিকা হবই নোৱাৰে। টংকেশ্বৰ উজনিৰ নাম, আনহাতে অম্বিকা উজনিৰ নাম হবই নোৱাৰে। অম্বেশ্বৰ হব, কিন্তু অম্বিকা নহয়। বাৰু বাদ দে, কিয় আহিছিল ভদ্ৰলোক?

: অহা মানে আমাক দেখিহে সোমাইছিল। ক'ৰ জানো ল'ৰা এটা বিচাৰি আহিছে।

এনেতে সি পল্লৱৰ পিনে চালে। পল্লৱে দুয়োকে নিৰৱে চাই আছিল। সি কাষ চাপি পল্লৱৰ সোহাতখনত ধৰি কলে—

: কংগ্ৰেচুলেছন দেই আপোনাক। মই একদম পাহৰি আছিলোঁ। আপোনাৰ কথাটো। ইয়াক কলে নেকি আপোনাৰ কথাটো?

সুনীলে পল্লৱে কিবা কোৱাৰ আগতেই কলে—

: তয়ে কচোন। এখেতে আকৌ ভিতৰুৱা কথাবোৰ মোক কেলেই কব?

: মিস্টাৰ সেন, আপুনি বন্ধুৰ পৰা লুকুৱাইছে কেলেই। ইমান ভাল খবৰ এটা। বুজিছ সুনীল, এখেতে মিছ মাৰবিনা কাকতিৰ ভনীয়েকক বিয়া কৰাবলৈ ঠিক কৰিছে।

: অ' হয় নেকি? ভালেই হৈছে। কিন্তু বায়েক জনী যে মিছ হৈ ব'ল?

: তই একেবাৰে দ্বাপৰ যুগৰ হৈ আছ। তাতে কি হ'ল। যিয়ে যেতিয়াই মন যায় বিয়া কৰাব। তেওঁবো মন যেতিয়া যায়, বিয়া পাতিব। বাৰু সেইবোৰ বাদ দে, তই এতিয়া মোৰ লগত ওলাবিনে? মিষ্টাৰ সেন, আপুনিও বলক।

: কলৈ?

: এখন ভাল ভ্ৰাম্যমান থিয়েটাৰ চলিছে পল্টন বজাৰত। আজি লেনিন আছে হেনো। বলক যায় যদি।

: শইকীয়া ?

পল্লৱে সুনীলৰ পিনে চাই সুধিলে। সুনীলে হাঁহি হাঁহি কলে—

: বলক যাওঁ। লোকৰ ওপৰত পাম যেতিয়া, আপত্তি কি ?

: থিয়েটাৰৰ কথা শুনি মোৰ পুৰণি কাহিনী এটা মনত পৰিছে। —পল্লৱে কলে। সি কি কাহিনী কওক চোন শুনো বুলি কোৱাত পল্লৱে আৰম্ভ কৰিলে—

: কাহিনী ঠিক নহয়। সেই সময়ত লেম্ব চাহেব নে টেটাৰ চাহেব গুৱাহাটীৰ ডেপুটী কমিছনাৰ, এগ্‌নিউ চাহেব আছিল জুডিচিয়েল কমিছনাৰ। ১৮৭৫ নে ৭৬ চনৰ কথা। সেই সময়ত গুৱাহাটীৰ বিয়া, পূজা এনে উৎসৱত হাজোৰ গায়ন, বায়ন, আৰু নাচনিয়াৰ দল, নতুবা ঢুলীয়াৰ দল নতুবা ৰংপুৰ আদিৰ পৰা খেমৃতাৱালী বাঈজীৰ দল মতা হৈছিল।

: পূজা অৰ্থাৎ মূৰ্ত্তি থকা দুৰ্গা পূজা বাৰু কেইখন হৈছিল গুৱাহাটীত ?

সুনীলৰ প্ৰশ্নত পল্লৱে তাৰ পিনে চাই কলে—

: দ্যাট্‌ ইজ্‌ প্ৰোফেছাৰ চৌধুৰীজ ছাব্‌জেক্ট্‌।

সি তেতিয়া কলে যে, কিমানখন হৈছিল কতো লিখিত তথ্য নাই সেই বিষয়ে। কিন্তু গংগা নাথ মুন্সিফ্‌ আৰু স্বৰ্গীবাজাৰ ঘৰত যে মূৰ্ত্তি থাপনা কৰি দুৰ্গা পূজা কৰা হৈছিল তাৰ প্ৰমাণ আছে। তাৰ আগতে গুৱাহাটীৰ মানুহে দুৰ্গা পূজাৰ সময়ত কামাখ্যাত দেৱী দৰ্শন কৰিবলৈ গৈছিল। বিজয়া দশমীৰ দিনা ব্ৰহ্মপুত্ৰত বছৰি নাও খেল হৈছিল। 'এতিয়া আপোনাৰ 'কাহিনীটোলৈ আহক' বুলি পল্লৱক কবলৈ দি সি আগ্ৰহেৰে বৈ থাকিল।

পল্লৱে কলে যে, শুক্লেশ্বৰ দেৱালয়ত সেই বাৰেই প্ৰথমবাৰৰ কাৰণে এখন নাটকৰ অভিনয় কৰা হৈছিল। নাটকখনৰ নাম আছিল

বাম বাজ্যাভিষেক। বাংলা নাটক আছিল বোধ কৰোঁ। কিন্তু মঞ্চস্থ কৰিছিল স্থানীয় শিল্পীয়ে।

এগ্ নিউ চাহাবৰ জানো কি মন গ'ল, তেওঁ নাটক চাবলৈ গৈছিল সেই দিনা। এতিয়াৰ যিটো এচ পিৰ বঙলা, তাতে আছিল তেওঁ। সেই মাটি খিনি অৱশ্যে ইতিপূৰ্বে আছিল মুবল হক চাহাবৰ ককাকৰ। তাৰ পৰাই তেওঁলোক উঠি গৈছিল কুমাৰ পাৰাৰ অসম ট্ৰাংক ৰোডৰ কাষলৈ। য'ত তেওঁবিলাকে গুৱাহাটীৰ প্ৰাচীন আইনজীৱি জয় শংকৰ গুহৰ আগতে পকী ঘৰ সজাইছিল। গুৱাহাটীৰ সেইটোৱে আছিল প্ৰাচীনতম ব্যক্তিগত পকীঘৰ। জয় শংকৰ গুহৰটো আছিল দ্বিতীয়। অৰ্থাৎ হক চাহাবহঁতৰতকৈ পাচত সজোৱা।

এনেতে সি সুধিলে—

: এতিয়াৰ ডনবস্ক' স্কুলৰ পশ্চিম পিনে নাগ কটা পুখুৰীৰ দক্ষিণ পশ্চিম চুকৰ সেইখিনিতে নাছিল জানো গুহৰ ঘৰটো।

: আপুনি ঠিকেই ধৰিছে। সেইয়া যি কি নহওক, এগ্ নিউ চাহাবে খাই বৈ বেচ ৰঙিয়ালহৈ গৈছিল নাটক চাবলৈ। সীতাৰ অভিনয় আৰু বেশ-ভূষা হেনো বৰ ভাল হৈছিল। গতিকে চাহাব আকৃষ্ট হ'ল সীতাৰ প্ৰতি। চাহাবে শেষত বিয়াৰ প্ৰস্তাৱ দিয়াৰ কথা ভাবি এজনক সীতাৰ সবিশেষ সুধিলে। কিন্তু যেতিয়া জানিলে যে, সীতা মহিলা নহয়, মতা মানুহহে, তেওঁৰ নিচা ফাটি গ'ল, তেওঁ আৰু এথন্তেকো নৰল তাত। ততালিকে নাটঘৰ এৰি গুলাই আহিল।

: কেতিয়াৰ কাহিনী বাৰু এইটো ?

: ওঠৰশ পয়সত্তৰ নে ছয়সত্তৰ চন।

এইবাৰ সুনীলে মন্তব্য দিয়াৰ দৰে ক'লে—

: তেনেহলে মঞ্চাভিনয়ত আমি এশ বছৰ কেতিয়াবাই পূৰা কৰিলোঁ। এতিয়াতো উনৈচ শ আশী হ'ল।

: অসমত শংকৰদেৱৰ অংকীয়া নাটৰ পাচত এয়ে বোধকৰো নাট-মঞ্চীকৰণৰ প্ৰাচীনতম সূচনা।

পল্লৱে ক'লে। সুনীলে অৱশ্যে ইতিমধ্যে ৰামস্বৰূপকৈ লগত লৈ ওলাল বজাৰ কৰিবলৈ। সি ক'লে—

ঃ বহু নাটক চালেই পেট নভৰে নহয়। মিষ্টাৰ সেন আপুনি বহক, মই অলপ আহোঁ। তিনিও আজি ইয়াতে খাম।

প্ৰোফেছাৰে অৱশ্যে সুনীলক ক'লে যে, ৰাতি আঠ বাজিলেই। এতিয়া বজাৰ পায় নে নেপায় সন্দেহ। আৰু আঠ বজাত বজাৰ কৰি খাই বই সাজু হওতে অন্ততঃ এঘাৰটা বাজিব। আৰু ভ্ৰাম্যমানৰ লাষ্ট শ্বোও শেষ হব প্ৰায় সিমানতে।

সুনীলে তাৰ কথালৈ কেৰেপকে নকৰি ৰামস্বৰূপক লৈ ওলাই গ'ল। সি ভাবিলে এই চেগতে পল্লৱক সি মুকলিভাৱে সুধিব পাৰিব ছাজিমাৰ কথা। তেওঁ কেনেকে প্ৰথম চিনাকি হ'ল, ছাজিমাৰ বিষয়ে তেওঁ কিমানদূৰ জানে সমস্ত পৰখ কৰি চোৱাৰ কথা সি ভাবিলে।

ঠিক সেই মুহূৰ্ত্ততে ভিতৰৰ পিনৰ পৰা যিজন আহি সিহঁত বহি থকা কোঠাটোত সোমালহি তাৰ বাবে সিহঁত প্ৰস্তুত নাছিল। আগন্তুক জন এটা অশৰীৰীৰ দৰে যিদৰে অচানক আৱিৰ্ভাৱ হ'ল ছুয়োৰে হঠাৎ দম বন্ধ হৈ যোৱা যেন লাগিল। সি যথাসম্ভৱ স্বাভাৱিক হবৰ যত্ন কৰি গহীনকৈ সুধিলে—

তুমি আকৌ ইয়াত কিয় ?

: মই ইয়াত কিয় ? মানে মোক সুধিছে ?

: অঁ আপোনাকে সুধিছোঁ। য'ক, শিখাৰ এতিয়া সময় নাই। খীনকৈ, দেহত বিশেষকৈ মুখখনত বয়সৰ ছাপ পৰা মহিলা এগৰাকীয়ে তাক তেনেদৰেই সম্ভাষণ জনালে শিখাহঁতৰ ঘৰত উপস্থিত হোৱাৰ লগে লগে।

সেইদিনা শিখাই মির্জাত নতুন কামত যোগদান কৰাৰ কথা। আগবঢাই থবলৈ যোৱাৰ কথা আছিল সিহঁত তিনিওৰে অর্থাৎ পল্লব, সুনীল আৰু তাৰ। কিন্তু শেষত সুনীলৰ কিবা কাম ওলাল। পল্লৱৰ হ'ল জ্বৰ। গতিকে পল্লৱৰ গাড়ী আৰু ড্ৰাইভাৰলৈ সি অকলেই অহিবলগীয়াত পৰিল।

শীতল অভ্যর্থনা পোৱাৰ লগে লগে সি আকৌ এবাৰ মহিলা-গৰাকীৰ মুখলৈ চালে। বতাহৰ কোবত মাটিত বাগৰি পৰা ফুলগছ এজোপাৰ কথা মনলৈ আহিল তাৰ। মানুহজনীয়ে কিন্তু কেটেৰা মাতষাৰ দিয়েই ব্যস্তহৈ ভিতৰলৈ সোমাই গৈছিল , অগত্যা সি বোবা অন্ধ এটাৰ দৰে নিশ্চল হৈ শিখাহঁতৰ নঙলামুখত ৰৈ থাকিল।

অলপ পাচতে ভদ্রমহিলাই আকৌ চুটকেছ এটা হাতত লৈ ওলাই আহিল বাৰান্দালৈ। তাক দেখি এইবাৰ বাংলাতে কলে—

: আমি বললামত শিখা এখন ব্যস্ত। ও কোথাও যাবে একখুনি। যান আপনি।

এনেতে শিখাৰ সহাঁৰি শুনা গ'ল—

: দিদি, তুমি কাৰ সংগে কথা বলছ। এই যাঃ আপ্‌নি ? দিদি বোধহয় যা তা বলে ফেলছে। দিদিজ আৰ বিয়েলি গ্রেট। সর্দাৰি কৰবাৰ মতো বোন্ থাকলে এমনিই হয়। আসুন, বাইৰে দাড়িয়ে কেন। আমৰা এখন মির্জা যাচ্ছি। আজকে জয়ন কৰবোত। দিদি যাবে আমাৰ সংগে। আপ্‌নাকে কাল বল্‌লাম ত।

: মইও সেইবাবেই আহিলোঁ।

: মানে?

: আপোনাক থৈ আহিবলৈ।

: মোক আকৌ কিয় থৈ আহিব লাগে আপুনি? মইতো কেচুৱা নহয়।

: ভাল কৈছে। সুনীল আৰু মিষ্টাৰ সেনো অহাৰ কথা আছিল। কিন্তু সেনৰ জ্বৰ, আৰু সুনীলৰ কিবা কাম ওলাল।

: আপুনিও নালাগে যাব। মিছামিছি কষ্ট কৰাৰ কি কাম! মোৰ লগত দিদি আছেই।

: কষ্ট আকৌ কি? মিষ্টাৰ সেনৰ ড্ৰাইভাৰে কাৰখন লৈ সৌৱা তাত অপেক্ষা কৰি আছে। কাৰো একো কষ্ট নহয়। আৰু লৰালৰি কৰাৰো কাম নাই। আপোনালোকে বস্তু বাহানি ঠিক ঠাক কৰি ওলাওক মই পট্‌কৰে সুনীলৰ তাৰ পৰা আহোঁ।

: দেৰি নকৰিব কিন্তু।

: এতিয়াও তিনি ঘণ্টা আছে। বাৰ বজাৰ আগতে জয়ন কৰিলেই হ'ল। সেইখিনি গৈ পাওতে বৰ বেচি পঞ্চল্লিশ মিনিট।
সি আচলতে ভালপোৱা নাছিল তাত থাকিবলৈ। ঘৰত বেচি পৰিয়াল নাই বোধকৰোঁ। ইমান পৰে বায়েক ভনীয়েক দুজনীত বাদে সি কাৰো সহাৰিকে নাপালে। আৰু মানুহ দুজনী ওলোৱাত ব্যস্ত হৈ পৰিব আৰু সি গছৰ মূঢ়াটোৰ দৰে বহি অপেক্ষা কৰি থাকিব লাগিব! সি কথাটো ভাল নাপালে।

সুনীলৰ ভালৈ আহিও সি যিটো দৃশ্যৰ সতে মুখামুখি হ'ল তাৰ কাৰণে সি একেবাৰেই প্ৰস্তুত নাছিল। সি খঙ আৰু উত্তেজনাত অধীৰ হৈ সুনীলৰ ঘৰত নোসোমোৱাকৈয়ে ঘূৰি আহিছিল। মাৰবিনাই যে ইমান ৰাতিপুৱাতে সুনীলৰ ঘৰত কি কৰিছিল সি ভাবি নাপালে। সুনীলো তো তাৰ দৰেই অকলে থাকে। মাৰবিনাই ইমান পুৱাতে আহে কেলেই তালৈ। আজি বহুদিন মাৰবিনা তাৰ তালৈ অহানাই। ভনীয়েকৰ আঙঠি পিন্ধোৱাৰ দিন ধৰি মাৰবিনাক সি লগেই পোৱা

নাই। অথচ সুনীলৰ গাড়ী গৈছে মাৰবিনাৰ ঘৰলৈ। মাৰবিনা বাতিপুৱাতে আহিছে সুনীলৰ ঘৰলৈ। কি ঠিকনা আছে, হয়তো ৰাতিও আছিল তেওঁ সুনীলৰ ঘৰতে।

খণ্ডতে গাড়ীখন যে শিখাহঁতৰ বাটৰ আগত কেতিয়াবাই বৈ গৈছিল তাৰ খবৰেই নাছিল।

শিখা তাৰ লগত পিচৰ চিটতে বহিছিল। সম্মুখৰ চিটত বহিছিল দিদি। তেওঁ তাৰ পিনলৈ লাজতে চোৱাই নাছিল। জড সড় হৈ এটা কাঠৰ মূৰ্ত্তিৰ দৰে সম্মুখৰ পিনে চাই গৈছিল।

কিছুদূৰ যোৱাৰ পাচত তাৰ মন স্বাভাৱিক হৈ পৰিছিল। সি বিজুলী চিনেমাৰ আগেদি যোৱাৰ লগে লগে শিখাক কলে—

: আপুনি এই চিনেমা ঘৰটোৰ জন্ম-কাহিনী জানেনে?

: নাজানো, কওকচোন।

: সেয়া বেচি দিনৰ কথা নহয়, প্ৰথম মহাযুদ্ধৰ পিচতে ঘটা কাহিনী। উনৈচশ বিশ বা একৈশ চন মানৰ কথা। লাখটকীয়াৰ নালবৰ পট্টীৰ ওচৰত এজন ডেকা ল'ৰা আছিল। নাম মাচুম।

: নালবৰ পট্টী?

: অঁ, ঘোঁৰাৰ খুৰাত যে লোহাৰ নাল লগায়, সেই নাল তৈয়াৰ কৰাত এক্সপাৰ্ট আছিল সেই পট্টীৰ লোক। ইতিপূৰ্বে তেওঁলোক তালৈ আহিছিল মান ভগনত উজনি-অসমৰ পৰা। চাৰ খাছুৱা চাহাবৰ উপৰিপুৰুষো সেই সময়তে আহিছিল গোলাঘাট অঞ্চলৰ পৰা। যাই হোক, ডেকা মাচুমৰ আছিল এটা শিল্পীমন। তেওঁৰ মন আছিল কলিকতাত থকাৰ দৰে এটা ছবি-ঘৰ কৰিবলৈ। কিন্তু টকা ক'ত? টকাতো লাগিব বহুত। কিন্তু দিব কোনে তেওঁক ইমান টকা! এনেতে দেৱতাৰ বৰৰ দৰে হাততে এটা সুযোগে ধৰা দিলে। গুৱাহাটীত কেতিয়া ৰেড লাইট এৰিয়া এটা আছিল।

শিখাই 'ৰেড লাইট এৰিয়া'ৰ কথা ওলোৱাত পটকৈ নিজৰ ওঠলৈ আঙুলি এটা নি বায়েকক দেখুৱাই মনে মনে কৰলৈ দিলে। সিও কণ্ঠস্বৰ নমাই পুনৰ কবলৈ আৰম্ভ কৰিলে—

: আপুনি জানে নহয় ক'ত আছিল ?

: জানো আকৌ। সৌ তিনি নম্বৰ বেল গেটত নাছিল জানো ?

: তাতে এগৰাকী সুন্দৰী মহিলাৰ স'তে তেওঁৰ ঘনিষ্ঠতা আছিল হেনো। নাম আছিল জানকী দেবী নে কি ? সকতে ফুলবাৰী হৈ পাচত কুমাৰী হোৱাত সমাজৰ অত্যাচাৰত নিজৰ গাঁৱত, আত্মীয়-পৰিজনৰ মাজত ৰব নোৱাৰি গুৱাহাটীৰ তিনি নম্বৰ গেটৰ শান্তি নিলয়ত এদিন আশ্ৰয় লৈছিলহি।

: তেতিয়া বোধকৰোঁ গুৱাহাটীৰ বামুনী সম্প্ৰদায়টোৰ সৃষ্টি হোৱা নাছিল।

: বামুনী সম্প্ৰদায় আছিল তেতিয়া। আজি কালি যিদৰে গাঁৱৰ মাটি নোহোৱা কৃষকসকলে নিৰুপায় হৈ চহৰত দিন মজুৰি কৰি পেট প্ৰবৰ্ত্তাবলৈ আহে, সেই সময়তো হিন্দুসকলৰ ফুলবাৰী আৰু আন বিধবা গাভৰু সকলেও গাঁৱত সমাজৰ, ঘৰৰ অত্যাচৰত তিষ্ঠিব নোৱাৰি গুৱাহাটীলৈ আশ্ৰয়ৰ বাবে আহিছিল। সেই সময়ত ব্যক্তিগত ঘৰত কাম কৰা মানুহ পাবলৈ কঠিন আছিল। গতিকে এইসকলে স্থান পাইছিল। অৱশ্যে কোনো কোনো ঘৰত এওঁলোকৰ অৱস্থা তিনি নম্বৰ গেটৰ বাসিন্দাসকলতকৈও শোকলগা আছিল। কিন্তু চিনাকি মানুহ আৰু পৰিয়াল পৰিজনৰ জ্ঞান আৰু দৃষ্টিৰ বাহিৰত হেতুকে সমস্ত সহনীয় হৈ গৈছিল। এওঁলোকৰ সামাজিক পৰিচয় আছিল নামতীৰ দল। বিয়াত, ঘৰৰ পূজা পাৰ্বনত, বামুনী নামতীৰ দল মাতিলেই হ'ল। সুকলমে সমস্ত সমাধা কৰি দিব দলটোৱে। বাৰু বাদ দিয়ক, জানকীদেৱীয়ে বামুনী সম্প্ৰদায়ত যোগ নিদি গুৱাহাটীৰ ৰেড লাইট এৰিয়াত বাসিন্দা হ'লহি।

মাচুম নামৰ ল'ৰাটোৰ প্ৰতি জানকী দেৱী আকৃষ্ট হ'ল। ল'ৰাজন আন দহজনৰ দৰে উচ্ছৃংখল নহয়। মদ খায়, বৰঞ্চ অলপ বেচিকৈয়ে খায়। কিন্তু একো উচ্ছৃংখলা নাই। শান্ত হৈ তেওঁৰ কোঠাৰ এচুকত চকু দুটা মুদি দিনৰ দিনটো পৰি থাকে। ল'ৰাজনে শান্ত হৈ পৰি থাকিলেও জানকী দেৱীৰ দৃষ্টিৰ পৰা, তেওঁৰ অনুভৱৰ পৰা ভেকাৰ

অশান্ত মনটো সাৰি যাব পৰা নাছিল। এদিন তেওঁ সুধিয়ে পেলালে—

: তোমাৰ কি হয় বাৰু, নিতউ এনেকে যে মন মাৰি থাকা?

: একো নহয়।

: ফাকি নিদিবা, কোৱাচোন কি দুঃখ আছে তোমাৰ মনত?

ডেকাল'ৰাজন শোৱাৰ পৰা উঠি বিছনাতে বহি ললে আৰু জানকী দেৱীৰ মুখলৈ একেথৰে চাই থাকিল। দেৱীয়ে কলে—

: মোৰ মুখত আকৌ নতুন কি ওলাল, তুমি যে এনেদৰে ভেবা লাগি চাই আছা?

: তুমি মোক বিয়া কৰাবা?

: মই? তোমাক? তুমি বলিয়া হোৱা নাইতো?

: বলিয়া হলে বিয়াৰ কথা কলোহেঁতেন জানো?

: তুমি তেনেহলে সুস্থ মগজুৰে কৈছা নেকি? তুমি বাৰু জানি-শুনি মোক কিয় বিয়া কৰাবা কোৱাচোন?

: বলিয়া নহয় বাবে। বলিয়া হলেতো নজনা নুশুনাকৈয়ে বিয়া কৰাবলৈ গলোঁহেঁতেন।

যাই হওক তাৰ পিচদিনাই তেওঁলোকৰ বিয়া হ'ল। জানকী দেৱীয়ে নিজৰ ধৰ্ম এৰি মাচুমৰ ধৰ্ম ললে। আৰু তেৱেঁই পইচা দি এই বিজুলী চিনেমা হলটো কৰালে। তাৰ প্ৰথম নাম দিছিল মাচুম-হল। তাৰ পাচত নাম হ'ল পিক্‌চাৰ হাউছ। আৰু এতিয়া বিজুলী।

: বেচ ৰোমাঞ্চকৰ কাহিনী এটা।

শিখাই মন্তব্যবাৰ দিয়ে তৰুণৰাম ফুকনৰ ঘৰৰ পিনে আঙুলিয়াই কলে—

: এই ঘৰটোও তো পুৰণি বিভিন্ন দিনৰ কম বিচিত্ৰ কাহিনীৰ সাক্ষী নহয়।

: অঁ এইখন হলিৰাম ঢেকিয়াল ফুকনৰ ঘৰ। ঠিক এই ধৰণৰ এবাহ পো-পোৱালিৰে গম-গমীয়া আৰু দুখন ঘৰ আছিল গুৱাহাটীত। তাৰে এখন আছিল এতিয়া যে লাইফ ইন্সিওৰেঞ্চৰ অট্টালিকাটো

আছে তাৰ ওলোটা ফালে ললীত মোহন লাহিড়ীৰ আৰু আনখন থানাৰ কাষৰ যশোমন্ত বোডত শ্ৰীমন্ত সেনৰ ঘৰ। এই দুৰ্য্যোধন ফুকনৰ ঘৰখন পতাৰ প্ৰায় ত্ৰিছ-পয়ত্ৰিছ বছৰৰ পাচত পতা। এদিন গুৱাহাটীৰ প্ৰবীণ বৃদ্ধ এগৰাকীক সুধিছিলো যে, আপোনাৰ দিনত লগপোৱা আটাইতকৈ সম্ভ্ৰান্ত অভিজাত ভদ্ৰলোক বা ভদ্ৰমহিলা কাক বুলি ভাবে বাৰু আপুনি ? তেওঁ নভবাকৈয়ে পট্ কৰে কলে—কিয় ? তৰুণ ৰাম ফুকন। তেনে সম্ভ্ৰান্ত ব্যক্তি মই জীৱনত আন এজন লগ পোৱা নাই। প্ৰোফেছাৰ চৌধুৰীয়ে কৈ গ'ল– সি হেনো বৃদ্ধক প্ৰশ্ন কৰিছিল কিয় ফুকনকহে কেৱল তেনে বুলি ভাবে বুলি। উত্তৰত বৃদ্ধই হেনো গুৱাহাটীৰ এখন প্ৰাচীন মহাভাৰত মেলি ধৰিছিল। তৰুণৰাম ফুকন হ'ল বিখ্যাত পৰশুৰাম দুৱৰীয়া বৰুৱাৰ পৰিনাতি। তেওঁৰ ককাক যজ্ঞৰাম ফুকনে স্বাধীন অসমৰ খাৰঘৰীয়া ফুকন বাব পাইছিল। এই যজ্ঞ ৰামৰে ১৮৩১ চনত বলোৰাম নামে এটা পুত্ৰ জন্মলাভ কৰিছিল। তৰুণৰাম এই বলোৰামৰে পুত্ৰ। তেওঁ জন্মিছিল ১৮৭৭ চনত। বিলাতত তেওঁ বাৰিষ্টাৰি পাচ কৰি গুৱাহাটীত যেতিয়া ওকালতি কৰেহি তেতিয়া তেওঁৰ পেশা আছিল ওকালতি, কিন্তু নিচা আছিল চিকাৰ।

এবাৰ এই চিকাৰৰে কাহিনী এটা। এবাৰ হেনো কোনোবাই খবৰ দিলেহি যে মানপাবাৰ পথাৰত কিছুদিনৰ পৰা এটা প্ৰকাণ্ড শৰ পহু নামি পকা ধান শেষ কৰিছে। শুনা মাত্ৰকে ফুকনে ঘোঁৰাত উঠি পালেগৈয়ে ফটাশিল আমবাৰী। তাত হাতী যোগাৰ থাকেই। হাতীত উঠি ওলালগৈ মানপাৰা। ওখ তৰানি আৰু কোটোহা বাহৰ জোপোহাৰ আঁৰে আঁৰে গৈ পালেগৈ হৰিণটো। সি একান্ত মনে তাৰ নিয়ৰভঙা পৰ্যন্ত ডুব যোৱা পানীত নামি পকা ধান খাই আছিল। সেইদিনা হাতীটো আছিল নতুন এটা। চিকাৰত পকা নহয়। ফুকনে গুলী এবাৰ ঠিক আগ মুহূৰ্ত্ততে গাটো অকণ লৰাই দিলে। গতিকে গুলী বিক্ষিপ্ত হৈ, পৰিব লাগিছিল কলিজাত, পৰিল কঁকালত। হৰিণ পাহাৰৰ পিনে দৌৰি আহিছিল। হৰিণ মৰিল ; কিন্তু খেদি

যাওতে ফুকনে কোটোহা বাহৰ জেওনি আৰু কিবা 'কাঁইটীয়া' গছত আঁচোৰ খালে। কাপোৰ তো ফালিলেই, গাৰ ছালো ফালিল। শেলুৰৈ লগা গছৰ ছালত ঘহনি লাগি কাপোৰ মলিয়নো হ'ল। তেওঁ সেই অৱস্থাৰেই ঘৰলৈ আহিল। চিকাৰ পিচে পিচে হাতীত আহিল। বাটত তেওঁক বহুতেই লগ পালে স্বাভাৱিকভাৱেই নমস্কাৰ জনাই শ্ৰদ্ধাও জনালে।

তেওঁৰ ককায়েক জীৱনৰাম ফুকনো হেনো চকৰদৰ বিললৈ কিবা কামত গৈছিল। ঘুৰি আহোতে বাটত মাউতে পাই ঘটনাটো ক'লে। ককায়েকে বাটত যাকে লগ পায় তাকেই হেনো উদ্বিগ্ন হৈ ফুকনৰ কুশল প্ৰশ্ন কৰিছিল। কিন্তু ফুকনৰ যে কিবা হৈছিল কোনেও কব পৰা নাছিল। সকলোৱে ককায়েকৰ প্ৰশ্ন শুনি আচৰিত হৈ ফুকনক স্বাভাৱিক দেখা বুলি কৈছিল।

মানে তেওঁ যিয়েই নকৰক তাত সদায় এটা ষ্টাইল আছিল। ঘোঁৰাত উঠি গৈছে, ফিটন চলাই গৈছে বা মোটৰত বহি গৈছে বা খোজ কাঢ়ি গৈছে, চৰতে তেওঁৰ এটা ষ্টাইল আছিল। গাৰ চোলাটো কিবা কাৰণত ফাটিল বা লেতেৰা হ'ল কিন্তু সেইটোৱে মানুহজনৰ গাত কোনো কদৰ্যতাৰ সৃষ্টি নকৰে। বৰঞ্চ মানুহজনৰ স্বভাৱজ নিটোল সম্পূৰ্ণতাৰ স্পৰ্শ লাগি কদৰ্য হব পৰা দোষ-ক্ৰুটীবোৰ ঢাক খাই পৰে। আৰু কোনোবা ক্ষেত্ৰত হয়তো তেনে ক্ৰুটীবোৰে মানুহজনক আৰু বেচি দেখনিয়াৰ লগা কৰি হে তোলে।

উনৈচশ ছাব্বিচৰ পাণ্ডু কংগ্ৰেছৰ ধাৰ মাৰোতে ফুকন ফতুৰ হৈ গ'ল। কিন্তু তেওঁৰ ঘনিষ্ঠ সহযোগীজনেও তেওঁৰ অৱস্থান্তৰৰ গমকে নাপালে। তাৰ পাচতো আসাম ভেলি ষ্টোৰ্ চৰ দামী বিলাতী চেণ্টৰ বটলটো, দামীতো দামী পাম্প শ্যুবোৰ তেৱেঁই কিনিব।

তেজপুৰ লক্ষ্মীধৰ শৰ্মালৈ যেতিয়া জীয়েকক বিয়া দিছিল, বান্ধনি আনিছিল কলিকতাৰ পৰা।

মজাৰ ঘটনা এটা মনত পৰাত তাৰ হাঁহি উঠি গৈছিল। সি শিখাৰ পিনে চাই হাঁহি হাঁহি ক'লে—

: এবাৰ কি হ'ল জানে? সেই জীয়েকৰ বিয়াতে ভোজ খাবলৈ গুৱাহাটীৰ প্ৰায় সকলোকে নিমন্ত্ৰণ কৰিছিল। আৰু সকলোৱেই আহিছিল। ফুকনৰ ঘৰৰ নিমন্ত্ৰণ, কোনেনো নহাকৈ থাকিব পাৰে।

: এঘৰে নিশ্চয় অহা নাছিল।

শিখাই মাজতে টিপ্পনি দি কলে—

: কোন বাৰু?

: শ্ৰীমন্ত সেনৰ পৰিয়াল। গুৱাহাটীৰ ফাঁচীপৰ্হিয়া দ্বিতীয়টো পৰিয়াল। তেওঁলোক খাবলৈ কাৰো ঘৰলৈ নগৈছিল। শ্ৰীমন্ত সেনৰ দিনত প্ৰতি বছৰে দুৰ্গাপূজাত নাওত উঠি সমস্ত পৰিয়াল গৈছিল ফৰিদপুৰ জিলাৰ মাদাৰিপুৰ মহকুমাৰ পালং গাঁৱলৈ। শ্ৰীমন্ত সেন আছিল পলাচী যুদ্ধখ্যাত ৰাজা ৰাজ বল্লভ ৰায়ৰ বংশধৰ। তেওঁৰে সুযোগ্য পুত্ৰ ৰায় বাহাদুৰ কালীচৰণ সেন। অসমীয়া ধনী পৰিয়ালৰ একমাত্ৰ বেংকাৰ। তেওঁলোক নিশ্চয় ফুকনহঁতৰ ঘৰৰ ভোজলৈ যোৱা নাছিল। তেওঁলোক ইমান গোড়া হিন্দু যে, তেওঁলোকৰ ঘৰৰ ৰান্ধনি আছিল পুঠিমাৰীৰ দবকা গাঁৱৰ সদবংশীয় ব্ৰাহ্মণ সন্তান। ঘৰৰ বিয়া-বাৰু বা শ্ৰাদ্ধ আদিত ৰাজহুৱা নিমন্ত্ৰণ নিষেধ। কেৱল কামাখ্যাৰ পাণ্ডাৰ বাদে কাকো নিমন্ত্ৰণ নকৰে।

: তেনেহলে তেওঁলোক নিশ্চয় অহা নাছিল। কিন্তু তালৈ ডেকা অম্বিকাগিৰি আহিছিল। তেওঁ আছিল অলপ ৰক্ষণশীল ধৰণৰ লোক। ফুকনে সেই লৈ সুবিধা পালেই তেওঁক পেংলাই কৰে। ভোজত সেইদিনা তেখেতে বহিছিল উকীলসকলৰ শাৰীত। পৰিবেশনত ফুকনে নিজেই চকু দি ঘূৰি ফুৰিছিল। ভাত দি যোৱাৰ পাচত লাবৰা দি গৈছে আন এজন বিলনীয়াই। অম্বিকাগিৰিৰ পাতত লাবৰা দিব খোজোতেই ফুকনে হা-হা- কি-কৰা বুলি হাঁহাকাৰ কৰি উঠিল। আটায়ে আচৰিত হৈ ফুকনৰ মুখলৈ চালে। তেওঁৰ পাতত দিবলৈ আমাৰ অসমীয়া বামুনে কৰা আলুপিটিকা আৰু গৰৈ মাছ পোৰা আছে নহয়, তাকে দিয়াহি। কলিকতীয়া বাঙালী ঠাকুৰে কৰা লাবৰা দি মাৰিব খুজিছে তেওঁক। অম্বিকাগিৰিক অসমীয়া ৰক্ষণ-

শীলতাৰ পৃষ্ঠপোষক বুলি চৰেই জনা হৈছিল। ফুকনৰ কথা শুনি হাঁহিৰ খলকনিত ভোজৰ খোলা মুখৰিত কৰি দিছিল অভ্যাগত-সকলে।

: অঁ, কথাই কথাই মিৰ্জা পালোহিয়ে দেখোন।

শিখাই কোৱাতহে তাৰ চেতনা হ'ল যে ইমানপৰে ওৰে বাটটো সি কথাকে কৈ আহিছে।

: এহ্, গোটেই বাটটো আপোনাক বোৰ কৰি আহিলোঁ।।

: ভগবানে যেন আপনাক মোক এনেদৰে বোৰ কৰাৰ সুযোগ হেজাৰ বাৰ দিয়ে। ৰবচোন ঘৰটো কোন ৰাষ্টাত আছিল।

: আগেয়ে স্কুলত জয়ন কৰি আহকগৈ বলক।

: উঁ, আপুনি কামৰ কথা কৈছে। বলক।

স্কুলত শিখাই জয়ন কৰাৰ পাচত বান্ধৱীৰ ঘৰত দুয়োজনীকে থৈ অহাৰ সময়ত শিখাই ক্ষমা খোজাৰ সুৰত কৈছিল—

: আপোনাৰ ওপৰত অন্যায় অত্যাচাৰ চলালোঁ। এই কেইটা দিন। মোৰ চাগে' ভীষণ পাপ লাগিছে।

: মই আকৌ আহিম, বহুত বাৰ আহিম আৰু আপোনাক মহাপাপত নিমজ্জিত কৰাম।

: মই মহাপাপ কৰি পুলিচৰপৰা পলাই ফুৰিব লগীয়া হৈছে চাৰ। পুলিচ চাহাবৰ পুতেকক সেইদিনা চাহ দোকান এখনত পিতিলোঁ।

তাৰ ঘৰত অশৰীৰীৰ দৰে আবিৰ্ভাৱ হোৱা ডেকা ল'ৰাজন আছিল বিপ্‌লি। সি চৌধুৰী প্ৰফেছাৰৰ ভিতৰৰ পিনে বাৰান্দাত ইমান পৰে লুকাই আছিল। সুনীল আৰু ৰামস্বৰূপ যোৱাৰ পাচতে ওলাই আহিছিল। সি তাৰ মনৰ ভাবটো বুজিবৰ চেষ্টা কৰি কলে—

: এচ আই জনক দেখি আপোনাৰ পিচফালে বাৰান্দাত লুকাই আছিলোঁ চাৰ, এতিয়া যাওঁগৈ।

সি কিবা কোৱাৰ অগেতেই কথা বঢ়াৰ সুযোগ নিদিয়াৰ উদ্দেশ্যে পল্লৱ সেনে কলে—

: অঁ তুমি যোৱা।

পল্লৱৰপৰা সম্মতিসূচক কথাষাৰ শেষ হোৱাৰ আগতেই সি বাহিৰৰ এন্ধাৰত অদৃশ্য হ'ল। সি ল'ৰাজনৰ কথাই কলে—

: চ'কচোন, আজিকালি ল'ৰাবোৰ কি হৈছে? আজি আবেলি ঘৰত কি সন্মান কৰিলে মোক, অথচ এতিয়া মোৰ ঘৰতে আহি একৰকম মোকেই পেংলাই কৰি থৈ গ'ল।

: আজিকালি বহুত নতুন অভিজ্ঞতাৰ কাৰণে সাজু হৈ থাকিব-লগীয়া হয়। কি কৰিব, যুগধৰ্ম!

: এৰা বুজিছেনে, আজি কালি একোকে নিশ্চিত বুলি ধৰিব নোৱাৰি। আৰু বয়স যিমানে হৈ আহিছে, সিমানে আমাৰ প্ৰত্যয়, আমাৰ আত্মবিশ্বাস আচলতে নোহোৱাহে হৈ আহিছে।

: আচ্ছা চৌধুৰী, আপুনি হেনো গুৱাহাটীৰ ওপৰত কিতাপ এখন লেখি আছে? কি বিষয় লৈ লেখিছে বাৰু?

: চৰ।

পি সেই সময়ত কিতাপখনৰ বিষয়ে উলিয়োৱাটো ভাল পোৱা নাছিল। পল্লৱে কিন্তু তাৰ চমু উত্তৰটোৱে বিৰক্তিৰ ইংগিতে দিলেও ভ্রূক্ষেপ নকৰি সুধিলে—

: আচ্ছা বাৰু, গুৱাহাটীখনক আধুনিক হিচাপে গঢ়ি তোলাত কাৰ অৱদান আটাইতকৈ বেচি আছিল ?

: অৱদান বিভিন্ন দিশত বিভিন্ন জনৰ আছিল। কিন্তু গুৱাহাটী-খনক আধুনিক ধ্যান-ধাৰণাৰে সমৃদ্ধ কৰাৰ ক্ষেত্রত আটাইতকৈ আগতে চিন্তা কৰিছিল হলিৰাম ফুকনৰ পৰিয়ালে।

: আনন্দৰাম ঢেকিয়াল ফুকনক মানুহে হেনো বেয়া পাইছিল। আৰু তৰুণৰাম ফুকনো সিমান জনপ্রিয় নাছিল ?

: সকলো সমাজতে কিবা এটা পৰিৱৰ্তনৰ কাৰণে অৰ্থাৎ পৰিৱৰ্তন অনাৰ অৰ্থে চেষ্টা কৰিলে সকলোৱে আনপপুলাৰ হব। সেইটো ফুকনহঁতৰ দিনতে নহয়, এই যুগতো সত্য।

: আনন্দৰাম ফুকনকতো বহুতে কায়মনে চাহাব হৈ যোৱা বুলি সমালোচনা কৰিছিল।

: কিন্তু সমালোচনা কৰা সকলে "অসমীয়া ল'ৰাৰ মিত্র" নামৰ অসমীয়া ভাষাৰ প্রথম পাঠ্যপুথিখন ৰচনা কৰা নাছিল। সেইখন আনন্দৰাম ফুকনে নিজে লিখি, নিজৰ গাঁঠিৰ ধন খৰচ কৰি ছপাই উলিয়াইছিল। সাধাৰণ মানুহে বুজিব পৰাকৈ আইনৰ কিতাপ ছপাই উলিওৱা, ইংৰাজসকলক অসমীয়া ভাষা শিকোৱাৰ উদ্দেশ্যে ইংৰাজীতে কিতাপ লিখি ছপোৱা, এইবোৰ কৰ্ম আনন্দৰাম ফুকনে চাহাবৰ স্বভাৱ অনুকৰণ কৰি কৰিছিল সঁচা, কিন্তু চাহাবৰ মনটো লৈ নহয়। বৰঞ্চ ওলোটা মন এটা লৈহে।

: কিন্তু বহুতে কব খোজে যে ইংৰাজ অহাৰ লগে লগে অসমৰ অগ্রগামী লোকসকলৰ বহুতৰে সেই ফকৰাৰ নতুনকৈ ঘটি পোৱা মানুহটো যে আছিল তাৰ দৰে হৈছিল হেনো অৱস্থা ? সেই যে, "আদেখ্‌লেৰ ঘটি হলো, জল খেয়ে খেয়ে প্রাণটা গেলো" ?

: তেনে দৃষ্টান্ত নই হলে পোৱা নাই। তৰুণৰাম ফুকনকেই

বেয়া পাইছিল, সঁচা। কিয়নো কাৰোবাৰ অশোভনীয় আচৰণ দেখিলে তেওঁ ৰবপৰা নাছিল। এবাৰতো দাঁতালপাৰাৰ এজন মানুহক বহুত গাড়ী খৰিৰ দামকে নিদিলে। কিয়নো মানুহজনে মদ খাই মাতাল অৱস্থাত আহি তেওঁক টকাৰ কথা কৈছিলহি। ফুকনেই অসমত কংগ্ৰেছক প্ৰথম ঠাই দিছিল, অথচ তেওঁ ইংলণ্ডৰ সম্ৰাটৰ চিল্‌ভাৰ জুবিলী উৎসৱতো অংশ গ্ৰহণ কৰিছিল। তাকে লৈও ঘৰে-পৰে নানান কটু সমালোচনা হৈছিল। আনকি ১৯৩৯ চনত তেওঁৰ মৃত্যুৰ দিনাও গুৱাহাটীৰ এই সমলোচকসকলে তেওঁৰ দোষ ক্ষমা কৰি দিয়া নাছিল। কিন্তু পাচত সকলোৱে বুজিলে তেওঁ দেশখনক কাতোকৈ কম ভাল পোৱা নাছিল। এই ফুকন পৰিয়ালৰ চিন্তা চৰ্চ্চা ইমান আগবঢ়া ধৰণৰ আছিল যে, বহুতে তাৰ প্ৰকৃত মূল্য উপলব্ধি কৰিবপৰা নাছিল। আনন্দৰাম-বলোৰাম ফুকনৰ দিনতে তেওঁলোকৰ ঘৰত অজাতিৰ কাম কৰা লুগুৱা ৰখা হৈছিল, অজাতি লোকৰ সম্বৰ্দ্ধনা, সংসৰ্গ অকাতৰে মানি লৈছিল। যিটো সেই সময়ৰ আন অগ্ৰগামী সকলে কল্পনাও কৰিবপৰা নাছিল। পিচে এই মুহূৰ্ত্তত ইমান চিৰিয়াচ কথাবোৰ আলোচনা কৰিবৰ মন যোৱা নাই।

: অস্, আই এম শ্বো চৰি।

: নেভাৰ মাইণ্ড, আপোনাৰ আগ্ৰহত কোনো দোষ নাই।

: নহয় চৌধুৰী, ইয়ালৈ লাহিড়ী পৰিয়ালো আহিছিল, বিখ্যাত ৰামতনু লাহিড়ীৰ পৰিয়াল। তেওঁলোকে কেতিয়াবাই উদাৰ ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল।

: ব্ৰাহ্মধৰ্ম আমাৰ গুৱাহাটীতো গুণাভিৰাম বৰুৱাই ওঠৰশ উনসত্তৰ চনতে গ্ৰহণ কৰিছিল। আৰু তেওঁ তাৰ দুবছৰৰ পাচতে বিধৱা এগৰাকীক বিয়া কৰাইছিল। তেৱোঁ আছিল ব্ৰাহ্মণ হলিৰাম ঢেকিয়াল ফুকনৰ একেটা ঠালৰে। অথচ সৌ ১৯৩৪ চনতো কটন কলেজত সহ অধ্যয়নৰ বিৰুদ্ধে কলিকতাৰ 'অমৃত বাজাৰ পত্ৰিকা' সোচ্চাৰ হৈ পৰা আমি দেখিছোঁ। গতিকে সেইটো একো নহয়।

: নহয়, মই লাহিড়ী পৰিয়ালটোৰ অৱদানৰ কথা কৈছোঁ।

: অন্নদান অৰণ্যে দিছিল। লাহিড়ী উক ললীতমোহন লাহিড়ী আছিল বিখ্যাত আইনজীৱি। কালীচৰণ সেনৰ আছিল গোফ আৰু ফ্রেঞ্চ কাট্ ডাটি। আজিকালি চাৰ্টৰ ওপৰত পেণ্ট পিন্ধাৰ দৰে, তেওঁলোকে পিন্ধিছিল কামিজৰ ওপৰত সেনগুপ্ত বা লক্ষ্মী-নাৰায়ণ মিলৰ দহঅনীয়া ধুতী। যিমানে দিন যায় সিমানে নহকৰ চোঁচৰ দৰে খমখমিয়া হৈ যায়। লাহিড়ীয়ে যেতিয়া আবেলি নদীৰ পাৰে পাৰে বিচৰ ঘাটৰ পিনে ফুৰিবলৈ যায় দেহত তেতিয়া থাকে গোলাপী নিচাৰ উল্লাস, মুখত ফুৰ্ ফুৰ্ কৰে বিলাতী বস্তুৰ গোন্ধ আৰু হাতত থাকে কণাৰ লাখুটী স্বৰূপ পোহনীয়া কুকুৰটোৰ শিকলিডালৰ মূৰটো। আহি আহি বাটতে বৰুৱাহঁতৰ পদূলিত খন্তেক ৰবই। মাজে মাজে হয়তো কুকুৰটোকো খুজি গাখীৰ খুৱাব।

: কোন বৰুৱা বাৰু ?

: লতাশিলত থকা ডেপুটী কালেক্টৰ মহেশচন্দ্ৰ বৰুৱাহঁতৰ পৰিয়ালৰ ঘৰ। তেওঁলোক আছিল অসমৰ প্ৰাচীনতম চিকিৎসা-বিজ্ঞানী শূলপাণি, পুৰণি মেলীয়া বৰুৱাৰ বংশৰ। এওঁবিলাকৰ ঘৰতে গুৱাহাটীৰ ভিতৰত আটাইতকৈ আগতে মূৰ্ত্তি থাপনা কৰি দুৰ্গাপূজা কৰা হৈছিল। এওঁবিলাকৰ ঘৰৰে আন্তৰ্জাতিক খ্যাতিসম্পন্ন সাংবাদিক মথুৰামোহন বৰুৱাই গুৱাহাটীৰ প্ৰথম প্ৰিণ্টিং প্ৰেছটোৰ প্ৰতিষ্ঠা কৰিছিল। তাৰ নাম আছিল বোধকৰো ভিক্টোৰীয়া প্ৰেছ।

: কি প্ৰেছৰ কথা কৈছ অ' ? তোৰ কিতাপ প্ৰেছত পঠাবি নেকি ?

সুনীল যে ইতিমধ্যে আহি পাইছিল সি মনেই কৰা নাছিল। সি কলে—

: ভিক্টোৰীয়া প্ৰেছৰ কথা কৈছোঁ অ'

: অ' সেই মান্ধাতা যুগৰ প্ৰেছটোৰ কথা আকৌ গুলাল কিয় এই সাত ৰাতিখন ?

: লজীত মোহন লাহিড়ীৰ কথা কৈছিলোঁ।।

: অ' , তেওঁলোকৰ ঘৰখনতো আছিল আইন ব্যৱসায় আৰু

খেলাধূলাৰ ঘৰ। তাত আকৌ প্ৰেছৰ কি সম্বন্ধ? নিউ ইয়াৰচ্ দে উপলক্ষ্যে নিউ ফিল্ডত ইউৰোপীয় আৰু ভাৰতীয় দলৰ মাজত হুদিনীয়াকৈ এখন ক্ৰিকেট খেল হৈছিল। মিক্সড্ খেল অৰ্থাৎ মতা-মাইকী উভয়ে খেলিছিল। তাৰ ভাৰতীয় দলটোত লাহিড়ী পৰিয়ালৰে তিনিজনকৈ খেলুৱৈ আছিল।

: নবীন বৰদলৈ হেনো ভাল খেলুৱৈ আছিল?

: কেৱল খেলুৱৈয়েই নে? সংগীতজ্ঞও আছিল। ১৯০১ চনত তেওঁ বি এ পাচ কৰি অহাৰ পাচতে উজান বজাৰ য়ুনিয়ন ক্লাৱৰ হৈ জজ ফিল্ডৰ মাটি ডবা চাফা কৰি, সমান কৰি এখন খেলা পথাৰ কৰাৰ কাৰণে অনুমতি লাভ কৰি ২৫ টকা খৰচ কৰি কামটো সমাধা কৰিছিল। সেয়ে এতিয়াৰ জজ ফিল্ড খেল পথাৰ। সেই ১৯০১ চনৰে ২৭ মে'ৰ দিনা কটন কলেজৰ উদ্বোধনী সভাত ৰঘুনাথ চৌধাৰীয়ে গোৱা উদ্বোধনী গীতটোত হাৰ্মোনিয়ম সংগত কৰিছিল বৰদলৈয়ে। গৌৰীপুৰৰ জমিদাৰ প্ৰভাত নাৰায়ণ' বৰুৱাই বেহেলা, পাখোৱাজৰ দলটো লৈ আহি তাত যোগ দিছিল হি।

: তই এইবোৰ কথা ক'ত পালি বাৰু?

: চকু কাণ খুলি ৰাখিলেই হ'ল। তই কচোন বাৰু টিক্কাগাড়ী অৰ্থাৎ হেক্নি কেৰেজ প্ৰথম কেতিয়া আহিছিল গুৱাহাটীত?

: কব তো নোৱাৰোঁ।

: উনৈচ শ ছুই চনত। পৌৰসভাই লাইচেঞ্চ ফী লৈছিল বছৰি এটকাকৈ। উজান বজাৰ নামটো হৈছিল ওঠৰশ নিৰানব্বৈ চনত। প্ৰথম মিউনিচিপাল ৱাৰ্ড গঠন কৰি কৰ ধাৰ্য কৰাৰ প্ৰস্তাৱ কৰা হৈছিল ওঠৰ শ একাশী চনত। গোপাল চন্দ্ৰ বেনাৰ্জীয়ে এই প্ৰস্তাৱ দিছিল।

: তেওঁ কোন আছিল বাৰু?

: এতিয়া পানবজাৰত 'কল্যাণী' দোকানখন য'ত আছে, তাতে বি এন দেৰ ১৮৬৪ চনতে চীনা মিস্ত্ৰীৰ হতুৱাই সজোৱা এটা ঘৰ আছিল। গোপাল বেনাৰ্জীয়ে সেইটোকে কিনি লৈছিল। আগৰ

জুবিলি বাগিছাৰ দক্ষিণৰ ৰাস্তাটো, যিটো আগৰ মানি মেকিং কাৰ্মাচীৰ কাষেদি গৈছে অৰ্থাৎ এতিয়া য'ত কিতাপ ঘৰ, কলেজ ষ্টুডিঅ' আছে তাৰ উত্তৰ কাষেদি যোৱা ৰাস্তাটোৰেই গোপাল বেনাৰ্জী ৰোড। তেঁৱেই প্ৰথম ভৰলু মুখৰ পশ্চিমে কামাখ্যাৰ কাষত শ্মশান কৰাৰ প্ৰস্তাব দিছিল। আৰু শেষত কুঞ্জ বিহাৰী বেনাৰ্জীয়ে শ্মশানখন সজাই দিছিল।

এই জুবিলী বাগিছা যে, সেইখিনি মাটিটো দিছিল এজন গাংগুলী বোলা ঠিকাদাৰে। তেওঁ বৰ ডাঙৰ কনট্ৰাক্টৰ আছিল। তেৱেঁই ইদাখান নামৰ ভাল ৰাজমিস্ত্ৰী এজন পঞ্জাবৰ পৰা অনোয়ায়। গাংগুলীৰ পাচত এই ইদাখানেই হৈ পৰিছিল গুৱাহাটীৰ ভিতৰতে শ্ৰেষ্ঠ বিল্ডিং কন্‌ট্ৰাক্টৰ। তেৱেঁই টেলিগ্ৰাফৰ বিল্ডিঙত চাহাবৰ প্লেনত ভুল ধৰিছিল। হৰি সভাটোও এই ইদাখানেই কৰা। সেই মাটিটো দিছিল এজন বৰাই। তেওঁৰ ঘৰ আছিল হৰিসভাৰ পশ্চিমে। ইদাখানে টেক্সটাইল ইন্‌ষ্টিটিউটৰ ঘৰ আৰু মিউজিয়ামৰ ঘৰো সজাইছিল।

: তই ইদাখান চাহাবৰ আটাইতকৈ স্মৰনীয় নিৰ্মাণ কাৰ্যটোৰ কথাকে কোৱা নাই।

তাৰ কথাত সুনীলে তাৰ আলোচনা বন্ধ কৰি সুধিলে—

: কোনটো বাৰু? কটন কলেজৰ নিউ আৰ্টচ্‌ বিল্ডিং, নে এতিয়া য'ত কল্পতৰু আছে সেই ঘৰটো? সেইবোৰো ইদাখানেই বনোৱা।

: নহয়অ'। গুৱাহাটী হস্পিতালৰ হিন্দু ৱাৰ্ডটো। কেৱল হিন্দুৰোগীৰ চিকিৎসাৰ কাৰণে এটা সুকীয়া ৱাৰ্ডনিৰ্মাণ কৰিবলৈ ৰায় বাহাদুৰ ভুবন ৰাম দাসৰ বিধবা পত্নী ধৰ্মী দাস্যাই টকা দিছিল। সেইটো নিৰ্মাণ কৰিছিল ইদাখানে। জে বৰুৱা সেই ৱাৰ্ডতে মৰিছিল, কিন্তু বেচেৰা ইদাখানে নিজৰ বেমাৰত তাত থাকি চিকিৎসা লোৱাৰ সুযোগ পোৱা নাছিল।

ইদাখানৰ ঘৰলৈ মহম্মদ আলি জিন্নাও আহিছিল। তেখেতৰ ঘৰটো আছিল পানবজাৰ অভাৰ ব্ৰীজৰ পৰা লাখটকীয়াৰ পিনে মুখ

কৰিলেই সোঁফালে যে আগৰ ভাস্কৰ ইঞ্জিওৱেঞ্চৰ ঘৰটো পৰে, সেই খিনিতে।

: আচ্ছা জুবিলী বাগিছা ক'ত বাৰু ?

: আজি কালি যে ডি চিৰ বঙলাৰ তলত গুৱাহাটী পৌৰসভাৰ খোৱাপানীৰ যোগান-ব্যৱস্থাটো আছে সেয়াই আছিল পুৰণি গুৱাহাটীৰ জুবিলী বাগিছা। তালৈকেই এসময়ত মহাত্মা গান্ধী আহিছিল, জিন্না আহিছিল, বল্লভ ভাই পেটেল, আবুল কালাম আজাদ এনেদৰে সেইকালৰ ভাৰতবৰ্ষৰ অগ্ৰগামী পুৰুষসকল আহিছিল।

তাৰ উত্তৰটো শুনি পল্লৱৰ কৌতূহল বাঢ়ি গৈছিল। তেওঁ বৰ বিনম্ৰ-ভাৱে ইতস্ততঃ কৰি কলে—

: আপুনি যদি বেয়া নাপায়, অসমৰ বেংকাৰজনৰ বিষয়ে অলপ কওকচোন। থিয়েটাৰলৈ যোৱাৰ কিছু দেৰি আছে যেতিয়া অকণ জ্ঞানকে আহৰণ কৰি লওঁ।

সি হাঁহি হাঁহি কলে: আমাৰ আজি সেই যে এবাৰ কথা আছে, বৰপেটীয়া বাইনৰ খান-দান কৰোতেই ৰাতি পুৱায়, সেই অৱস্থাই হব। খোৱা-দোৱা কৰোতেই ৰাতি পুৱাব।

অসমৰ বেংকাৰ আছিল কালীচৰণ সেন। ধীৰেশ্বৰাচাৰ্য মহামহো-পাধ্যায়ৰ সম্পত্তি, আনকি ৰায় চাহাব ভুবনৰামদাসৰ টকা পইচা চব তেওঁৰ জিম্মাতে আছিল।

সেই সময়ত অসমত বেংক নাছিল। নোটবোৰ ফালি একোডোখৰ কলিকতাৰ বেংকলৈ পঠাই জমা থোৱা হৈছিল। টকাৰ প্ৰয়োজন হলে হাতত থকা আন ডোখৰ বেংকত জমা দি টকাটো পাব পৰাৰ ব্যৱস্থা আছিল। মানে গোটেই বিষয়টো আছিল জঞ্জলুৱা। কালীচৰণ সেন আছিল সেই সময়ত গুৱাহাটীৰ নামজ্বলা আইনজীৱি। তেওঁৰ কিছুমান বিশেষ কথা আছিল। শেষৰ পিনে যেতিয়া গুৱাহাটীৰ ঘৰতে দুৰ্গা পূজা পাতিছিল, সেই পূজালৈ একমাত্ৰ অসমীয়া ঢুলীয়াৰ দলৰ বাদে আন দল নিমন্ত্ৰণ কৰা নাছিল। তেওঁৰ ঘনিষ্ঠ বন্ধু আছিল

যদিও কোনেও নাজানে। কিন্তু তেওঁ হিন্দু ধৰ্ম মন্দিৰ আৰু হিন্দু অনুষ্ঠানত যথেষ্ট সহায় কৰিছিল। আৰু কোনো কোনো সহায় সাৰথি নোহোৱা অসমীয়া ব্ৰাহ্মণ ছোৱালীৰ বিয়া আদিও নিজৰ ঘৰতে আশ্ৰয় দি পাতি দিছিল। সঠিকভাৱে নাজানো, কিন্তু আমি শুনিছোঁ, হৰেশ্বৰ গোস্বামীৰ মাতৃৰ বিয়াখনো হেনো এই সেন পৰিয়ালৰ ঘৰতে পতা হৈছিল।

এবাৰ ৰায় বাহাদুৰ ভুবনৰাম দাসৰ কাৰ্বাংকল বেমাৰ। বেমাৰ বাঢি গৈ কঠিনতম ৰূপ ল'লে। এদিন হেনো কালীচৰণসেন ৰায় বাহাদুৰ ডাঙৰীয়া হৰিসভাৰ কিবা এখন মিটিঙত ব্যস্ত। তাতে তেওঁক কোনোবাই খবৰ দিলেহি যে দাসৰ অন্তিম অৱস্থা। শ্বিলঙৰ পৰা সপ্তাহে এবাৰকৈ আই জি চি এইচ ( এতিয়াৰ ডি এইচ এছ, অৱশ্যে তেতিয়াৰ আই জি চি এইচ, আই জি প্ৰিজনচো আছিল ) এ চাই যায়হি। তেওঁ তিনিদিনৰ আগতে চাই অৱস্থাটোৰ পৰিবৰ্ত্তন হোৱা নাই বুলি কৈ গৈছিল।

যাইহওঁক খবৰটো পাই সেনে মিটিং এৰি লৰালৰিকৈ ডি চি বেন্টিংক চাহাবক খবৰ দিলেগৈ। তাৰ পাচত তেওঁ কামৰূপ অনুসন্ধান সমিতিৰ পৰা হেম গোস্বামীকলৈ দাসৰ ঘৰ পালেগৈ। দাসে বিছনাত পৰি-হাতত চন্দুকৰ চাবিটো লৈ আছিল। সেন গৈ সোমোৱাৰ লগে লগে চাবিটো দাসে তেওঁৰ হাতত দি নিতত হৈ পৰি থাকিল। গোস্বামীয়ে দাসৰ গাত হাত দি চাই দেখে যে তেওঁ ইতিমধ্যে শেষ নিশ্বাস ত্যাগ কৰিলে।

ঃ হেৰ' কালীচৰণ সেনৰ কাহিনী কলি যেতিয়া জীৱনৰাম বলিকটাৰ ঘটনাটোও ক', তেহে পূৰা হব। মানুহজনৰ ব্যক্তিত্বৰ অন্ততঃ আৰু এটা দিশ দেখা যাব।

, উ। বলিকটা আছিল কামাখ্যা মন্দিৰৰ বলিকটা লোক। এবাৰ এটা বিবাদ লাগিল বলিৰ মূৰটো বলি দিয়াৰ পাচত পাণ্ডাই পাব নে বলিকটাই পাব এই লৈ। কাছাৰীত এই বিবাদ লৈয়ে মোকৰ্দ্দমা হ'ল। মোকৰ্দ্দমা গৈ শেষত একেবাৰে কলিকতাৰ

হাইকোর্টত উঠিল। ন্যায়াধীশ সকলে এই বিষয়ৰ অভিজ্ঞ ব্যক্তি সেনক তলব দিলে। সকলোৱে ধৰি ললে যে সেনক যেতিয়া অভিমত দিবলৈ কৈছে, সেনে ব্ৰাহ্মণ পাণ্ডাৰ সপক্ষেই অভিমত দিব।

কিন্তু সেন আদালতত গৈ সাক্ষ্য দিলে যে বলি দিয়াৰ সফলতা নিৰ্ভৰ কৰে বলিকটাজনৰ কষ্টোপাৰ্জিত অভিজ্ঞতাৰ ওপৰত, গতিকে মূৰটো বলিকটাইহে পাব লাগিব।

মোকৰ্দমাত জীৱনৰাম বলিকটাৰ জয় হ'ল। সেনে জয় কৰিলে কামাখ্যাৰ বহুতো সৰু সৰু মানুহৰ অন্তৰ।

ঃ হৰিসভাৰ কথা কওঁতে কটন কলেজৰ প্ৰথম প্ৰিন্সিপাল চুড্‌মাৰ্চন চাহাবৰ আউট অফ্‌ বাউণ্ড্‌চ্‌ বোলা সতৰ্কবাণী যাবৰ কথা মনলৈ আহিছে। এবাৰ বুজিছে ১৯০৪ নে ৫ চনত, কটন কলেজৰ ইংৰাজীৰ প্ৰফেছাৰ গফিন চাহাবে ব্ৰাহ্ম আৰু হিন্দু ধৰ্মসভা কৰবাত চাই আহিল। আহি কলেজৰ প্ৰোফেছাৰৰ কমন ৰুমত কথা প্ৰসংগত কলে যে, ব্ৰাহ্ম ধৰ্মৰ গীতবোৰ বৰ শ্ৰুতি মধুৰ। হিন্দুসকলে কিন্তু প্ৰাৰ্থনা সংগীতৰ নামত বিশৃংখল কোঢাল কৰে। এই গফিনৰ উক্তিৰ ওপৰত ভিত্তি কৰি ইংৰাজীৰ আন এজন অধ্যাপক পি চি ৰায় আৰু সংস্কৃতিৰ অধ্যাপক পদ্মনাথ ভট্টাচাৰ্যৰ মাজত সদায় বিতৰ্ক হয়। এওঁ-লোকৰ আগৰজন ব্ৰাহ্ম আৰু পিচৰজন আছিল গোড়া হিন্দু। এই বিতৰ্ক এদিন এনে এটা পৰ্যায়লৈ গ'ল যে চুড্‌মাৰ্চন চাহাবে হস্তক্ষেপ কৰিব লগীয়া হ'ল। তেওঁ অধৈৰ্য হৈ কলে—Hindu and Brahmo are placed out of bounds None should discuss about this in the College

সেই দিনাৰ পৰা চব থাণ্ডা। এই ভট্টাচাৰ্য আছিল সেনৰ বন্ধু। ভট্টাচাৰ্যই অন্ততঃ সেনক ভাল পাইছিল।

সুনীলৰ গল্প শেষ হোৱাৰ লগে লগে ৰামস্বৰূপে আহি কলেহি যে, খানা টেবুলত দিয়া হৈছে। সি ভিতৰলৈ যাওঁতে কৈ গ'ল সেনক ভাল পোৱা আৰু এগৰাকী মানুহৰ কথা। তেওঁ আছিল ৰামতনু ন্যায় চঞ্চু। কলেজিয়েট স্কুলৰ সংস্কৃত পণ্ডিত। তেওঁতো আকৌ চাহাবে

হেণ্ডশেক কৰিলেও গা ধোৱে। এবাৰ কলিকতাৰ পৰা ডি পি আই আহিছিল স্কুল পৰিদৰ্শনৰ বাবে। হেড্‌মাষ্টৰে চিনাকি কৰি দিলে আৰু আশা কৰা মতেই চাহাবে স্যায় চঞ্চু মহাশয়ৰ সতে কৰমৰ্দন কৰিলে। তেওঁ চাহাব যোৱাটোলৈহে বাট চাই আছিল, ঘৰলৈ গৈ গা ধুই আহিল। লগৰবোৰক বিৰক্তিৰে হেনো কৈছিল, "ম্লেচ্ছ কোথাকাৰ, আমাকে চান কৰিয়ে তবে ছাড়লে।"

সুনীলে তাক নিৰস্ত কৰি কলে—

: খা খা ভাত খা। ৰাতি হ'ল। থিয়েটাৰ নাপাবগৈয়ে কিজানি। লেনিন পালা হব। গুৰিৰ পৰা চাব পৰাহেঁতেন ভাল আছিল।

সি এনেয়ে কবলৈ একোকে নাপাই কোৱাৰ দৰে কলে—

: আজি আমি মিষ্টাৰ সেনৰ এনগেজমেণ্ট চেলেব্ৰেত কৰিছোঁ।

এনেতে দুৱাৰত কাৰোবাৰ মৃদু টোকৰ পৰিল।

সিয়ে আকৌ কলে—

: কোন নো আহিল এই অসময়ত। চাওক মিষ্টাৰ সেন আপোনাৰ খুলশালি যদি মই হলে বাহিৰ কৰি দিম। মোৰ ভীষণ খং উঠি আছে তাৰ ওপৰত।

তাৰ সঁচাকে খং উঠিছিল। সুনীলৰ আচৰণত তাৰ ইমান খং উঠিছিল যে মিৰ্জাত শিখাইঁতক থৈ উভতি আহি ঘৰ পোৱাৰ পাচতো সি গাড়ীৰ ভিতৰতে বহি আছিল। তাৰ জ্ঞানেই নাছিল যে সি ঘৰ আহি পাইছিলহি।

এইখন কি লুকাভাকু! সুনীলে কিয় ফাঁকি দিব লাগে তাৰ বেলেগ কাম থকা বুলি। আৰু যদি সঁচাকে কাম আছেই সি লুকঢাক কৰে কেলেই? চাফ চাফ কৈ দিব পাৰে যে অমুকত অমুক কাম আছে বাবে সি তাৰ লগত শিখাক থবলৈ মিৰ্জালৈ যাব নোৱাৰে। লগত মাৰবিনাক লৈ সি যদি তাৰ গাড়ীত প্ৰমোদ ভ্ৰমণলৈ যোৱাৰ কথাই আছিল সেইটোওতো সুনীলে কব পাৰে, সিতো গৈ নকলেহেঁতেন যে, প্ৰমোদ ভ্ৰমণলৈ তাকো নিব লাগে।

সুনীলৰ এস্বাছাদৰখনৰ আগৰ চীটত সি হুইলত আৰু মাৰবিনা ইকাষে বহি যিহে আনন্দত সি মিৰ্জাৰপৰা উভতি আহোতে বাটত তাৰ কাষেদিয়ে পাৰ হৈ গ'ল, কথাত মছগুল হৈ তাৰ পিনে মনেই নকৰিলে।

ঘৰত সোমাই ফেনখন চলাই বিছনাত দীঘল দি বহুত পৰ পৰি থকাৰ পাচতো তাৰ খং মাৰযোৱা নাছিল। এনেতে ৰামস্বৰূপে কিবা এখন চিঠি ওচৰৰ টিপয়খনত থৈ গ'লহি। সি কৌতুহলতে চিঠিখন খুলি চালে। পল্লৱ সেনৰ চিঠি তেওঁৰ কোৱাৰ্টাৰত কিবা সাহিত্য চ'ৰা পাতিছে। তালৈ সুনীল, মাৰবিনা, শিখাইঁতকো মতা হৈছে। সি তাত বিশেষ নিবন্ধ এটা পাঠ কৰিলে তেওঁ কৃতাৰ্থ হব।

আনকালে হোৱাহেঁতেন সি উদ্বেলিত হৈ পৰিলেহেঁতেন মনে মনে। সেই মুহুৰ্ত্তত কিন্তু সেই নিমন্ত্ৰণৰ কথাটো যেন তাক পৰীক্ষা কৰিবলৈহে কৰা হৈছে এনে এটা ভাব হ'ল। সুনীল-মাৰবিনা দুয়ো ষড়যন্ত্ৰ কৰিহে যেন সেনৰ হতুৱাই তাক নিমন্ত্ৰণ কৰাইছে এনে এটা সন্দেহ হ'ল তাৰ

মনত। মনত এই চিন্তাবোৰে ভিৰ কৰি ধৰা সত্বেও এটা মুহূৰ্ত্তত হঠাতে সি টোপনিত অচেতন হৈ পৰিল।

এসময়ত এটা প্ৰচণ্ড শব্দ কাণত পৰাত সি ধহমহ কৰে সাৰ পাই উঠিল। দেখিলে ৰামস্বৰূপে টেবুলৰ ধূলি জোকাৰি আছে। আৰু অসময়ত শুলে জগাবলৈ বুলি সি সচৰাচৰ যি উপায় অৱলম্বন কৰে আজিও তাকেই কৰিলে। অৰ্থাৎ জ্বলা ম'মবাতি বহুৱাবলৈ ব্যৱহাৰ কৰা খালী আমূল স্প্ৰেৰ টিনটো মাটিত পেলাই দিয়ে। আৰু সি এনে এটা ভংগী দিয়ে যেন টেবুল চাফা কৰি থাকোতে হঠাৎ তাৰ হাতত লাগি টিনটো পৰি গৈছে।

ঘড়ী-চাই দেখিলে ডেৰটা বাজি গৈছে। সি ৰামস্বৰূপক খানা লগাবলৈ কলে। ভাবিলে খোৱাৰ পাচত সি ভালদৰে দুই ঘণ্টামান শুই লব। সি আকৌ পল্লৱৰ চিঠিখন তুলি লৈ পঢ়িলে। গুৱাহাটীৰ সাহিত্য-সংস্কৃতি-বিষয়ক বিভিন্ন সময়ৰ অগ্ৰগামীসকলৰ প্ৰচেষ্টাৰ প্ৰতি শ্ৰদ্ধা জনাবলৈকে এই আলোচনাচক্ৰৰ আয়োজন কৰা হৈছে। আৰু দুটা দিন আছে মাজতে। সি মনতে যোৱাটো স্থিৰ কৰিলে। কিছু সময়ৰ আগৰ অস্থিৰতা তাৰ মনৰপৰা আঁতৰি গৈছিল।

খাই বই উঠি সি তাৰ গুৱাহাটীৰ বিষয়ে সংগ্ৰহ কৰা তথ্যৰ নোট বুকটো লৈ বিছনাত শুই পৰিল। ইংৰাজ অহাৰ পাচত গুৱাহাটীক আধুনিক চহৰত পৰিণত কৰিবৰ কাৰণে বিভিন্ন জনে কৰা বিভিন্ন প্ৰচেষ্টাৰ কাহিনীবোৰ পঢ়ি সি এক ৰোমাঞ্চ অনুভৱ কৰে।

সেই আজি এশ পশিচ বছৰ আগৰ ওঠৰশ চৌৱন্ন চনত বুহুৰাম কোছ আৰু বীৰমল কাটনিয়ে প্ৰথম ৰাজহুৱা দৰ্খাস্তখন দাখিল কৰিছিল গুৱাহাটী চিভিল ষ্টেচনৰ কৰ্ত্তৃপক্ষৰ ওচৰত। নদীৰ উত্তৰ পাৰৰপৰা ঘাটেদি দক্ষিণ পাৰৰ বজাৰত বিক্ৰী কৰিবলৈ অনা পাইকাৰী সামগ্ৰীৰ ওপৰত যাতে কৰ লগোৱা নহয় সেই মৰ্মে প্ৰাৰ্থনা জনোৱা হৈছিল দৰ্খাস্তখনত।

ওঠৰশ আঠাৱন চনত খাদ্যবস্তুৰ দৰ উৰ্দ্ধমুখী হৈছিল। কণীৰ দাম হেনো ত্ৰিশ গণ্ডাতে এটকা লগা হৈছিল। তেনেকে চাউলৰ দৰো

মোণে পাঁচ সিকি হৈছিল। গতিকে চৰকাৰী দিনমজুৰসকলৰ মজুৰিত ছয় পইচাৰ পৰা আনমহা অৰ্থাৎ দুঅনা কৰা হৈছিল।

ঢাকা পট্টীৰ ইমাম আলি বেপাৰীয়ে ঢাকাৰপৰা গুৱাহাটীলৈ 'লাইম' আনে এশমোণত পচাশী টকা হিছাপে। পকা ঘৰ সজাত তেতিয়া 'লাইম' ব্যৱহাৰ কৰা হৈছিল। সেয়া আছিল ওঠৰশ আঠাৱন চনৰ কথা।

ওঠৰশ ছাপন্ন চনৰ আঘোণ মাহত আইতসি, পানেশ্বৰী, ভেকুলী, দাহী, কোহেশ্বৰী পোহাৰীহঁতে পানবজাৰত মাছবেচাত জৰিমানা ভৰিবলগীয়া হৈছিল।

ওঠৰশ সাতাৱন চনত কছাৰী ডোম নামৰ লোক এজনৰ নেতৃত্বত কেইজনমানলোকে জেনকিঞ্চৰ পামলৈ যোৱা বাটৰ কাষত মৰাশ পুৰিছিল বাবে Nuisance Rules অৰ ৰুল ১৫ মতে কছাৰী বোলা জনক এটকা আৰু বাকীবোৰক আঠঅনাকৈ জৰিমনা কৰা হৈছিল।

চিপাহী বিদ্ৰোহৰ গুৱাহাটীত কোনো প্ৰভাব পৰা নাছিল। কিন্তু চাহাববিলাকে এনেয়ে ভয় খাইছিল। চাহাবহঁতৰ লগতে কেফায়েৎ উল্লা মুঞ্চিহঁতেও ৰাতি ৰাতি বন্দুক লৈ পহৰা দিছিল।

ইংৰাজে এই দেশ লোৱাৰ পাচত প্ৰথম দুৰ্নীতিৰ ঘটনাটো ঘটিছিল ওঠৰশ উনষাঠি চনত। টেক্স কলেক্টৰ হৰিসিং, পিয়ন বগাৰাম আৰু বীৰদত্তই পইচা খোৱাত ধৰা পৰিছিল। উনৈচশ তিনি চনততো এনে ঘটনাত বৌ-বৰালি জড়িত হৈ পৰিছিল। পৌৰ সভাৰ কমিছনাৰ আব্দুল আজিজ চাহাব জনৈক উত্তম বৰুৱাৰ পৰা ঘোচ খোৱাত ধৰা পৰাই নহয়, দণ্ডাধীশৰ আদালতত দোষী সাব্যস্ত হৈছিল।

ওঠৰশ সাতসত্তৰ চনৰ পৰা গুৱাহাটীৰ অগ্ৰগামীসকলে আগৰদৰে চাহাবৰ হয়-হুজুৰ হৈ থাকিবলৈ অস্বীকাৰ কৰা পৰিলক্ষিত হৈছিল। কমিছনাৰ গোপাল বেনাৰ্জীয়েতো ডিচেম্বৰ মাহৰ মিটিঙত পৌৰসভাৰ চেয়াৰমেন আৰু গুৱাহাটীৰ ডেপুটি কমিছনাৰ থমাছ লেম্ব চাহাবৰ বিৰুদ্ধেই মইমতালি কৰি পৌৰসভাৰ সিদ্ধান্ত লোৱাৰ অভিযোগ আনিছিল স্পষ্টভাৱে আৰু উদাহৰণ সহ। তেতিয়াৰ পৰাই নামৰ

আগত 'শ্ৰীযুত' দিয়া হৈছিল আৰু ভাৰতীয় কমিছনাৰৰ নামৰ তলতো ইংৰাজ কমিছনাৰৰ নাম লিখা হৈছিল আৰু স্বাক্ষৰ কৰা হৈছিল। যিটো অন্ততঃ পাঁচ বছৰৰ আগলৈ ভাবিব নোৱৰা কথা আছিল।

ওঠৰশ আঠসত্তৰ চনত চীফ কমিছনাৰ গুৱাহাটীলৈ আহিব। স্থানীয় বৃটিছ প্ৰশাসন চিন্তিত হৈছিল, স্থানীয় জনসাধাৰণে চীফ কমিছনাৰক যথাবিহিত সন্মান দেখুৱাব নে নেদেখুৱায়। মুঠতে প্ৰশাসনে অনুভৱ কৰিছিল যে গুৱাহাটীৰ ৰাইজে আগৰদৰে যে প্ৰশাসন কৰ্তৃপক্ষৰ চব কথাকে হয়-হুজুৰ বুলি নিৰ্বিবাদে, বিনাপ্ৰশ্নে মানি লব সেইটো আশা কৰিব নোৱাৰি। তেওঁলোকে নিজস্ব অভিমত প্ৰকাশ কৰিবলৈ আৰু তাৰ সমৰ্থনত যুঁজিবলৈ আগৰদৰে আৰু কুণ্ঠাবোধ নকৰে।

সেই আঠসত্তৰ চনতে গুৱাহাটীত পোন প্ৰথমে বন্দুক বাৰুদৰ দোকান খোলাৰ কাৰণে কমাৰ পটিৰ ওহিদুৰ ৰহমান চাহাবে অনুমতি বিচাৰিছিল আৰু কৰ্তৃপক্ষই তেওঁৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিছিল।

ফাঁচীবজাৰক আগেয়ে 'ফেঞ্চি' বজাৰ বুলিছিল। কিন্তু এই চনৰ পৰা ফাঁচী বজাৰ হ'ল। ইয়াৰে সাতবছৰ আগতে মাছখোৱাৰ আব্দুল দৰ্জিয়ে প্ৰথম কাপোৰ চিলাই কৰা ব্যৱসায় আৰম্ভ কৰিছিল। তেওঁ এতিয়া তাকে দোকান হিচাপে পাতিছে। তেওঁৰে চুবুৰীয়া সৰু দৰ্জি আকৌ তেওঁৰ পুত্ৰ-বয়সীয়া। তেওঁ উনৈচশ তিনি চনত চিলাই দোকান খোলে।

তাৰ বহুত পাচত চৌখীন দৰ্জি ভোলা মিঞা আৰু গণি মিঞা আৰু তেওঁলোকৰ ৰবায়েকে কাপোৰ চিলাই কৰ্মত এটা নতুন ষ্টাইলৰ সূচনা কৰে ১৯২১ চন মানৰ পৰা। বৃটিছ বিষয়াসকলৰ ঘৈণীয়েক আৰু আবিয়ৈ জীয়েকবিলাকৰ স্কাৰ্ট এওঁলোকেই চিলাই কৰিছিল। কিন্তু চিলাই শিল্পত এক নতুন দিগন্তৰ সূচনা কৰিছিল পানবজাৰৰ চাইন্টিফিক টেইলৰিঙে। তাৰ মালিক আছিল শিক্ষিত ৰুচিমান স্থানীয় যুৱক অৰণীমোহন চেটাৰ্জী।

ওঠৰশ উনাশীচনত বহুতো নতুন কামৰ সূচনা হয়। গোপাল বেনাৰ্জীয়ে কামাখ্যাত শ্মশান খোলাৰ প্ৰস্তাৱ আগবঢ়ায়। শটোৱে

প্ৰতি আঠ আনকৈ দেয় নিৰ্দ্ধাৰিত হয়। সেই বছৰতে অগ্নি নিৰ্বাপণ ব্যৱস্থাৰ সূচনা কৰা হয়।

আশী চনত কৰ্মত অৱহেলাৰ কাৰণে চাকৰিৰ পৰা ডিছমিছ কৰাৰ প্ৰথম ঘটনাটো ঘটে। ব্ৰজনাথ ফুকন অভাৰচিয়াৰ উক্ত কাৰণত চাকৰিৰ পৰা ডিছমিছ হয়, যদিও তেওঁ ইয়াৰ আগৰ বছৰত চাকৰিত কন্‌ফাৰ্মদ্ হৈছিল।

সেই চনতে বাহিৰৰ পৰা বাগানত কাম কৰিবলৈ অনা বনুৱাসকলৰ বাবে শৰাইঘাটত চৰাইখানা অৰ্থাৎ জিৰণি ঘৰ আৰু চিকিৎসালয় খোলাৰ কাৰণে ব্যৱস্থা লোৱা হৈছিল আৰু স্থানীয়ভাৱে গাৰো, কছাৰী, ৰাভা গিৰমিটীয়া কুলি সংগ্ৰহৰ ব্যৱস্থা কৰা হৈছিল। গুৱাহাটী নগৰত ওঠৰশ আশীচনত আৰু এটা ব্যৱস্থা লোৱা হৈছিল। পুৱা-গধূলি নিতৌ ঢোল পিতি শুনাই দিয়া হৈছিল যাতে মানুহে ৰাজহুৱা ঠাইত, আলিৰ দাঁতিত, নদীৰ পাৰত অথবা নগৰৰ খোলা ঠাইত শৌচ নকৰে, নহলে আইনমতে দণ্ডনীয় হব।

পল্টন বজাৰৰ শুভাৰম্ভ হয় ঠিক উনৈচ শ চনত। আগেয়ে এই বজাৰ পল্টন পুখুৰীৰ পাৰত অৰ্থাৎ এতিয়াৰ ট্ৰেন্সপোৰ্ট ষ্টেচনৰ পশ্চিমে বহিছিল। ওচৰৰ নিউ ফিল্ডখনৰ মাটিটো আগতে আছিল দানিশ মহম্মদ চাহাবৰ। তেওঁ আছিল আমাৰ দেশৰ প্ৰয়াত ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহম্মদ চাহাবৰ দদায়েক। হৰিসভাৰ পৰা লাখ-টকীয়ালৈ যোৱা ৰাস্তাটোৰ নাম এই আলি আহমদৰ ববায়েক জালমুৰ আলিৰ নামত ৰখা হৈছে। আনহাতে হৰিসভাৰ পৰা শুক্লেশ্বৰলৈ থকা অংশটোৰ নাম হল শৰৎচন্দ্ৰ গোস্বামী ৰোড। পশ্চিমৰ পৰা নাথান ৰোডটো আহি এই ৰোডৰ লগত হৰিসভাৰ কাষৰ চকটো কৰিছে। এই নাথান ৰোডৰ নাম এতিয়া ডক্টৰ জে চি দাস ৰোড। গুৱাহাটীৰ প্ৰথম ৰোড মেটেলিং অৰ্থাৎ আলি পকা কৰা ঠিকাদাৰ আছিল গাজি বক্স। তেওঁ বোধকৰোঁ দীঘলী পুখুৰীৰ পাৰৰ গুৱাহাটীৰ প্ৰথম এলোপেথিক ডাক্তৰ এলাহী বক্সৰ সম্পৰ্কীয় আছিল। অৱশ্যে সেই সময়ত গুৱাহাটীত নাবু সেখ বুলিও এজন ডাক্তৰ দেশীয়

এলোপেথিক ডাক্তৰ আছিল। গতিকে এলাহীবক্স প্ৰথম নহ'বও পাৰে। কিয়নো সেখৰ ভিজিত আছিল পাঁচ টকা, আনহাতে এলাহী বক্সে লৈছিল মাত্ৰ তিনি টকা। আয়ুৰ্বেদিক ডাক্তৰ দীননাথ বেজবৰুৱাও ৰজা কন্দৰ্পেশ্বৰৰ বেমাৰ চাবলৈ গুৱাহাটীলৈ আহিছিল। তেওঁৰো ভিজিত তিনি টকাহে আছিল।

এলোপেথিক চিকিৎসা আছিল পেটন, মাষ্টাৰ্ড পুলটিচ। ব্লাড প্ৰেছাৰত জোক লগাইছিল। লাইফ চেভিং ড্ৰাগ্‌চ্‌ আছিল সোনামুখী আৰু লোণ জুলাপ।

কুইনাইন, চিৰতাৰ পানীতো আছিলেই।

তাৰ পাচত ওলাল এলী চাহেবৰ জগৎ বিখ্যাত খৰৰ ঔষধ। তাৰ পাচত যৌৱন অটুট ৰখাৰ হেকিমী দৰৱ সৰ্বতেজোহৰ। সঙ্কট মোচন, বিষহৰি, নাৰীৰ ৰূপ অটুট ৰখাৰ দৰৱ হাইটিন, স্ত্ৰী-পুৰুষৰ মহাবন্ধু হিলিংবাম, গুৱাহাটী উজান বজাৰৰ ডাঃ বি এন বৰদলৈ এম বি (হোমিও) ৰ জৰায়ু-বান্ধৱ, শিৱসাগৰ হাঁহচৰাৰ ৰত্নেশ্বৰ মহন্তৰ কানি এৰা ঔষধ। ইয়াৰ বাহিৰেও মানুহে তেতিয়া গৰ্ভনিৰোধক দৰৱো ব্যৱহাৰ কৰিছিল। যেনে ১৯৩৪ চনত জনপ্ৰিয়তা লাভ কৰা এই সম্বন্ধীয় দৰৱ মিনাৰ্ভা-পিল।

এই শতিকাৰ আৰম্ভণিত গুৱাহাটীৰ জনস্বাস্থ্য ক্ৰমাৎ ভালৰ পিনে আহিছিল যদিও হোটেল, চাহৰ দোকান আদি নতুনকৈ হোৱাত আৰু তাক মালিকসকলে কেৱল ব্যৱসায় হিচাপে লোৱাত সেয়ে জনস্বাস্থ্যত প্ৰভাৱ পেলাইছিল।

গুৱাহাটীৰ প্ৰথম হোটেলখন হৈছিল শুক্লেশ্বৰত। জনৈক দত্ত আছিল তাৰ মালিক। বাঙালী আছিল তেখেত। ইপিনে ট্ৰাংক ৰোডৰ কাষত ইউচুফ কচায়েমাংসৰ দোকান খুলিছিল। তেওঁ আছিল বিহাৰৰ পিনৰ লোক, তাকে দেখি অসমীয়া এজনৰো গা উঠিল। হাজো নে জিকিৰি পৰগণাৰ অৰ্থাৎ পাতিদৰঙৰ মানুহ। নাম আছিল কলখোৱা আলি। তেৱেঁ। লাখটকীয়াত এখন দোকান খুলিলে। গৰু মাংসৰ দাম আছিল এসেৰত চাৰি অনা। বিশুদ্ধ পাটনাই গৰু বা

পাটনাই বা তুতীয়া মিহলি জাতৰ গৰু হালাল কৰিবলৈ দিয়া নহৈছিল। গতিকে তেওঁবিলাকে অসমীয়া গৰুকে কাটিবলগীয়াত পৰিছিল।

ভাল হোটেলত ব্যৱহাৰ কৰা হৈছিল পাটনাই আলু আৰু বগা লিচবন পিয়াজ। ঘৰত চাহাব সকলেহে শাক-পাচলিৰ বাগিছা কৰিছিল। নগৰৰ আন মানুহে কৰা নাছিল।

মিঠাই আগেয়ে শুক্লেশ্বৰ ঘাটত থালত কাপোৰ ঢাকি লৈ খোজ কাটি গৈ বেচি ফুৰিছিল। ১৯০২-৩ চনত এটা ডাঙৰ ৰসগোল্লাৰ দাম আছিল এক ছৰতীয়া। অৰ্থাৎ এক অনা। পাচত সেই সময়তে নিশি ময়ৰা, হৰি ময়ৰা আৰু মাখন দত্তই মিঠাইৰ দোকান খুলিলে। এই তিনিওখনেই পান বজাৰত আছিল। শেষত ৰমণী মিঠাইবালাই উজান বজাৰত এখন দোকান খুলিলে।

গুৱাহাটীৰ অভিজাত ক্ষৌৰকাৰ আছিল ৰবদাশীল। তৰুণ ফুকন, নবীন বৰদলৈৰ উপৰিও তেওঁ হেনো টিন্দাৰ প্ৰিঞ্চ অফ বেংগল বুলি জনাজাত গুৱাহাটীৰ অসমীয়া ধনী ব্যৱসায়ী ভোলা বৰুৱাৰো ডাটি খুৰাই পাইছিল। এইটো জনৰৱো হব পাৰে। শীল আভিজাত্যৰ পৰিমাপ বুজাবলৈকে কোনোবাই উলিয়াব পাৰে।

উগ্ৰতাৰাৰ হাঁহি ৰামেও পাচৰ কালত এই শিল্পত বেচ নাম কৰে।

চৌখীনতা আহি গৈছে। নাগ কটা পুখুৰীৰ উত্তৰে ধোবা বহিছে। লেম্বৰোডৰ কাষত উজান বজাৰৰ লেছি ৰাতিয়াৰ পুতেক ছুব্‌ৰাতিয়ে ঘোঁৰাৰ বাগী অনাৰ আয়োজন কৰিছে। ১৯৪৯ চনলৈ এই বাগীয়েই আছিল সাধাৰণ মানুহে গুৱাহাটী নগৰত কম সময়তে চলাফিৰা কৰাৰ একমাত্ৰ উপায়। ১৯৪৯ চন মানৰ পৰাহে গুৱাহাটীলৈ ৰিক্সা আহে।

ইতিমধ্যে ফটোগ্ৰাফী আহিছে। গুৱাহাটীত ফটো তোলা প্ৰথম ফটোগ্ৰাফাৰ হ'ল কামাখ্যা ঘোষাল। তেওঁৰ পুত্ৰ হেৰম্ব ঘোষালো আছিল গুৱাহাটীৰ নামজ্বলা ফটোগ্ৰাফাৰ। মূৰত পাগুৰি মাৰি ফিটন গাড়ী লৈ ফটো তুলিবলৈ গৈছিল। তেৱেঁই গুৱাহাটীৰ আটাইতকৈ চৌখীন আৰু আটাইতকৈ দামী আৰু সুন্দৰ পোছাক পৰিধান কৰা কিছু

চৌধুৰী হাকিমৰ ফটোও তুলিছিল। তেখেতৰ ষ্টুডিঅ' আছিল পাণ বজাৰত বি এন দেৰ কাষত।

চৌধুৰীয়ে ধুনীয়া পোছাক পিন্ধি মূৰত চাহেবী টুপী পিন্ধি, হাতত সুন্দৰ লাখুটি লৈ নিজৰ ফিটন গাড়ীত উঠি আবেলি যেতিয়া হাৱা খাবলৈ গৈছিল, তেতিয়া বাটৰ মানুহে হেনো ঘূৰি ঘূৰি চাইছিল। যোগাযোগ ব্যৱস্থাতো কম পৰিবৰ্তন হোৱা নাছিল।

সি নোটটো মনোযোগেৰে পঢ়ি গৈছিল। পাণবজাৰৰ এছ এম মহচীনেই প্ৰথমে শ্বিলং গুৱাহাটীত মাল পৰিবহনৰ ব্যৱস্থা কৰিছিল। ইপিনৰপৰা গৈছিল নিমখ, কেৰাচিন, চাউল, আটা আদি আৰু সিপিনৰপৰা আহিছিল আলু, গোমধান আদি। গৰুগাড়ীৰে মাল অনা নিয়া হৈছিল আৰু ঘোঁৰাই টনা টাংগা গাড়ীত যোৱা অহা কৰিছিল যাত্ৰী। এখন টাংগাত যাত্ৰী যায় তিনিজন। বৰ্ণি, নংপো, নয়া বাংলো আৰু বৰাপানীত ঘোঁৰা সলায়। মালগাড়ীত আকৌ এটা গৰু স্পেয়াৰ হিছাপে লৈ যোৱা হয়। মোটৰ গাড়ীৰ ষ্টেপ্‌নিৰ দৰে। গৰু যদি বাঘে খায়, তেতিয়া সেই গৰুটো যুতিব পৰা যায়। কুকুৰ মুতাৰ দফলা মহাজন, কুমাৰ পাৰাৰ জানকী চৌধুৰী, গণেশগুৰিৰ গোপাল-মহাজনবো এনে ধৰণৰ গৰুগাড়ীৰ 'ফ্লিট' আছিল। মহচীনহঁতেই প্ৰথম শ্বিলং-গুৱাহাটী মোটৰ পৰিবহনো চালু কৰে। তেতিয়া টিউব নথকা গোটা ৰবৰৰ চকা আছিল লিলেগু ট্ৰাকবোৰৰ। আঠ হেজাৰ টকীয়া থৰ্নিক্ৰফ কাৰ আছিল। পিচে গুৱাহাটীৰ প্ৰথম টেক্সি চালক বসন্ত চৌধুৰী আৰু মজিদ ড্ৰাইভাৰৰ আছিল ডজ আৰু অ'ভাৰলেণ্ড গাড়ী। প্ৰবোধ-লাহিড়ী উকীলৰ গাড়ীখন আছিল হুইপেদ্।

১৮৮৪ চনত শেখ ব্ৰাদাৰ্চে বেকাৰীখন আৰম্ভ কৰিছিল। এতিয়া য'ত আছে তাতেই। ১৮৮৫ চনত যেতিয়া ব্যৱসায় ভিত্তিত ব্ৰেড অৰ্থাৎ পাউৰুটি তৈয়াৰ কৰে, এবাৰ তেওঁলোকৰ চুলাত ৰাতিপুৱা এটা বাঘে চুলাৰ উম লৈ আৰাম কৰি শুই আছিল হেনো।

কালীচৰণ সেনৰ ঘৰত এই পাউৰুটি হেনো নিষিদ্ধ আছিল। এবাৰ জ্ঞান সিং নামৰ এজন কাঠৰ ঠিকাদাৰৰ এটা তিক্ত অভিজ্ঞতা হৈছিল।

তেওঁ হেনো চেখ ব্রাদার্চৰ দোকানৰ পৰা প্ৰায়ে পাউকটি আনি খাইছিল। এবাৰ হেনো হৰিসভাত কাঠৰ কিবা সৰঞ্জাম লগা হ'ল। কোনোবা এজনে সেনক নোসোধাকৈ জ্ঞান সিঙৰ তাত অৰ্ডাৰ দিলে। পাচত সেনে কেনেবাকে জানিলে। আৰু কথা নাই, তেতিয়াই অৰ্ডাৰটো কেন্সেল কৰি দিলে।

জ্ঞান সিঙৰ ঘৰ আছিল লক্ষ্মীবৰাৰ দক্ষিণ পিনে, আলিটোৰ সিপাৰে। তেঁৱেই কামৰূপ একাডেমী স্কুলৰ সমস্ত চকী-টেবুল আৰু বেঞ্চিৰ যোগান ধৰিছিল।

প্ৰথম মহাসমৰৰ সময়তে পোন প্ৰথমে গুৱাহাটীৰপৰা গাঁৱলৈ বাচগাড়ী চলিছিল। সেই বাচ আছিল গোপীনাথ কেঞ্জা মহাজনৰ। ড্ৰাইভাৰ আছিল মিলিটাৰী ফেৰত আব্দুল ৰ'ব খাঁ। তেওঁৰ ববায়েক আছিল আব্দুল জলিল খাঁ। তেওঁ আছিল আগ্ৰা অযোধ্যা যুক্তপ্ৰদেশৰ। তেওঁ চুৰমা আদি বিক্ৰী কৰি ফুৰিছিল। এবাৰ গুৱাহাটীৰ ডেপুটি কমিছনাৰলৈ অহা উৰ্দু চিঠি এখন কোনেও পঢ়িব পৰা নাছিল। জলিল খাঁক অনোৱা হ'ল শেষত। তেওঁ পঢ়ি দিলে। চাহাবে সন্তুষ্ট হৈ সুধিলে, "তোমাক কি বক্‌চিচ লাগে কোৱা। আনকি বিলাতত যদি মাটি বিচৰা তাকো দিম।" তেওঁ কলে মোক সেইবোৰ নালাগে, যদি দিব খোজে মোক এটা ঘোঁৰা আৰু এখন ক্ৰীচ দিয়ক।" ক্ৰীচ মানে তৰোৱাল। চাহাবে তৎক্ষণাৎ দিলে।

পিচে বহুদিনৰ পাচত গুৱাহাটীৰ উজান বজাৰৰ এগৰাকী বহু প্ৰশংসিত আৰু অসমৰ নাট্য শিল্পৰ অগ্ৰগামীসকলৰ অন্যতম বৰদা বিষয়াই তেখেতৰ নিজৰ নাট্যদলৰ ব্যৱহাৰৰ কাৰণে সেই ক্ৰীচখন খুজি লৈ আহিছিল, খুজিলে নিদিয়াৰ প্ৰশ্নই নাছিল। তেতিয়া গুৱাহাটীৰ মানুহ ইজন-সিজন, ইঘৰ-সিঘৰৰ মাজত সম্বন্ধই আছিল বেলেগ ধৰণৰ। কুমাৰপাৰাৰ প্ৰখ্যাত ভৰালীৰ ঘৰৰ ভৰালীউৰু ( উৰু মানে আদি ) নিভাৰ্যা ভৰালীৰ সন্তান হয় আৰু মৰি যায়। গতিকে এবাৰ সন্তানটো হোৱাৰ পাচতে কুমাৰ পাৰাৰ গাঁওবুঢ়া হামিদুল্লা চাহাবৰ তাত এটকাত বেচি দিলে। ফলত সেই সন্তানটো বাচি গৈছিল।

আৰু সেইদিন ধৰি তুয়ো ঘৰৰ মাজত আপোন জ্ঞাতিৰ দৰে নিবিড় সম্বন্ধ গঢ়ি উঠিছিল।

সেই দিনত সঁচাকে গুৱাহাটীৰ স্থানীয় সমাজখন একেবাৰে বেলেগ ধৰণৰ আছিল।

গোপীনাথ কেঞ্চাৰ পাচত পানবজাৰৰ থানাৰ কাষৰ পাৰ্বতী চট্টোপাধ্যায়ে 'পাৰ্বতী' আৰু 'বিশ্বনাথ' নামে সোনাপুৰ ধুপধৰাৰ মাজত তুখন বাচ চলাইছিল। অৱশ্যে গুৱাহাটী-শ্বিলং পথত বাচ চলিছিল কমাৰ্চিয়েল কেৰিং কোম্পানীৰ ওখ ওখ বাচবোৰ। এই কোম্পানীৰ মালিক আছিল বিজয় ভট্টাচাৰ্যৰ পৰিয়াল। সেইটো অৱশ্যে এই শতিকাৰ কথা। যেতিয়া কটন কলেজৰ চুডমাৰ্চন হলৰ ঠাইত আছিল আলু গুদাম। কাষৰ আলিটোৱেই আছিল চেৰা ৰোড।

তেতিয়া চাৰ্চ ফিল্ডৰ ৰাস্তাত ড্ৰাইভিং টেষ্ট চলিছিল। আৰু আলু গুদামেই আছিল শ্বিলং-গুৱাহাটী বাচৰ আড্ডা।

গাড়ীৰ দক্ষ মেকানিক আছিল ভুলু সৰস্বতী। সৰস্বতী পৰিয়ালে কিনিছিল যশোমন্ত দেৰ ঘৰ। দে গুৱাহাটী এৰি চিলেটলৈ গৈছিল। তেওঁ গুৱাহাটী পৌৰসভাৰ কমিচনাৰ আছিল। এতিয়া য'ত চিটি ফাৰ্মাচী আছে তাৰ বিপৰীত ফালে থকা ঘৰটোৱেই সৰস্বতী পৰিয়ালে কিনি লোৱা ঘৰ। ভুলু সৰস্বতী সেই পৰিয়ালৰে।

তেওঁ আছিল ধুমকলা। কিন্তু গাড়ীৰ ইঞ্জিনৰ শব্দ তেওঁ নিৰ্ভুলভাৱে শুনিছিল। গাড়ীৰ বেমাৰ ধৰাত তেওঁৰ দৰে দক্ষ মেকানিক গুৱাহাটীত সেই সময়ত আন এজন নাছিল। মানুহে আচৰিত হৈছিল তেওঁৰ কি এটা ষষ্ঠ ইন্দ্ৰিয় আছিল যিটোৰ সহায়ত তেওঁ নিৰ্ভুলভাৱে ইঞ্জিনৰ কোন অংশত কি বেয়া হৈছে কৈ দিব পৰিছিল।

এনেদৰেই কতজনে কত ধৰণে গুৱাহাটীক আধুনিক কৰি গঢ়ি তোলাত সহায় কৰিছিল। কামাখ্যা ঘোষালৰ পৰা গুৱাহাটীৰ হেজাৰ হেজাৰ জনৰ নিৰ্মল আনন্দ দিওঁতা ফটোগ্ৰাফাৰ দেৱীদাসলৈকে, পুৰণি দিনৰ ফুটবলাৰ জিয়াউদ্দিন ইউচুফ, শশীমোহন, ফৈজৎ-বফৎ-কামাখ্যা ঠাকুৰৰ পৰা গুৱাহাটীত ফুটবল খেলক অতিশয় চমৎকাৰিত্ব

আৰু মনোহাৰিত্বৰ খেল কৰি তোলা আধুনিক ফুটবলাৰ পিলিক চৌধুৰীলৈকে বহুজনে বিভিন্ন ধৰণে অৱদান দি আজিৰ গুৱাহাটী গঢ়ি তুলিছে। সেই নৱগ্ৰহৰ গুচৰৰ জাৰ্মান চিকাৰী চাহাবজন আৰু তেওঁৰ অপূৰ্ব সুন্দৰী জীয়ৰী কলিনচ্, ক'ত যে কালৰ সোঁতত নিশ্চিহ্ন গ'ল, সেৌ অশ্ৰদ্ধা ভক্তিনী, যিয়ে বহুদূৰ বাটকুৰি বাই উনৈচশ বিশ চনত ভৰলুমুখত গান্ধীজীক চাবলৈ আহি নিজেই স্বাধীনতা সংগ্ৰামৰ ধামখুমীয়াত হেৰাই গৈছিল। আৰু আমতী বাই, স্বাধীনতা সংগ্ৰামত যোগ দিয়াৰ উদ্দেশ্যে সংসাৰ এৰি ওলাই আহি নিৰাশ্ৰিত অৱস্থাত যাক সংগ্ৰামৰ সহযোগী হিচাপে অপৰিসীম বিশ্বাস কৰিছিল, তাৰে পাশবিক যৌন লিপ্সাৰ বলি হৈ সমগ্ৰ জীৱন চকুপানী টুকি কটাবলগীয়া হৈছিল—তেওঁৰো যে কি গতি হ'ল শেষত। কোনেও হয়তো মনত ৰখা নাই এই সকলৰ কথা। অথচ এদিন এওঁলোকেই গুৱাহাটীৰ উদ্‌গমনত আন হেজাৰৰ সতে পাৰ্যমানে অৰিহনা যোগাইছিল।

সি নোট বুকটো জপাই থব খোজোতেই তলত চকুত পৰিল কামাখ্যা পাহাৰত অনুষ্ঠিত কৰা উত্তৰ বংগ আসাম সাহিত্য সম্মেলন বুলি লেখা এটা শিৰোনামত।

সি ভাবিলে পল্লৱৰ আমন্ত্ৰণ ৰক্ষা কৰিবলৈ সি এইবাৰহে আটাইতকৈ উপযুক্ত বিষয়টো পালে। সি আকৌ শিৰোনামাটো পঢ়িলে। তলত দেখিলে আৰু এটা তথ্য। অভ্যৰ্থনা সমিতিৰ সভাপতি ধীৰেশ্বৰাচাৰ্য বিদ্যাবিনোদ। আঠঘৰীয়া টোলৰ প্ৰতিষ্ঠাতা। এই টোলৰ ট্ৰাষ্টি আছিল কালিচৰণ সেন। এওঁলোক দুয়ো হেম গোস্বামী আৰু পদ্মনাথ ভট্টাচাৰ্যৰ লগত কামৰূপ অনুসন্ধান সমিতিৰো সদস্য। তালৈকে পঢ়ি সি নোট বুকটো বন্ধ কৰি শুই পৰিল।

: হেৰ' তই চোন শুয়ে পৰিলি ?

সি আচলতে শুই পৰা নাছিল। শিখাই সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত গুৱাহাটীত চলা বিভিন্ন সময়ৰ অভিযানৰ বিষয়ে বেচ মনোগ্ৰাহী বৰ্ণনা দিছিল। সি চকু দুটা মুদি মনোযোগেৰে শুনি আছিল। পল্লৱৰ ঘৰত অৱশ্যে বৰ বেয়া সময়ত পাতিছিল আলোচনা চক্ৰটো। দিনৰ দুই বজাত, তাতে গৰমকালি, ; সময়টো আচলতে শোৱাৰে সময়। অৱশ্যে সুনীলে ভবাৰ দৰে সি শুই পৰা নাছিল। কিন্তু সুনীলৰ কথাত সহাৰি দি চকু দুটা মেলি দিবলৈকো তাৰ মন যোৱা নাছিল। কিয়নো সুনীলৰ ওপৰত সেইদিনাৰ খং তাৰ তেতিয়াও মাৰ যোৱা নাছিল। সি তাৰ কথালৈ ভ্ৰুক্ষেপ নকৰি চকু দুটা মুদিয়েই শুনি থাকিল।

শিখাই কৈছিল উত্তৰ বংগ আসাম সাহিত্য সম্মিলনৰ কথা। উত্তৰ বংগ আৰু অসমৰ পশ্চিমাংশৰ ভাষা যে একে, ধীৰেশ্বৰাচাৰ্য আৰু পদ্মনাথ ভট্টাচাৰ্যই যে তাকে প্ৰতিপন্ন কৰাৰ অৰ্থেই এই সাহিত্য সম্মিলনৰ জন্ম দিছিল আৰু তাত যে কালীচৰণ সেনে সহায় কৰিছিল, এই সমস্ত কথা তেওঁ কৈছিল। গুৱাহাটীত ৰোমান্টিক সাহিত্যৰ জয় জয়কাৰ সূচনা কৰা ৰঘুনাথচৌধাৰী, নলিনীবালাদেবী, অম্বিকাগিৰি ৰায়চৌধুৰী, অতুলচন্দ্ৰ হাজৰিকা, দৈবচন্দ্ৰ তালুকদাৰ প্ৰমুখ্যে কবি-নাট্যকাৰ সকলৰ কথা , আৰু ৰোমান্টিকতাৰ কবৰ খানি, বাস্তৱবাদী কবিতাৰ গুৰি ধৰোঁতা হেম বৰুৱাৰ কথা। আৰু এগৰাকী নীৰৱ সাহিত্য কৰ্মীৰ কথা শিখাই কৈছিল। তেওঁৰ নাম আছিল সত্য ভূষণ সেন। তেওঁ আছিল গুৱাহাটীৰ প্ৰবাসী বংগ সাহিত্য সম্মেলনৰ সতে জড়িত এগৰাকী সাহিত্য প্ৰেমী। তেওঁ আছিল কবিগুৰু ৰবীন্দ্ৰনাথৰ এগৰাকী দূৰস্থ অনুগামী। তেওঁ কবিগুৰুৰ সংসৰ্গলৈ অহা নাছিল, কিন্তু তেওঁৰ সতে ঘনিষ্ঠ যোগাযোগ ৰাখিছিল।

শিখাৰ কথাই তাৰ মনোযোগ আৰু বেছি গভীৰ কৰি তুলিলে। সি উৎকণ্ঠাৰে শিখাৰ প্ৰতিটো কথাকে শুনি গৈছিল। এনেতে শিখাই নিজৰ হেণ্ড ব্যাগটোৰ পৰা পুৰণি কাগজ এখন উলিয়াই কলে—

ঃ এইয়া সত্য ভূষণ সেনলৈ ১৯৩০ চনতে লেখা কবিগুৰুৰ চিঠি—

ঔঁ

"UTTARAYAN"
SANTINIKETAN
BENGAL

বিনয়সম্ভাষণপূর্ব্বক নিবেদন—

ইংরেজি অনুবাদ:

আমার রচনা সমস্ত ইংরেজি পাঠকের ঠিক রুচিকর হয় না তার প্রমাণ পেয়েছি। অনুদিত ইংরেজি সাহিত্যে সমস্ত লেখার যে ঠাট ও প্রচলিত হয়েছে তার সঙ্গে এ সব গল্পের একটুও মিল হয় না — তাই এ গুলির ইংরেজি তর্জমার চেষ্টা করা বৃথা বলে আমি মনে করি। ইতি ৩রা ফাল্গুন ১৩৩০

শ্রীরবীন্দ্রনাথ ঠাকুর

ইয়াত ৰবীন্দ্ৰনাথে নিজৰ সৃষ্টিৰ অনুবাদ কৰা সম্বন্ধে মন্তব্য দিছে।

শিখাই আন এখন চিঠি উলিয়াই কলে—

ঃ এইখন পটক



"Uttarayan"
Santiniketan, Bengal

গৌহাটি প্রবাসী বঙ্গসাহিত্য সম্মেলন সভার উদ্দেশে আমি আমার আন্তরিক শুভকামনা প্রেরণ করিলাম — তাঁহাদের অনুষ্ঠান সর্ব্বপ্রকারে সফল হউক।

রবীন্দ্রনাথ ঠাকুর

১ পৌষ
১৩৪৫

এইখন তাৰ আঠবছৰ পাচত লেখা। ইয়াৰ বাহিৰেও সেনে বাংলা সাহিত্যৰ দিকপাল অনেকৰ সতে ঘনিষ্ঠ সম্বন্ধ ৰক্ষা কৰি চলিছিল। মুঠতে গুৱাহাটীৰ চিন্তা চৰ্চ্চাৰ বাংলা সাহিত্যৰ বিশাল ঐতিহ্যৰ সতে সংযোগ ঘটোৱাৰ অৰ্থে সত্যভূষণ সেনে এটা সৎ চেষ্টা দিছিল। শিখাৰ পাচত তাৰ কোৱাৰ পাল পৰিল। সি ভাবিলে গুৱাহাটীৰ মঞ্চ_জগতলৈ অৱদান সম্বন্ধেই সি কব। ইতিমধ্যে সত্য ভূষণ সেন

সম্বন্ধে শুনাৰ পাচত বিশেষকৈ ৰবীন্দ্ৰনাথৰ আপোনহাতে লেখা চিঠি দুখন চোৱাৰ পাচত তাৰ মন উল্লসিত হৈ পৰিছিল। গুৱাহাটীৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এই ঘটনাক এক বিজয়-মুকুট আখ্যা দিব পাৰি। সি শিখাক আৰু পল্লৱক বিশেষভাৱে অভিনন্দন জনালে।

সি লক্ষ্য কৰিলে আলোচনা চক্ৰৰ অংশগ্ৰহণকাৰী আটায়ে সিনো কি কয় তাৰ বাবে অধীৰ আগ্ৰহেৰে বাট চাই আছে। কিন্তু সি মাৰবিনাক সমবেতসকলৰ মাজত নেদেখি অলপ কৌতুহলী হ'ল। তাৰ মনত অস্থিৰতা আঁতৰাই মনতে আলোচনাটোৰ পটভূমি কেনেদৰে উপস্থাপন কৰিব জুকিয়াই ল'লে।

ঠিক তেনে সময়তে এটা ল'ৰাৰ হাতত খোৱা বস্তুৰ প্লেটৰ ট্ৰে এখন দি মাৰবিনা ভিতৰৰপৰা কোঠাটোলৈ সোমাই আহিল। কঁকালত চাদৰৰ আচল এটা খুহি লৈ মুখত এমোকোৰা হাঁহিৰে মাৰবিনাজনী ব্যস্ত হৈ সোমাই অহাৰ সময়ত ইমান ভাললগা হৈ পৰিছিল যে, বুঢ়া কবি দুজনেও খন্তেক তেওঁৰ পিনে চাই আছিল।

মাৰবিনাই তাৰ কাষলৈ আহি কলে—

: আগেয়ে পেট পূজা কৰি লওক, চবেই হামিয়াব লাগিছে। চাহ খালে আকৌ তপতিয়াৰ হৈ পৰিব। চাহ খোৱাৰ পাচত কলে আপোনাৰে কথাখিনি মইও শান্তিৰে শুনিব পাৰিম।

: আপোনাৰ আগ্ৰহ প্ৰকাশ লোকক শুনোৱাৰ কাৰণে নহয়তো ?

চাহ খাই হোৱাৰ পাচত সি আলোচনা আৰম্ভ কৰিছিল। সি লক্ষ্য কৰিলে মাৰবিনাও সন্তৰ্পণে আহি বুঢা দুজনৰ আঁৰ হৈ বহি লৈছিল। সি আৰম্ভ কৰিলে 'অৰুনোদয়'ত প্ৰকাশ পোৱা পত্ৰ বৰ্ণনাটোৰে। কিদৰে গুৱাহাটীৰ কাছাৰীঘৰ দেখি, গুৱাহাটীৰ আলি-পদূলি দেখি লিখকে বিস্ময় মানিছিল। তাৰ মানুহবোৰক দেখি চমৎকৃত হৈছিল। গুৱাহাটী সম্বন্ধে বাহিৰৰ জনসাধাৰণৰ যি ধৰণৰ ধাৰণা আছিল, গুৱাহাটীৰ সাধাৰণ মানুহৰ ধাৰনাও তাতকৈ বেলেগ নাছিল। আনন্দৰাম ঢেকিয়াল ফুকন কৰবাৰপৰা ভৰলুমুখৰ ঘৰলৈ ঘূৰি

আছিলেই কাষৰ কৈৱৰ্ত চুবুৰীটোৰপৰা বাইজ নদী ঘাটলৈ ঢোলে দগৰে ওলাই গৈছিল ফুকনক আগবঢাই আনিবলৈ।
আচল চাহাববোৰক কাষৰপৰা চাবলৈ ভয় কৰিছিল, গুণে চাহাব চাবলৈ আহি ফুকনহঁতৰ পদূলিতে গুৱাহটীয়া ৰাইজে ভিৰ কৰি ধৰিছিলহি।
ওঠৰশ ষাঠি নে চৌষট্টি চনত কাছাৰী ঘৰটো যেতিয়া চীনা মিস্ত্রীৰ হতুৱাই সাজিছিল তেতিয়া তাক চাবলৈকে নদীৰ পাৰত মানুহে জুম বান্ধিছিল।

: তেতিয়া চাগে' আমাৰ লাকুৰ মিস্ত্রী নাছিল।

সুনীলৰ টিপ্পনি শুনি সমবেত সকলৰ ভিতৰৰে ডেকা সাহিত্যিক এজনে সুধিলে কোন লাকুৰ মিস্ত্রী বুলি সি সুনীলক কবলৈ সুযোগ নিদি নিজেই ক'লে—

: কুৰি শতিকাৰ প্ৰাৰম্ভত অসমৰ জাত ব্যৱসায় বদলোৱা দুজনৰ অন্যতম। আনজন আছিল ববদাশীল। তেওঁ শেষত ঠিকাদাৰ হৈছিল। লাকুৰ আছিল দক্ষ কাঠমিস্ত্রী। তেওঁ আমাৰ স্বনামধন্য ঐতিহাসিক কনকলাল বৰুৱাৰ মোটৰ গাড়ীখন কিনি লৈ টেক্সি চলাইছিল। বিয়াৰাম, কাতিৰাম, বাতিৰাম এইসকল সেইকালৰ প্ৰখ্যাত মিস্ত্রি। বাটে অৰ্থাৎ কাঠ মিস্ত্রি। কালী সেনৰ ঘৰ, ৰিহাবাৰীৰ ধৰ্মদত্তৰ দুতলা ঘৰ উলুবাৰীৰ মাজাৰ আৰু সংলগ্ন ঘৰ বিয়াৰাম আৰু ভেদেল মিস্ত্রিয়ে সাজিছিল। কিন্তু তেওঁলোকক আধুনিক ৰীতিৰে নিৰ্মাণ কৰাৰ শিক্ষা দিয়াৰ কথা কোনেও ভবা নাছিল। এবাৰ উজান বজাৰতে জগা চৰডিপ্‌টি (শ্ৰদ্ধেয় জিতেন বুজৰবৰুৱাৰ পিতৃ ?) নে বলো নাজিৰৰ (এতিয়া নিপ্‌ বৰুৱা, গিৰীন বৰুৱাৰ ঘৰ য'ত আছে) ঘৰ সাজোতে ঘৰৰ টুপটো এনে আজোখা ওখহৈ গ'ল যে পাচত কাটি পেলাই দিব লগীয়া হৈছিল।
উজান বজাৰৰে মৰিয়া শিল্পীসকলে মান্ধাতাৰ আমোলতে যিদৰে পিতলৰ বাচন তৈয়াৰ কৰিছিল, আজিও তাকে কৰি আছে। ইংৰাজ অহাৰ পাচত যেনিবা বাহিৰৰ পৰা বস্তু আনিবলৈ উজু হৈছিল। আৰু

তেতিয়া তেওঁলোকে কলিকতাৰ মেছুৱা বাজাৰৰ পৰা কাঁচী বজাৰৰ মাৰোৱাৰী ব্যৱসায়ীয়ে অনোৱা মেছাৰ্চ গ্ৰেন্দাৰ্‌চ্ এণ্ড কোম্পানীৰ ঘোল বৰ্গফুট আকাৰৰ পিতলৰ চটা আনিব পাৰিছিল। তেনে স্বাভাবিকতে হোৱা সুচলত বাদে আন ব্ৰকো সুযোগকে পোৱা নাছিল সেই কাৰুশিল্পী সকলে। শিল্প এটা বাচি থাকে তাৰ ক্ৰমবৰ্দ্ধমানতাক আশ্ৰয় কৰিহে। গতিকে গুৱাহাটীৰ এই কাৰু শিল্পৰ ক্ষেত্ৰত ঐতিহ্যটোহে থাকিল, কিন্তু শিল্প জীয়াই নাথাকিল। এওঁলোকে গুৱাহাটীৰ বিস্ময়াভিভূত জনতাৰ চামিল হ'ল।

গুৱাহাটীত আৰু এটা ঘটনা হ'ল। ইয়াৰ চাৰিওপিনে বহুত আবাদযোগ্য মাটি ওলাল। চলা বিল, ধেমৰা বিল, ডুবুৰি বিল, বামুণবাৰী পথাৰ, ভঁৰাল পুখুৰী এইবোৰ আছিল উলুবাৰী ৰিহাবাৰীৰ আশে পাশে। তাৰ পাচত খৃষ্টান বস্তিৰ পৰা উলুবাৰীলৈ আহিলে বাটতে কাতিৰাম বিল, কেঞ্চাৰ হাস্পাতালৰ ওচৰত ছাগলীয়ে পানী খোৱা বিল, আৰ্য বিদ্যাপীঠৰ সেইখিনিতে হীৰাসকলে মাটি অনা হীৰা গাঁতা বিল, তাৰ দক্ষিণ পশ্চিমে কুকুৰা খাইতী বিল, দক্ষিণে পাহাৰৰ দাঁতিত বাহনিৰে ভৰা সীতানন্দ খাত। তাৰ পাচত ভৰলু নদীৰ পাৰে পাৰে ৰৌমাৰী, ভেচামাৰী বিল, লুতুমাৰ কাষত আঠুভাঙি, ফটাশিলৰ বাটত ৰামচিং বিল। কালক্ৰমত এইবোৰৰ বহু অঞ্চল আবাদযোগ্য হৈ পৰিল। ইপিনে কুব্‌লিং চাহাবে ফটাশিলৰ ৰাস্তাটো উলিয়ালত গুৱাহাটীৰ দক্ষিণাঞ্চল সুগম হৈ পৰিল। গুৱাহাটী শ্বিলং ৰাস্তাটোতো আগতেই হৈছে।

ইংৰাজে নতুনকৈ প্ৰবৰ্তন কৰা মুদ্ৰানীতিৰ জঞ্জালৰ পৰা ইমানদিনে আঁতৰত থকা দুৰ্গম অঞ্চলৰ কৃষক ৰাইজ অঞ্চলবোৰ সুগম হোৱাৰ ফলত সেই সকলৰ অজানিতে এই নতুন জালত মেৰ খাই পৰিল। আৰু শেহত প্ৰশাসন কেন্দ্ৰত থকা প্ৰশাসনৰ মুৰব্বীসকলৰ সংসৰ্গ লাভ কৰা সকলে এই নতুন ক্ষেত্ৰ এখন আৱিষ্কাৰ কৰিলে, য'ত তেওঁবিলাকৰ সুখ-স্বাচ্ছন্দ্যৰ কাৰণে আৱশ্যকীয় সম্পদ মজুত আছে। সেই সম্পদৰ প্ৰকৃত গৰাকীসকলক ইংৰাজৰ নতুন নীতিয়ে গৰাকীত্ব বজায় ৰখাৰ

বাবে অনিচ্ছুক আৰু অনাগ্ৰহী কৰি তুলিছে। তেনে এটা পৰিস্থিতিত সেই সম্পদৰ আহিলা-পাতি আনকি চাবেক গৰাকী সেই প্ৰাচীন কৃষক সকলো এই নতুন সুখ-স্বাচ্ছন্দ্য বিচৰা মানুহখিনিৰ কুক্ষিগত হৈ পৰিল। ইংৰাজৰ নতুন নীতিয়ে এওঁলোকক প্ৰভূতভাৱে সহায় কৰিলে।

এই শতিকা পৰাৰ সময়ত এনে এটা অৱস্থা আহিল যে এই চাম মানুহে নিৰ্বিচৰাকৈয়ে সুখ ভোগৰ চাবি-কাঠি নিজৰ হাতৰ মুঠিলৈ আহি গ'ল।

আনহাতে নতুন সুখৰ মুখ দেখা, নতুন পাশ্চাত্য চিন্তাধাৰাৰ সতে পৰিচিত আন এচাম মানুহ আহিছিল। ভিন্ন ভিন্ন জীৱন যাত্ৰাৰ, অনেক মানুহ আহিছিল, কোনোৱে কৌতুহল চৰিতাৰ্থ কৰাৰ উদ্দেশ্যে, কোনোৱে আকৌ প্ৰশাসনৰ সতে জড়িত হৈ আৰু আন কোনোবা আহিছিল হয়তো নিজকে সমৃদ্ধ কৰাৰ নতুন পথ বিচাৰি। এই সকল লোক আহিছিল ওঠৰশ আঠাৰন্ন চনৰ পাচত। অৰ্থাৎ বৃটিছে ইংলণ্ডৰ গভৰ্ণমেণ্টৰ হাতলৈ অসমখন নিয়াৰ পাচত।

ইতিপূৰ্বে অসমলৈ দুৰ্গাচৰণ বসু, পীতাম্বৰ ঘোষ হঁতো আহিছিল। কিন্তু তেওঁলোক আহিছিল আহোম ৰাজৰ সময়ত দেশান্তৰী হৈ। নিজৰ দেশ এৰি আন এখন দেশলৈ। অসম আছিল তেওঁবিলাকৰ কাৰণে বিদেশ। কিন্তু পাচৰ চাম মানুহ আহিছিল উনৈচ শ পাঁচ চনৰ পাচত পূৰ্ব বংগৰ পৰা খেতিৰ মাটি বিচাৰি অসমলৈ অহা সেই হেজাৰ বিজাৰ কৃষক সকলৰ দৰে। সেই সময়ত পূৰ্ব বংগ আৰু অসম একেখন প্ৰদেশ হৈছিল। সেই কৃষক সকল যেনিবা সেই সময়ত হাজোৰ পৰা গুৱাহাটীলৈ আহিছিল।

এই পাচৰ চাম অৰ্থাৎ বৃটিছে এই দেশ লোৱাৰ পাচতে গুৱাহাটীলৈ অহা মানুহ চাম আহিছিল নিজৰ দেশৰ ভিতৰৰে এটা প্ৰশাসন-গোটৰ পৰা আন এটা প্ৰশাসন-গোটৰ এলেকালৈ। গতিকে স্বব্যৱস্থাপনৰ ক্ষেত্ৰত দুৰ্গা বসু বা পীতাম্বৰ ঘোষৰ সতে এই চামৰ কিছু অমিল আছিল। আৰু সেইটো স্বাভাৱিকতে আশা কৰিবপৰা ধৰণৰ আছিল।

এই চাৰো নতুনকৈ সুখ-স্বাচ্ছন্দ্য বিচৰা চাবেক মানুহ চামৰ লগ লাগিল। যোৱা ত্ৰিচৰ দশকত ভৰলুমুখত এটা সম্ৰান্ত পৰিয়ালৰ ঘৰত এখন বিয়া হৈছিল। বৰ ধুম ধামেৰে। তালৈ গুৱাহাটিৰ অসমীয়া বাঙালী বহুত লোকক মতা হৈছিল। কিন্তু গুৱাহাটীৰ যিখিনি প্ৰাচীন চাবেক পৰিয়াল আৰু যি সকল লোকৰ মেহনতৰ ফলে সেই পৰিয়ালৰ সমস্ত সম্পদ যোগায়, সেই সকলৰ মাজতো সম্ৰান্ত পৰিয়াল দুই এটা আছিল, কিন্তু তেওঁলোকৰ এজনকো বিয়া খাবলৈ বুলি নিমন্ত্ৰণ কৰা হোৱা নাছিল। যত্ন সহকাৰে তেওঁলোকক বৰ্জন কৰা হৈছিল।

অৰ্থাৎ ইয়াৰ সৰল অৰ্থ হ'ল, গুৱাহাটীৰ সমাজখন শ্ৰেণীত বিভক্ত হৈছিল। ৰোমান্টিক কবিতাৰ জন্ম লগ্নৰ সতে শ্ৰেণী বিভাজনৰ অগা-পিচা সম্বন্ধ আছে।

সমাজৰ সেই শ্ৰেণীটোৰ সুখ-স্বাচ্ছন্দ্যৰ আলমবোৰ সুস্থিৰ আৰু সুনিশ্চিত হোৱাত তেওঁলোকে প্ৰচুৰ অৱসৰ বিনোদনেৰে উপভোগ্য কৰি তোলাৰ উপায় বিচাৰি পশ্চিমৰ খেমৃতাৱালী বাঈ আনিলে, মণিপুৰী নৃত্য দল বিচাৰিলে, আৰু বিচাৰিলে বংগত নতুনকৈ গঢ়ি উঠা যাত্ৰাৰ দল।

সি ক'লে যে, মদ বা বেশ্যাৰ কথা প্ৰাসংগিক হয় যদিও আৰব্ধ আলোচনাৰ সতে তাৰ সম্বন্ধ নাই দেখি বাদ দিয়া হ'ল। সেয়া যি কি নহওঁক, সেই সময়ত বংগদেশৰ বিভিন্ন দলে অসমৰ গাঁৱে ভূঞে যাত্ৰাভিনয় প্ৰদৰ্শন কৰি ফুৰিছিল। ওঠৰশ ছয়সত্তৰ চনৰ শুক্ৰেশ্বৰ দেৱালয়ত অভিনীত হোৱা 'ৰাম ৰাজ্যাভিষেক' নাটকখনো বাঙালী যাত্ৰাৰ দলেই কৰা যেন লাগে। কিয়নো গুৱাহাটীত যাত্ৰা পাৰ্টিৰ আগৰ যুগৰ অসমৰ খিলঞ্জীয়া বাইনৰ দল গঠন হোৱা নাছিল, আন-হাতে গুৱাহাটীৰ প্ৰথম যাত্ৰা পাৰ্টিৰ দলটোও গঠন কৰিছিল ৰবদা বিষয়াইহে, কুৰি শতিকাৰ তৃতীয় দশকত। সেইটোৱেও প্ৰথমে বাঙালী যাত্ৰাহে কৰিছিল।

ইপিনে পানবজাৰত বৰ্তমান আচাম অপ্টিকেলৰ ওলোটা পিনে য'ত

ভোলা হোটেল আৰু প্ৰবাস মিলন আদি হোটেলবোৰ 'আছিল তাত হৈছিল 'ৰাজুছ চিনেমা'। ল'ৰাক লোজেঞ্চ দি মাতি আনি খোলা বেঞ্চিত বহুৱাই ছায়াছবি বাইস্কোপ দেখুৱায়। বেঞ্চিবোৰ আছিল বাঁহৰ খুটিত তক্তা বান্ধি সজোৱা। উনৈচ শ সোতৰ চনত জজ কাছাৰীৰ মহাফেজখানাৰ পিচ ফালে ৱাৰ পিক্‌চাৰ দেখুৱাইছিল। সিও আছিল চাইলেণ্ট অৰ্থাৎ নিশব্দ। ইতিমধ্যে পিক্‌চাৰ হাউচ হৈছিল। আৰু শ্বিলঙৰ আয়েংগাৰ চাহাবে আলু গুদাম এটা আলুৰ বস্তা খালী কৰি প্ৰতিষ্ঠা কৰিছিল কেল্‌ভিন নামৰ চিনেমা হলটো। পিক্‌চাৰ হাউচে প্ৰথম বাইস্কোপ আনিছিল আলম আৰা। গুৱাহাটীলৈ প্ৰথম চিনেমা আহিছিল উনৈচ শ পয়ত্ৰিশ চনৰ চৈধ্য ডিচেম্বৰ তাৰিখে, পিক্‌চাৰ হাউচ অৰ্থাৎ বিজুলীত। ছবিখনৰ নাম আছিল 'নাইট বাৰ্ড'। তাত অভিনয় কৰিছিল, মিছ আন্‌বাৰী, মজহৰ, নজিৰ আহমেদ আৰু গুল হামিদ আদিয়ে।

তাৰ পাচত আহিছিল অহীন্দ্ৰ চৌধুৰী, কানন বালাৰ 'ঋষিৰ প্ৰেম'। গুৱাহাটী ক্ৰমে ব্যস্ত হৈ পৰিল। ইতিমধ্যে এঠৰশ ছিয়ানবৈৰ চনত "আৰ্য্য নাট্য সমাজ" নামৰ অনুষ্ঠানটোৰ প্ৰতিষ্ঠা হ'ল। তেওঁলোকৰ থিয়েটাৰ হলটো দ্বিতীয় মহাসমৰত 'ৰিগেল চিনেমা' লৈ ৰূপান্তৰিত হৈছিল, য'লৈ আহিছিল প্ৰমথেশ বৰুৱাই সৃষ্টি কৰা সেইকালৰ শ্ৰেষ্ঠ কথাছবি 'দেবদাস'।

সেই সমাজত জড়িত বহু প্ৰশংসিত অভিনেতাসকলৰ ভিতৰত আছিল অতুল সৰস্বতী, কামাখ্যা ঠাকুৰ, নীৰদা ভুঞা, কালীপ্ৰসাদ বৰুৱা আদি। অসমত বিশেষকৈ গুৱাহাটীত প্ৰথম মেডিকেল ফাৰ্মাচী প্ৰতিষ্ঠা কৰা ডাক্তাৰ ৰাধাকিশোৰ সৰস্বতী পৰিয়ালৰ আছিল প্ৰথম জন। এতিয়াৰ কল্পতৰু য'ত তাতেই আছিল সৰস্বতী কোম্পানী, য'ত এসময়ত আচাম ভেলি ষ্টোৰচ্ আছিল। 'বাণী প্ৰকাশ'ৰ পশ্চিমে য'ত এ সময়ত 'বৃটিছ পেইণ্ট' আছিল, সেইটোও বোধ কৰো সৰস্বতী পৰিয়ালৰ আছিল। শান্তিপুৰৰ বাগিছাখনো এসময়ত এওঁলোকৰে আছিল। গুৱাহাটীৰ দ্বিতীয়খন ফাৰ্মাচীৰ

মালিক আছিল আবু বক্কৰ আয়াজ। ১৯০৫ নে তাৰ আগতেই তেওঁ 'গুৱাহাটী ফাৰ্মাচী'খন প্ৰতিষ্ঠা কৰিছিল।

তৃতীয়খন উজান বজাৰৰ ডাঃ ধৰণী দাসৰ নেকি? ডাঃ দিদাৰুদ্দিন আহমেদৰ সমসাময়িক আছিল তেওঁ।

আৰু কুমাৰ পাৰাতো নাটক আদি অভিনয় কৰাৰ কাৰণে এই শতিকাৰ প্ৰাৰম্ভৰে পৰা চেগা চোৰোকাকৈ প্ৰচেষ্টা চলিছিল। কুমাৰ পাৰাৰ সম্ভ্ৰান্ত লোক আছিল বাতিৰাম বৰকাকতী। ফটাশিল পাহাৰৰ এফাল তেওঁলোকৰে আছিল। তাৰ বাগিছাখনকো মানুহে বাতিৰাম বাগান বুলিহে জানিছিল। তেওঁলোকৰ ঘৰটো 'বৰঘৰ' বুলি কৈছিল স্থানীয় মানুহে।

: আমি আলোচনাৰ আঁত হেৰুৱাই পেলালোঁ নেকি?

বুঢা ডগৰাকীৰ এগৰাকীয়ে মন্তব্য দিলে। সি ঘপ্‌কৰে থমকি ৰৈ গ'ল।

সুনীলে ক'লে

: এৰা আমি সুকুমাৰ কলাৰ পৰা আহি চাহৰ খোলাত পৰিলোঁহি।

সুনীলৰ কথাত আটায়ে হাঁহি দিলে। সি গহীনাই ক'লে যে সি প্ৰসংগৰ পৰা আঁতৰি অহা নাই। সি নতুনকৈ গঢ়ি উঠা মধ্যবিত্ত শ্ৰেণীটোৰ কেতবোৰ প্ৰাসংগিক তথ্য দাঙি ধৰিছে মাথোন। আৰু এইটোও কবলৈ গৈছে যে সুকুমাৰ কলাৰ চৰ্চ্চা এওঁলোকৰ মাজতে সীমাৱদ্ধ আছিল। অন্ততঃ গুৱাহাটীৰ ক্ষেত্ৰত।

আৰু এইটোও সত্য যে, প্ৰদৰ্শনৰ কলাকৌশল, নাট ৰচনাৰ ধাৰণা এইবোৰো বহুক্ষেত্ৰত বংগদেশৰ পৰাই আমদানি কৰা হৈছিল। গুৱাহাটীৰ পুৰণি মঞ্চত অভিনীত হোৱা বাংলা নাটক 'ৰঘুবীৰ'ত সখাৰাম চৰিত্ৰৰ যি অভিনয় কৰিছিল কামাখ্যা ঠাকুৰে, তাকো আকৌ বাংলা ভাষা'ত, বাঙালী বিদ্বৎমণ্ডলীয়ে অবাক বিস্ময়েৰে উপভোগ কৰিছিল হেনো সেই অভিনয়। সেই অভিনয়ে কামাখ্যা ঠাকুৰকো দিছিল মঞ্চাভিনয়ৰ নতুন দিগন্ত উন্মোচন কৰাৰ এক দুৰ্লভ প্ৰেৰণা।

ৰবদাপ্ৰসন্ন দাশগুপ্তৰ 'মিশৰকুমাৰী'ৰ অসমীয়া ৰূপান্তৰ কৰি মঞ্চস্থ কৰা হৈছিল উজানবজাৰৰ নাট্য মন্দিৰত। নীৰদা ভুঞাই তাৰ নাৰী চৰিত্ৰ নাহ্‌ৰিনৰ যি অভিনয় কৰিছিল, নাৰীচৰিত্ৰৰ তেনে অভিনয় হেনো গুৱাহাটীত হোৱাই নাছিল।

: আচ্ছা সহ অভিনয় গুৱাহাটীত বাৰু কেতিয়া প্ৰথম হৈছিল?

পল্লৱসেনৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে সি সুধিলে—

: ৰাজহুৱা মঞ্চত নে?

: স্বাভাৱিকতে। ঘৰুৱাভাৱে নিজৰ ভিতৰতে কোনোবাই কিবা কৰিলেও সি ধৰ্তব্য নহয়। প্ৰত্যাহ্বানৰ প্ৰশ্ন তাত নাই।

: উনৈচশ বিয়াল্লিছ চনত। আৰ্য নাট্য সমাজৰ উদ্যোগত। তাত হেনো সেইসময়ৰ কামৰূপৰ ডেপুটী কমিছনাৰ শিশিৰ কুমাৰ দত্তয়ো অভিনয় কৰিছিল।

: অসমীয়া মঞ্চাভিনয়ত?

: উনৈচশ উনপঞ্চাশত চাহজাহান নাটকত। ডি এল ৰায়ৰ নাটক সেয়া। গুৱাহাটী শিল্পীসংঘৰ উদ্যোগত। তাত নাৰীচৰিত্ৰ সমূহ ৰূপায়ণ কৰিছিল কমলা শৰ্মা, ৰেণু দাস, উৰ্বশী দাস, জয়া দাস, জাহানাৰা বেগম, মীৰাদেবী প্ৰমুখ্যে গুৱাহাটীৰ অগ্ৰগামী মহিলা শিল্পীসকলে।

সি কৈ গ'ল যে, গুৱাহাটীত অসমীয়া সামাজিক নাটকৰ অভিনয় যোৱা দ্বিতীয় দশকৰ পৰাই হৈছিল। আনহাতে মধ্যবিত্ত পৰিয়াল বহুতৰে জীয়ৰী বোৱাৰীয়ে আধুনিক শিক্ষাও লাভ কৰিছিল। এতিয়াৰ পানবজাৰৰ 'আনন্দ লজ'ৰ সেইখিনিতে থকা গুপ্ত পৰিয়ালৰ জীয়ৰী সুনীতি গুপ্তইতো সেই দিনতে বি এ বি টি পাছ কৰি লীড্‌চ্‌ৰ পৰা এম্ এড্ পাছ কৰি স্কুল ইন্সপেক্টৰ হৈছিল। শেষত তেওঁ লেডী ব্ৰেবোৰ্ণ কলেজৰ অধ্যক্ষা হিচাপে অৱসৰ গ্ৰহণ কৰিছিল। তাৰো বহু বছৰৰ আগতে স্ত্ৰী শিক্ষাৰ প্ৰতি অসমত পোন প্ৰথমে জাগৰণ আনিবৰ কাৰণে প্ৰযত্ন কৰা মহামতি আনন্দৰাম ঢেকিয়াল ফুকনে নিজে নিজৰ পত্নীক আৰু ভৰুণৰাম ফুকনৰ মাকক (আনন্দৰামৰ

ভাই বোৱাৰী, বলৰাম ফুকন তেওঁতকৈ দুই বছৰে সৰু) লিখা-পঢ়া শিকাইছিল আৰু আধুনিক শিক্ষাৰ জ্ঞান দিছিল।

ইমানখিনিৰ পাচতো সহ অভিনয়ৰ কাৰণে গুৱাহাটীৰ সামাজিক পৰিবেশ আজি পশিচ বছৰমানৰ আগলৈকে অনুকুল নাছিল।

সেইটো যি কি নহওক মুঠতে গুৱাহাটীৰ এই প্ৰচেষ্টাত অৰিহনা যোগাবলৈ আগবাঢ়ি আহিছিল দৈৱচন্দ্ৰ তালুকদাৰ আৰু অতুলচন্দ্ৰ হাজৰিকা প্ৰমুখ্যে জনাদিয়েক ৰোমাণ্টিক সাহিত্যকাৰে। তেওঁ-লোকেই প্ৰথমে গুৱাহাটীত অসমীয়া মৌলিক নাটৰ সৃষ্টি কৰে।

কিন্তু তেতিয়াও জীৱনৰ বাস্তৱ সহজ সৰল সত্যবোৰৰ মঞ্চীকৰণ তেওঁ-লোকে বিচৰা নাছিল। তেওঁলোকে অৱসৰ বিনোদনৰ কাৰণে বিচাৰিছিল ৰহস্যময়, বাস্তৱতা ৰহিত কেতবোৰ কাহিনী। বোধকৰোঁ সেইবাবেই উনৈচশ পয়ত্ৰিচ চনত জ্যোতিপ্ৰসাদে জয়মতী কথাছবিখন বিজ্ঞাপনত গুৱাহটীয়া ৰাইজৰ আগত এখন জাংগল পিকচাৰ হিচাপে দাঙি ধৰিছিল।

: বিজ্ঞাপনটো ঠিক কিদৰে দিছিল বাৰু?

শিখাৰ প্ৰশ্নত আছিল অপৰিসীম কৌতুহল। সি নোটবুকটো উলিয়াই পঢ়ি দিলে—"ডাবল ইওৰ ইন্‌কাম বাই পুটিং শ্লাইদ্‌চ্‌ ইন জয়মতী ফিল্ম, দ্য অন্‌লি আছামিজ জাংগল্‌ পিক্‌চাৰ এভাৰ ৰিলিজদ্‌। এপ্লাই ফৰ টাৰ্মচ্‌ টু চিত্ৰলেখা ডিষ্ট্ৰিবিউটৰ্‌চ্‌, পোঃ নিউপ্ৰেছ, গৌহাটী, ২৩৷৩৷৩৫।"

লেখকসকলৰ ক্ষেত্ৰতো সেই একে ঔদাসীন্য। কোনো কোনোৱে অসম দেশৰ হৃতগৌৰৱ উদ্ধাৰৰ স্বপ্নত বিভোৰ হৈছিল কিন্তু বাস্তৱ ক্ষেত্ৰত সমাজৰ সমস্যাসমূহ সম্বন্ধে তেওঁবিলাক আছিল নীৰৱ।

অৱশ্যে সেয়া আছিল অনুভৱৰ ৰ'দ কাঁচিয়লি মাত্ৰ, আগত উজ্বল দিনৰ ফেহুজালি মাত্ৰ। তাত এন্ধাৰ আছিল, অস্পষ্টতা আছিল সঁচা, কিন্তু লগতে আছিল সমাগত আলোকৰ উষ্মা।

তাৰ কথাৰ অন্তত সশব্দে হাত-চাপৰি দিছিল সমবেত সকলে। বহুত সময় ধৰি। তাতে চক্ৰবো অন্ত পৰিছিল। সুনীল, শিখা, মাৰবিনা

আৰু তাৰ বাদে আটায়ে বিভিন্ন মন্তব্য দি তাক প্ৰশংসা কৰি বিদায় লৈছিল।

আটাইবোৰ গৈ সিহঁত যেতিয়া অকলশৰীয়া হৈ পৰিল পল্লৱে কলে—

: এই সময়ত এক পৰ্ব কফি হৈ যোৱাহেঁতেন ভাল আছিল।

সুনীলে সমৰ্থন কৰি কলে—

: হলে বৰ ভাল হয়। মোৰ টোপনি ধৰিছিল ইয়াৰ কথা শুনি। তাৰ বহুত কথাকে মই নুবুজিলোঁ।

সুনীলৰ মন্তব্য শুনি তাৰ ভাৰ ভীষণ খং উঠি গ'ল। প্ৰত্যাহ্বানৰ দৰে লাগিল মন্তব্যষাৰ তাৰ মনত। সি বিৰক্তিৰে অকনো লুকঢাক নকৰাকৈ কলে—

: তইতো পইচা ঘটাতে থাক চব্বিশ ঘণ্টা। পঢ়াশুনা কিবা কৰ জানো? তই নুবুজিলেও কাৰো একো ক্ষতি নহয়।

সেই সময়তে মাৰবিনা উঠি ভিতৰলৈ গ'ল। শিখাও কলে যে তেওঁ অকণ মাৰবিনাক সহায় কৰিব কফি কৰোতে। তেনেদৰে কৈ তেৱোঁ উঠি গ'ল। ভিতৰত গৈ শিখাই কলে—

: তুমি মন কৰিছানে? দুই বন্ধুৰ মাজত কিবা এটা হৈছে।

মাৰবিনাই বেপৰোৱা ভাব দেখুৱাই কলে—

: বাদ দিয়ক। যাৰ যি মন যায় কৰি থাকক। তাত আমাৰ কি?

আচলতে তলে তলে তেৱোঁ চিন্তিত হৈ পৰিছিল প্ৰোফেছাৰ চৌধুৰীৰ সুনীলৰ প্ৰতি আচৰণত।

দুয়োজনী কফি লৈ যেতিয়া সুনীলহঁত বহি থকা কোঠাটো পালেগৈ, দেখিলে চবেই নিৰৱে শিলামূৰ্ত্তিৰ দৰে বহি আছে। পল্লৱৰ মুখত দেখিলে কিবা এটা উপায়হীন বিমূঢ়ভাবে মুখখন ম্লান কৰি তুলিছে। চৌধুৰীয়েও বোধকৰোঁ নিজৰ আচৰণে কেইজনৰ মনতে যে অস্বস্তিৰ সৃষ্টি কৰিছিল ভাল দৰেই বুজি পাইছিল। সি হঠাৎ সুনীলক উদ্দেশ্য কৰি কলে—

: মিষ্টাৰ সেনৰতো ঠিক হলেই, তোৰ বিয়াখনো ঠিক কৰি নেপেলাৱ কিয় ?

: তোৰখনকে আগতে ঠিক কৰ চোন,

: কৰাবতো খোজোৱেই, কিন্তু ছোৱালী দিয়ে কোনে ?

: তেন্তে মোৰো সেই একে কথা।

সি বৰ ৰহস্যময় কৰি কোৱাৰ উদ্দেশ্যেই বোধকৰো গৰম কফিৰ কাপ-টোত আলফুলে এটা চুমুক দি কিছু পৰ থমকি ৰৈ কলে—

: কিয় মই জনাত তোৰতো ছোৱালী ঠিকেই হৈ আছে।

: যে হয় নেকি ? আমাক কিয় কোৱা নাই ?

শিখা আৰু মাৰবিনা দুয়ো সমস্বৰে চিঞৰি উঠিল। সুনীলে স্বাভাৱিক ভাৱেই কলে—

: মই জানিলেহে কম।

চৌধুৰীয়ে কিন্তু অকণো বিচলিত নহৈ কলে—

: তই জানিও ফাকি দিছ। মই তোক সেই ছোৱালীজনীৰ ঘৰলৈ যোৱা, তেওঁক লগত লৈ দূৰ ভ্ৰমণত অকলশৰে যোৱা বহুদিন দেখিছোঁ। সেই সংসৰ্গৰ কথা তই যে মোৰ পৰা লুকাই ৰাখিবলৈ সততে যত্নপৰ তাকো মই জানো।

: তই ইমানেই জান যেতিয়া কচোন ছোৱালীজনী কোন ?

: মাৰবিনা।

: হেৱাট। কি কলে আপুনি ?

শিখাই নামটো শুনি উচপ খাই উঠিল। আৰু তাৰ পিনে অপৰিসীম ঘৃণাৰে চাই আকৌ কলে—

: হাত বিষ্ট্‌লি ইউ ক্যান বী, হাত এট্রোচিয়াচ এণ্ড ভালগাৰ। আপুনি জানেনে সুনীল শইকীয়া মাৰবিনাৰ একেবাৰে নিজৰ মামা আৰু একমাত্ৰ মামা। এওঁলোকৰ নিঠকৰা অৱস্থাত সুনীলেই একমাত্ৰ ভৰসা। ছিঃ ছিঃ হাও নেষ্টি ইউ আৰ।

শিখাই কথাখিনি কৈয়ে উত্তেজনাত থিয় হৈ মাৰবিনাক কোঠাটোত নেদেখি চিন্তাত পৰিল। তেওঁ মাৰবিনাক বিচাৰি ভিতৰলৈ যাব

খুজিছিল এনেতে মাৰবিনাই হাঁহি হাঁহি প্লেট এখনত ভাযোল লৈ সোমাই আহি সুনীলক কলেহি—

: তই মামাই পিচে মজা পাবও লাগে। ভাল হৈছে, আজি চাবে ভাল এপালি দিলে। তই নো বাৰু তেখেতক কোৱা নাছিলি কেলেই মই যে তোৰ ভাগিনী। এতিয়া পাইছ গমটো, মোক দুখীয়া দেখি আনৰ পৰা চিনাকি লুকাই ৰখা—পালিনে মজা! চৌধুৰী চাবে নিশ্চয় দেখিছে তই আমাৰ তালৈ অহা, মাজে মাজে তোৰ গাড়ীতো যে উঠো আমি। সিদিনা হাহিমত বিয়াৰ গাখীৰ লগাবলৈ তই যে মোকো লৈ গৈছিলি, সেই শিখাদি মিৰ্জালৈ যোৱাৰ দিনা, তাকো নিশ্চয় চাবে দেখিছে। সম্বন্ধটো নাজানিলে ভাবিবই।

মাৰবিনাৰ কথা শুনি নিজকে তাৰ বৰ সৰু যেন লাগিল। লাজতে পাৰিলে যেন তেতিয়াই আত্মহত্যা কৰি সমস্ত লজ্জাৰ অন্ত পেলাব-এনে এটা ভাব হ'ল। মুৰ তুলি কাৰো পিনে চাবলৈ তাৰ সাহস নহল। বহুত সময় সি তলমূৰ কৰি নিথৰ হৈ ৰহি থাকিল।

মাৰবিনাই ঘটনাটো ইমান সহজভাৱে লোৱা দেখি শিখাও প্ৰথমে হতভম্ব হৈ পৰিছিল আৰু এটা মুহূৰ্তত তেৱোঁ সহজ হৈ পৰিছিল। পল্লৱে ইমান পৰে নিৰৱে আছিল, পৰিবেশ আৰু স্বাভাৱিক কৰি দিবৰ কাৰণে তেওঁ শিখাক উদ্দেশ্য কৰি সুধিলে—

: তুমি কবে যাচ্ছ?

: কলৈ?

: মিৰ্জা?

: কোনে কলে তোমাক মই আকৌ যাম বুলি।

: মানে?

: মই চাকৰি ৰিজাইন দি গুচি আহিছোঁ।

: কিয়? তোমাৰ যোৱাটো দুটা দিনো হোৱা নাছিল?

: তাতে কি হ'ল? ঘটনা হবলৈ তো দুই দিন নালাগে। মুহূৰ্ত্ততে হয়। এইমাত্ৰ এখেতে যিদৰে ঘটালে।

পল্লৱে উপস্থিত ঘটনাটোৰ পৰা আঁতৰাইবে মন আঁতৰাই অনাৰ

উদ্দেশ্যেহে শিখাৰ লগতে মিৰ্জাৰ কথা পাতিছিল। কিন্তু শিখাই অকণ মুকলি পায়েই ঘূৰি অহা দেখি তেওঁ পট্‌কৰে সুধিলে—

: তাৰ মানে কিবা ঘটনা ঘটিছিল?

: ঘটনাঠিক নহয়, মোৰ মুক্ত আচৰণ কৰ্তৃপক্ষই পচন্দ নকৰিলে; আৰু মইও কোনোদিন ব্ৰীড়াবনতা হৈ পোৱানাই। তাৰ কৌশল মোৰ জনা নাই।

সেইমুহূৰ্ত্তে সুনীলে আলোচনাত যোগ দি কলে—

: আপুনি অৱগুণ্ঠিতা হৈ যাব লাগিছিল। শব্দটো শুদ্ধ হৈছেনে প্ৰোফেছাৰ?

সুনীলৰ প্ৰশ্নটো শুনি কেউজনে হাঁহি দিয়াত, প্ৰোফেছাৰ চৌধুৰীয়ে কিবা এষাৰ কৈছিল, তল পৰি থাকিল। কিন্তু সুনীলৰ এই প্ৰশ্নবাৰেই কোঠাটোৰ ভিতৰৰ গোমোঠা পৰিবেশটো সহজ কৰি দিলে। সি সুনীলৰ হাতত ধৰি কলে—

: মোক ভাই তই ক্ষমা কৰিবি দেই। মই নাজানি জঘন্য ভুল এটা কৰিলোঁ।

শিখাই তাকে দেখি পট্‌কৰে কলে—

: উহুঁ, তেনেকে নহব। আপুনি ডাঙৰ জগৰ লগাইছে মাৰবিনাৰ ওচৰত। তেখেতৰ ওচৰত কিয়? মাৰবিনাৰ ওচৰত ক্ষমা খোজক।

শিখাই কোৱাৰ লগে লগে মাৰবিনাই হুলস্থুল কৰি দিলে—

: শিখাদি, মোৰ ওচৰত কোনেও একো জগৰ লগোৱা নাই। কি যা-তা কৈছে আপুনি।

সি অৱশেষে কলে—

: মোৰ কিন্তু অসহ্য অপৰাধবোধ হৈছে। আপুনি মোক ক্ষমা কৰিব।

: যত দোষ এই মামাৰ। সি হলে বোম ভোলাটো হৈ বহি আছে।

মাৰবিনাই কোৱাৰ লগে লগে সুনীলৰ যেন এই মাত্ৰ হঠাৎ টোপনি ভাগি গ'ল এনেদৰে থিয় হ'ল আৰু মাৰবিনাক কলে—

ঃ তোৰ কিন্তু দেখি হৈছে দেই। তাই পাহৰিছ হ'বলা। সৌ ভেখেতকো লৈ ব'ল, তোৰ সুবিধা হয়।

সুনীলে শিখাক উদ্দেশ্য কৰি কৈছিল। শিখাই সুধিলে—

ঃ কেনি বাক ?

ঃ কিবা কাপোৰ কিনে হেনো। আৰু গহনাৰ অৰ্ডাৰ দিয়ে বোলে। বলক আপুনিও। আপোনাক একেবাৰে ঘৰত থৈ আহিম। ব'ল দেৰি হৈ যাব।

সিহঁত তিনিও ওলাই গ'ল। পদ্মৰে তাৰ পিনে চাই কলে—

ঃ মৰা উলিয়াই নিয়া ঘৰ যেন নিজম পৰি গ'ল। আপোনাৰ আলোচনাটোৰ প্ৰভাৱ মোৰ মনত এতিয়াও থকা বাবেই হয়তো মাঁনুহবোৰ গুচি যোৱাত তেনে এটা অনুভৱ হৈছে।

সি কিবা এষাৰ মন্তব্য দিবলৈ গৈছিল, এনেতে দেখিলে মাৰবিনাক আকৌ উভতি অহা। সক ছোৱালী যেন দেখা গৈছিল তেওঁক ঘৰ ধৰকৈ অহা দেখি। সি উদগ্ৰীৱহৈ মাৰবিনা অহাৰ কাৰণে বাট চাই থাকিল।

: সময়েও যেন উদগ্ৰীৱ হৈ বাট চাই আছিল এই ভবিতব্যতাৰ বাবেই। অগ্ৰগামী কত হেজাৰজনৰ কত যত্নৰ পাচতো গুৱাহাটী যেন সময়ৰ দৌৰত এদিন পিচ পৰি ৰব লেইটো যোৱা ত্ৰিচৰ দশকতে স্পষ্ট হৈ পৰিছিল। অৰুণোদয়ৰ যুগৰ কিনাৰাৰ সন্ত্ৰীয়াই যোৱাটো শতিকাৰ মাজভাগত গুৱাহাটীক যেনেদৰে দেখিছিল, গুৱাহাটীৰ বাঢ়নটো তাৰ পৰা অলপদূৰ অহাৰ পাচতে যেন গেঁঠেলা মাৰি বৈ গ'ল এনে এটা ভাব হ'ল আপোনাৰ কথা শুনি।

: আপোনাৰ তেনেহলে ভুল হ'ল। হয়তো শুবিতে ময়ে ভুল কৰিছোঁ।

তাৰ মন্তব্য শুনি শিখাই তাৰ পিনে বিস্মিত হৈ চাই ৰ'ল। তাৰ ঘৰত সেইদিনাৰ আলোচনা চক্ৰত আলোচিত বিষয়বোৰৰ ওপৰতে শিখা আৰু সি কথা পাতি আছিল। আৰু সেই প্ৰসংগতে শিখাই কৈছিল যে তাৰ আলোচনা শুনি তেওঁৰ এনে ভাব হ'ল যে, গুৱাহাটীৰ একো উন্নতি হোৱা নাই। সি কিন্তু কলে যে শিখাৰ ভুল হৈছে। হয়তো সিয়ে আলোচনাটো নিৰ্ভুল পটভূমিত কৰিব পৰা নাই। গতিকে তেওঁৰ বুজাত ভুল হৈছে। বিস্ময়ৰ ভাবটো আঁতৰাই শিখাই কলে—

: আপোনাৰ আলোচনাৰ পৰিসৰটোও চন্তালিৰ নোৱৰা ডাঙৰকৈ ললে বুলি মই ভাবোঁ। ক'ত সেই সপ্তম শতিকাৰ ভাস্কৰ বৰ্মণৰ কামৰূপ আৰু ক'ত এই উনৈচ শ আশী চনৰ আমাৰ গুৱাহাটী। প্ৰায় চাৰে তেৰশ বছৰৰ এটা ব্যৱধান। সময়ৰ যেন এখন পাৰাপাৰহীন মহাসমুদ্ৰ।

: কিন্তু প্ৰশান্তি সাগৰৰ জীৱন নহয়। সেয়া সাগৰৰ মৃত্যু। সাগৰৰ জীৱন হ'ল তাৰ উত্তাল তৰংগ। তাৰ ফেনিল ঢৌ। সেইবাবেই গুৱাহাটীৰ ক্ষেত্ৰতো মই ঢৌহে গনিছোঁ। তৰংগৰ কথা লিখিছোঁ;

তাৰ ইদিলিক প্ৰশান্তিৰ কথা মই সযত্নে বাদ দিছোঁ। মই বগাৰাম বৰুৱা বা কমলাকান্ত সৰখেল আদি কায়দাবন্দিৰ সময়ৰ প্ৰাচীনতম উকীলৰ কথা লিখা নাই। মই লিখিছোঁ। নতুন দণ্ড বিধি, কাৰ্যবিধি প্ৰয়োগ হোৱাৰ পাচত ওকালতি কৰা জয় শংকৰ গুহৰ কথা। কায়দাবন্দি আছিল একৰকমে আমাৰ পুৰণি পৰম্পৰাৰ ৰক্ষণাবেক্ষণ। আৰু আনটো হল একেবাৰে এটা নতুন তৰংগ।

: কিন্তু আপুনি কলে যে, নতুন ঢউৰ সতে তাল মিলোৱাত ব্যৰ্থ হৈছে।

: অ' হৈছে। কিন্তু তাততো গুৱাহাটীৰ দোষ নাই। গুৱাহাটী গঢ়োঁতাসকল ব্যৰ্থ হৈছে বাবেই গুৱাহাটীৰ 'গ্ৰোথ'টো অৰ্থাৎ বাঢ়নটো বাধাগ্ৰস্ত হৈছে সময়ে সময়ে।

: কি বাধাগ্ৰস্ত হৈছে সময়ে সময়ে?

মাৰবিনা যে ধুমুহাৰ দৰে আহি পৰিছিল চুয়ো মনেই কৰা নাছিল। সি মাৰবিনাৰ কৌতুহল চৰিতাৰ্থ কৰিবলৈকে উত্তৰ দিবলৈ লওঁতেই বাহিৰত গাড়ী ৰখোৱা শব্দ শুনি সুধিলে—

: আৰু কোন আহিল?

: আপোনাৰ বন্ধু। সেইদিনা মামাৰ ওপৰত মোৰ ভীষণ খং উঠিছিল। শিখাদি আৰু মই গাড়ীত গৈ বহিছোঁ মাত্ৰ এনেতে সি কি কলে জানে? যাঅ' কনা, চৌধুৰীকো মাতি লৈ আহ। তাক এৰি থৈ আহি বেয়া লাগিছে। মোতকৈ' সৰু হোৱা হলে তাক মই কাণত ধৰি গাড়ীৰপৰা নমাই দিলোঁহেঁতেন। সি আকৌ মোতকৈ ডুবহৰৰ ডাঙৰ। সেই লৈ মোৰ ওপৰত সি চৰ্দাৰী চলায়।

: অ' ইয়াতে দেখোন চৰ।

সুনীলৰ মাত শুনি আটায়ে ঘূৰি চালে। সুনীলে কাৰোপিনে নোচোৱাকৈ আকৌ কলে—

: এইজনীয়ে বোধকৰোঁ। লেকচাৰ আৰম্ভ কৰি দিলেই। মুখ লাও পাত কচু পাতেই নহয়; পাকৰি পাতো। অকণ কতাহ লাগিলেই হ'ল, তিৰ তিৰাই লৰিব।

: মোক জোকাই নলবিদেই মামা। মই কিন্তু আচল কথাটো কৈ দিয় তোব।

: হেবি মিছ ভট্টাচার্যি আপোনাব ভক্তিক সোধক চোন, তাই কেতিয়াবা কাবোবাক আচল কথা কৈছেনে?

সুনীলে কথাষাব শিখাক কৈছিল। শিখাই এনেয়ে বিমূঢ় হৈ পৰিছিল দুয়োৰে কাজিয়া শুনি; এতিয়া একেবাৰে নিথৰ হৈ পৰিল। মাববিনাই কলে—

: শিখাদি, মামাই কিয় প্ৰোফেছাৰ চৌধুৰীৰপৰা আমাৰ সম্বন্ধটো লুকাই ৰাখিছিল জানে? সি তেখেতৰ কামত গাড়ী দি, নিজে লাগি সহায় কৰা দেখি কি জানি চৌধুৰীয়ে ভাবে যে সি তাৰ ভাগিনীয়েক জনীক তেখেতক গটাবলৈ মনে মনে ষড়যন্ত্ৰ কৰিছে। এতিয়া যেহেতু ধৰা পৰিল সি মোক উপদেশ দিছে চৌধুৰীক মামা বুলি মাতিবলৈ আৰু ইয়ালৈ অহাটো পাতলাই দিবলৈ।

সি দেখোন হঠাৎ মাববিনাৰ হাত এখনত ধৰি লৈ সুধিলে—

: আৰু আপুনি এতিয়া কি কৰিব? তাৰ উপদেশতো নিশ্চয় নামানে?

: কিয় মানিম? সি মোৰ গাৰ্জেন নেকি কিবা?

: গুদ, আপুনি নিৰ্ভুল সিদ্ধান্তকে লৈছে। আপুনি মোক কিয় মামা বুলি মাতিব? বৰঞ্চ মই সুনীলক মামা বুলি মাতিম; কিয়নো তাৰ ভাওৰ ভগিনীজনীক মই বিয়া কৰাম।

মাববিনাই হাতখন এৰাই দৌৰি সুনীলৰ পিচপিনে তাৰ পিঠিত মুখখন গুজি লুকাই থাকিল। সুনীলে কলে—

: গুৱাহাটীখন পঁচাকে বহুত আগবাঢ়ি গ'ল।

: গুৱাহাটীখন নহয়, মানুহৰ মনবোৰ। মইতো আজিৰপৰা শিখাদিক মামী বুলি মাতিম।

মাববিনাৰ কথা শুনি শিখাই মাববিনাক খেদি গৈছিল। কিন্তু মাববিনা ইতিমধ্যে দৌৰি পিচপিনৰ বাৰান্দা পাইছিলগৈ। শিখা পিচপিনে মাববিনাক খেদি নগৈ দুৱাৰমুখতে বৈ গ'ল আৰু বেঙক চকুদুটা হাতেৰে ঢাকি থিয় দি ৰ'ল।

: তাতে থিয় দি থমকি ব'ল যে? আছক, বহুকহি... মালিক নাই। আহি পাবৰ হৈছে।

তাৰ ঘৰত সুনীলে তাৰ কাৰণেই বৈ আছিল। তাৰ এটা ক্লাচ আছিল কলেজত। শিখাই ইতিমধ্যে মাৰবিনাক ঘৰত নাপাই তাৰ ঘৰলৈকে বিচাৰি আহিছিল। সুনীলক অকলে বহি থকা দেখি তেওঁ থমকি বৈ গৈছিল। সুনীলে তেনেদৰে কৈয়ে আগবাঢ়ি গৈ শিখাৰ হাতত ধৰি লৈ আহিছিল। তেওঁক চোকা এখনত বহুৱাই স্নেহেৰে হাঁহি ক'লে—

: সেইদিনা আপুনি হঠাতে ইমান হতাশ হৈ পৰিছিল। আপুনি তেনেদৰে কন্দা দেখি মোৰ ইমান বেয়া লাগিছিল, কিন্তু মই কাৰণটো বুজিব পৰা নাছিলোঁ।

শিখাই শান্তভাৱে হাঁহি হাঁহি কলে—

: আপুনি আজিৰপৰা ঠিক এশ এক বছৰৰ আগতে গুৱাহাটীৰ নগৰ পালিকাই যে এটা পাবলিক টাইম পিচ কিনাৰ প্ৰস্তাৱ কৰিছিল, জানেনে? মোৰ নিজৰ কথা ভাবিলে সেই টাইম পিচটোৰ কথা মনত পৰে। নগৰ পালিকাই তাৰ বাবে পাঁচশ টকা মঞ্জুৰো কৰিছিল। কিন্তু শেহলৈ কামটো হৈ নুঠিল। কিয় জানেনে? সেই ঘড়ীটো ৰখাৰ জোখাৰে গুৱাহাটীত টাৱাৰ নাছিল। মোৰো ঠিক একে অৱস্থাই হৈছে। কতজনৰ সহায় সহানুভূতি লাভ কৰিলোঁ। স্নেহ পালো, প্ৰশ্ৰয় পালোঁ, কিন্তু শেষত একোৱে ফল নধৰিলে। য'ত আগতে আছিলোঁ তাতেই বৈ গলোঁ।

এনেতে চৌধুৰী সোমাই আহিছিল। সি শিখাৰ শেষৰ কথাখিনি শুনি ক'লে—

: আপোনাৰ কথা শুনি এনেহে লাগিছে, আপুনিয়ে যেন গুৱাহাটীৰ জীৱন্ত প্ৰতিমূৰ্ত্তি।

—:—

## পরিশিষ্ট

VISVA-BHARATI
SANTINIKETAN, BENGAL

Feb 28, 1931




সবিনয় নিবেদন :

রবীন্দ্রনাথ আপনার পত্রখানি ও অনুবাদগুলি পাইয়াছেন।

তাঁহার বাংলা কবিতার ইংরাজি অনুবাদ ছাপানো সম্বন্ধে তিনি উৎসাহী নন। যথাযথ ইংরাজি অনুবাদ করা কখনো বাঙালী কারুর পক্ষে ঠিক সম্ভব নয় ইহাই তাঁহার বিশ্বাস, ইংরাজি যাঁহার মাতৃভাষা নহে তাঁহার হাতে ঐ ভাষায় কবিতার সূক্ষ্ম সুকুমার ভাবের ব্যঞ্জনা চিরন্তন আকারে প্রকাশ করা অসাধ্য। এই কারণে আপনার রচনাগুলি তিনি সম্পূর্ণ অনুমোদন করিতে পারিলেন না।

নমস্কার জানিবেন।

ভবদীয়

শ্রীঅমিয়চন্দ্র চক্রবর্ত্তী

১লা মে, ১৯৪১
১ নং উড্ স্ট্রীট
কলিকাতা

শ্রদ্ধাস্পদেষু—

আপনার চিঠি পেয়েছি। আনন্দবাজার পত্রিকার জন্যে লেখা মন্তব্যটির সঙ্গে যে চিঠিটি দিয়েছিলেন, তাও পেয়েছি। দুটি চিঠি খুঁজে বের করে উত্তর দেবারও অবসর পাচ্ছি না। শতাধিক চিঠি জমেছে, কাল পর্যন্ত Modern Review নিয়ে ব্যস্ত ছিলাম। আজ সকালে প্রবাসীর কিছু কাজ ধরেছি।

আনন্দবাজার পত্রিকা আপনার লেখাটি ছাপবেন না, তা জানতাম। কারণ আমি তাঁদের রাজনৈতিক দলের লোক নই—কোন দলেরই নই—এবং আমি ব্রাহ্মসমাজভুক্ত।

আপনি ঐ কাগজটির জন্যে যা লিখেছেন, তা আমি ছাপাতে পারব না। প্রশংসা আমার ভাল লাগে না, এমন নয়। কিন্তু আমার মত বুড়ো মানুষের নিজের প্রশংসা ছাপা উচিত নয়। প্রশংসা আরও কেও কেও করেছেন—অবশ্য নেতারা ও সাহিত্যরথীরা নয়। আমি আপনার ও অন্য হিতৈষীদিগের নিকট কৃতজ্ঞ।

আমি এ মিথ্যা বিনয় করব না, যে, প্রবাসী অকিঞ্চিৎকর। এটি সত্য কথা যে প্রবাসী মানবসমাজের সেবা করেছে। এও সত্য যে, প্রবাসী এমন কিছু কিছু কাজ করেছে যা অন্য কোন মাসিক করে নি—বঙ্গদর্শনও নয়। বঙ্গদর্শন প্রভৃতি যে যে কাজ করেছে, প্রবাসীও তা করেছে এবং তার সে কাজও নগণ্য নয়। প্রবাসীর সম্পাদক বঙ্কিমচন্দ্র রবীন্দ্রনাথ প্রভৃতির প্রতিভার দাবী করিতে পারে না বটে, কিন্তু তুলনা হওয়া উচিত প্রধানতঃ মাসিক পত্রগুলির পরস্পরের সহিত, সম্পাদকদের পরস্পরের সহিত নহে। সম্পাদকদের পরস্পরের তুলনা করিলে সম্পাদকীয় কাজ লইয়াই তুলনা কর্তব্য। আমি কবিতা, গল্প, উপন্যাস, নাটক লিখি না। সুতরাং কোন সম্পাদকের লেখা কবিতা, গল্প, উপন্যাস, নাটক প্রভৃতিকে সম্পাদকীয় কৃতি বলিয়া ধরিয়া বিচার করিলে অবশ্যই গণনার অযোগ্য হইবে। কিন্তু আমার লেখা সম্পাদকীয় মন্তব্য ও প্রবন্ধ এবং আমি যত রকমের জিনিষ পাঠকদের নিকট উপস্থিত করা আবশ্যক তখন করিয়াছি ও উপস্থিত করিয়াছি, তাহা লইয়া বিচার হইতে পারে।

আমার নিজের প্রশংসার বন্দোবস্ত আমার নিজের করা উচিত না, এবং ৪০ বৎসর পূর্তি উপলক্ষ্যে আমি তাহা হইতে studiously নিবৃত্ত আছি। আপনি যদি চান যে প্রবাসী সম্বন্ধে আলোচনা হউক, তাহা হইলে একটা ছোট বা বড় সভার অধিবেশন করিয়া তাহাতে প্রবন্ধাদি পাঠেরও প্রস্তাব নির্ধারণের ব্যবস্থা করিলেও সমস্ত জিনিষ সব কাগজে পাঠাইয়া দিলে কেহ না কেহ ছাপিবে। সকলকে একই দিনে পাঠান আবশ্যক। গৌহাটীর দৃষ্টান্ত দেখাইলে তাহা অন্যত্র অনুসৃত হইতে পারে। এলাহাবাদেও বোধ হয় কিছু হইবে। কিন্তু আমি এ সকলের মধ্যে নাই, থাকিবও না। "প্রবাসী"কে একটি Public institution মনে করিয়া কেহ কিছু করিলে প্রীত অবশ্যই হইব, কিন্তু আমি স্বয়ং কোন উদ্যোগ করিব না, করাইব না।

আমি যতদূর জানি রবীন্দ্রনাথ "প্রবাসী" শীর্ষক কবিতাটি বিশেষ করিয়া প্রবাসী মাসিক কাগজের জন্যই লিখিয়াছিলেন, এবং সে দিক দিয়া ইহার অর্থবৈশিষ্ট্যও আছে। যে উপলক্ষ্যে এবং যে কাগজটির জন্য তিনি কবিতাটি লিখিয়াছিলেন, তাহা বাদ দিলেও উহার অর্থ গৌরব আছে।

বৈশাখের প্রবাসী আপনি এতদিনে দেখিয়া থাকিবেন।

বিনীত নিবেদক

শ্রীরামানন্দ চট্টোপাধ্যায়




//āvir avir ma edhi//
mānavikīṣu *bhāratasya
jātīya ācāryaḥ
SUNITI KUMAR CHATTERJI
NATIONAL PROFESSOR OF INDIA
IN HUMANITIES

Residence
"SUDHARMA"
16 Hindustan Park
Calcutta-29
Phone 46-1121

Office
NATIONAL LIBRARY
CAMPUS
Belvedere
Calcutta-27
Phone 45-5819


Dt 14 1 69

শ্রীযুক্ত সত্যভূষণ সেন সমীপেষু।

প্রিয় সত্যবাবু,

গ্রীক ভাষার ইতিহাস গত তিন হাজার বছরের ইতিহাস। এই ইতিহাস অনুসারে ভাষা অস্থির 'বহতা নদী' বিধায়। প্রাচীন গ্রীক, পরে মধ্যযুগের গ্রীক এবং এখন আধুনিক গ্রীক, এই পথে ইহার গতি। আধুনিক যাহারা বলে, বিশেষভাবে পড়াশুনা না করিলে প্রাচীন ও মধ্যযুগের গ্রীক তাহারা বুঝিতে পারিবে না। যেমন প্রাচীন বা আদি আর্য্য ( বৈদিক, সংস্কৃত ), পরে মধ্যযুগীয় আর্য্য ( প্রাকৃত, পালি, অপভ্রংশ ),—আধুনিক আর্য্য ( ভাষা বাঙ্গলা, হিন্দী, মারাঠী ইত্যাদি )। ইংরেজের মুখে প্রাচীন গ্রীকে নামের অভাবনীয় বিকৃতি ঘটিয়া থাকে—ইংরেজরা লেখে ও বলে clytemenastra, ক্লাইটেম-নেস্ট্রা, কিন্তু গ্রীকরূপ ক্লুতাইমেস্ত্রে ইংরেজী বিকৃতি 'অ্যাফ্রোডাইটী' (ফ—f) গ্রীকে আফ্‌রোদীতে ( ফ—p-h )।

u—উ, উ, প্রাচীনতম গ্রীকে, হোমার ( হোমের—এ ), পরবর্তীকালে, ৪০০ বছর পরে আথেন্স-এ ইহার উচ্চারণ বদলাইয়া হয় ফরাসী ভাষায় 'U'-এর মত—যেন yu-( য়ু ) অর্থাৎ ঠোঁট গোল করিয়া 'ই' উচ্চারণ। লাতীন ভাষায় এই নূতন উচ্চারণ জানাইবার উপায় না থাকায়, তাহারা তখনকার দিনের গ্রীক ধরিয়া, গ্রীক Y অক্ষর ব্যবহার করিত। OU-এর উচ্চারণ ছিল 'ওউ', আথেন্স-এ ৪০০ খ্রীঃ পূঃ তে ইহা বদলাইয়া 'উ' হইয়া গেল। Lukourgos লুকোউর্গোস হইয়া গেল 'ল্যু কুর্-গস্, এবং লাতীনে তাহা লিখিত হইল lycurgus, ইংরেজরা বলে 'লাই-কর্ গস্' . . . .

প্রাচীন গ্রীকে 'চ', 'জ', 'শ' (বা 'ষ')-এর ধ্বনিই ছিল না—সুতরাং গ্রীকে অজ্ঞাত, এই ধ্বনিগুলির জন্য অক্ষরও ছিল না। তাই তাহারা ভারতীয় 'চন্দ্রগুপ্ত', চন্দ্রগুপ্ত লিখিত Sandrakoptos, Sandrakottos রূপ।

Aristotle ইংরেজী বিকৃত গ্রীক রূপ আরিস্তোতেল্‌স। সত্যভূষণ সেন (Bhushan-Bhooshan নহে)। ... .

আপাততঃ আশা করি কুশলে আছেন।

ভবদীয়

শ্রী সুনীতিকুমার চট্টোপাধ্যায়



// āvir āvir ma ēdhi //
mānavikīṣu *bhāratasya
jatiya ācāryah
SUNITI KUMAR CHATTERJI
NATIONAL PROFESSOR OF INDIA
IN HUMANITIES

Residence
"SUDHARMA"
16 Hindustan Park
Calcutta-29
Phone 46-1121

Office
NATIONAL LIBRARY
CAMPUS
Belvedere
Calcutta-27
Phone 45-5319

শ্রীসত্যভূষণ সেন, আসাম। ১৮ ৩ ৭০

প্রীতিভাজনেষু,

আপনার ৯ ৩ ৭০ তারিখের চিঠি পাইয়াছি। আগের চিঠিও পাইয়াছিলাম। তাহারও আগেকার চিঠিতে আপনি যাহা জানিতে চাহিয়াছিলেন, আমার পত্রে আমি তাহা সবিস্তারেই আপনাকে জানাইয়াছিলাম। আপনার বর্তমান পত্র হইতে বুঝিতেছি, ব্যাকরণের কয়েকটি স্থূল বিষয় সম্পর্কে আপনার সম্যক বোধের অভাব বিদ্যমান। এই বিষয়গুলি আপনাকে বুঝাইতে হইলে, একখানি পুস্তিকার অবতারণা করিতে হয়, নচেৎ সাক্ষাৎ আলোচনার জন্য আপনাকে কলিকাতায় আসিতে হয়। যাহা হউক, আমি সংক্ষেপে কয়েকটি মূল কথা জানাইতেছি।

(১) আপনার নাম সংস্কৃতে লিখিতে হইলে লিখিতে হইবে 'সত্যভূষণঃ সেনঃ', তেমনি গ্রীকে—প্রাচীন গ্রীকেতো বটেই, আধুনিক গ্রীকেও এই নিয়ম প্রচলিত আছে যে, কোনও জীব বা পদার্থের 'কর্তৃকারকের একবচনের রূপ নির্দেশ করিতে হয়।

(২) আমাদের ভারতবর্ষে এখন 'ট, ড' এবং 'ত, দ' এই দুই শ্রেণীর বর্ণ আছে। এই দুইটির জন্য ইংরেজীতে নির্বিচারে 't' ও 'd' ব্যবহার করা হয়। মূর্ধন্য 'ট' ও 'ড'-এর জন্য, দন্ত্য 'ত ও 'দ' হইতে পার্থক্য জানাইতে। বিশেষভাবে বিন্দুযুক্ত 't' ও 'd-এর ব্যবহার করা হয়। এই 't' ও 'd' সব ছাপাখানায় থাকে না। সেইহেতু সাধারণত এই পার্থক্য দেখানো হয় না। রোমান হরফে সংস্কৃতের 'তট' শব্দটি 'tata' রূপে লিখিতে হইবে।

(i) ইংরেজীর 't' ও 'd'-এর উচ্চারণ আদৌ আমাদের ভাষার মূর্ধণ্য 'ট' ও 'ড'-এর উচ্চারণ নহে। ইংরেজীতে 't', 'd'-এর উচ্চারণ হইতেছে 'দন্তমূলীয়', আর আমাদের 'ট', 'ড'-এর উচ্চারণ হইতেছে 'মূর্ধণ্য'। ইংরেজীর 't', 'd' অনেকটা আমাদের 'দন্ত'-ত বর্ণের কাছাকাছি। আমাদের সাধারণত এই ভুল ধারণা আছে যে, ইংরেজীর 't', 'd' আমাদের 'ট', 'ড'— ইহা একেবারে ঠিক নহে। আমার 'সরল-ভাষা-প্রকাশ' বাঙ্গলা ব্যাকরণ 'নবীন সংস্করণ' বইখানির ১৯৭০ সালের জানুয়ারী মাসের সংস্করণের উনিশের পাতায় একটি চিত্রের সাহায্যে বাঙ্গলা ব্যঞ্জনবর্ণের বিভিন্ন উদাহরণ স্থান নির্দেশ করা হইয়াছে। তবে ইহা স্থির জানিবেন যে—ইংরেজীর 't', 'd' হইতেছে 'দন্তমূলীয়', আমাদের 'ত', 'দ' হইতেছে 'দন্ত্য', এবং 'ট', 'ড'-এর মতো 'মূর্ধণ্য' নহে। কোনও কোনও জাত ইংরেজি ভাষী, বিশেষতঃ Scotland-এর লোক হইলে এই দন্তমূলীয় উচ্চারণের পরিবর্তে শুদ্ধ দন্ত্য উচ্চারণও করিয়া থাকে—আমাদের 'ত', 'দ'-এর মতো।

(ii) জর্মান ভাষায় 't', 'd'-এর উচ্চারণ সাধারণতঃ দন্তমূলীয়, কিন্তু বহুক্ষেত্রে আবার শুদ্ধ দন্ত্য উচ্চারণও শুনা যায়।

(iii) ফরাসী ও ইতালীয় ভাষায় 't', 'd' এর উচ্চারণ শুদ্ধ দন্ত্য—দন্ত্যমূলীয় নহে। ইংরেজ, জর্মান, ফরাসী, ইতালীয়—ইহারা সকলেই 'দন্ত্যমূলীয়' ও 'দন্ত্য' উচ্চারণকে একই পর্যায়ের বলিয়া মনে করে। ইহাদের পার্থক্য ধরিতে পারে না।

ইংরেজিতে আমাদের শুদ্ধ দন্ত্য 'ত'-দ' লিখিতে হইলে, তাহাদের t, d (অর্থাৎ দন্তমূলীয় ত দ, বর্ণ ব্যবহার ছাড়া গত্যন্তর নাই। সাধারণ ইংরেজ দন্তমূলীয় ও দন্ত্য ধ্বনিদ্বয়ের পার্থক্য জানে না। প্রাচীন ভারতেও সেইরূপ ছিল। . . ......

ভবদীয়

শ্রী সুনীতিকুমার চট্টোপাধ্যায়